# সময়, সমাজ
# আৰু
# অসমীয়া উপন্যাস

ড° প্ৰভাত চন্দ্ৰ সভাপণ্ডিত

ইন্‌ষ্টিটিউট্ অব্ লেংগুৱেজ্ এণ্ড চচিয়েল চায়েন্সৰ হৈ
সাৰদা প্ৰকাশন
চোলাধৰা তিনিআলি
যোৰহাট - ১

*Samay, Samaj aru Asamiya Upanyas- a work on the socio-economic forces reflected in Assamese novels (1940-1990) by Dr Prabhat Chandra Sabhapandit and published by Prabhat Saikia , Sarada Prakashan, Jorhat, on behalf of the Institute of Language and Social Sciences (ILSS), T.N.Sarma Path, Nehru Park, Jorhat-1, an institute devoted to linguistic, literary and social research. Price Rupees One hundred twenty five only .*

প্ৰকাশক ঃ প্ৰভাত শইকীয়া
সাৰদা প্ৰকাশন
চোলাধৰা তিনিআলি
যোৰহাট - ১

প্ৰথম প্ৰকাশ ঃ ২০০৬

মূল্য ঃ ১২৫.০০ টকা

অক্ষৰ বিন্যাস ঃ নিশা
থানা তিনিআলি, যোৰহাট-১

মুদ্ৰক ঃ বৰকটকী এণ্ড কোম্পানী প্ৰাইভেট লিমিটেড
মালোঁ আলি, যোৰহাট-১

# উৎসৰ্গা

যি গৰাকী মাতৃয়ে বিভিন্ন অসমীয়া আৰু বঙালী
উপন্যাস পঢ়া সৰুকালৰে পৰা
দেখি আহিছিলোঁ আৰু যাৰ অনুপ্ৰেৰণাত
উপন্যাস পঢ়িবলৈ স্কুল-কলেজৰ দিনবিলাকতে আৰম্ভ
কৰিছিলোঁ সেই মাতৃ ৺স্বৰ্ণলতা সভাপণ্ডিতৰ
পুণ্য স্মৃতিত গ্ৰন্থখন
উৎসৰ্গা কৰিলোঁ।

# আগকথা আৰু কৃতজ্ঞতা

এই গ্ৰন্থ গুৱাহাটী বিশ্ববিদ্যালয়ৰ এসময়ৰ ৰবীন্দ্ৰঅধ্যাপক পণ্ডিত, গৱেষক ড° সত্যেন্দ্ৰনাথ শৰ্মাৰ অধীনত ১৯৭৭ ৰ পৰা ১৯৮০ লৈ কৰা গৱেষণাৰ ফল। গৱেষণাৰ বিষয় আছিল "অসমীয়া উপন্যাসত প্ৰতিফলিত হোৱা সামাজিক শক্তি বিলাক—১৯৪০-১৯৭৫"। ইংৰাজীত লেখা এই গৱেষণা কৰ্মৰ বহুবছৰ ধৰি প্ৰকাশৰ যত্ন কৰা নগ'ল। ১৯৮৬ত এই গৱেষণা কৰ্মৰ এটা সংশোধিত প্ৰতিলিপি গুৱাহাটীৰ Omsons publications ক প্ৰকাশৰ কাৰণে দিয়া হয়। ১৯৮৮ ত *Sociological Study of the Post-War Assamese Novel* নামত Omsons য়ে এই গৱেষণা কৰ্মক গ্ৰন্থাকাৰে প্ৰকাশ কৰি উলিয়ায়। এই গ্ৰন্থত ১৯৮৫ লৈকে প্ৰকাশ পোৱা উপন্যাস অন্তৰ্ভুক্ত কৰা হৈছিল। ইংৰাজীত প্ৰকাশ পোৱা গ্ৰন্থখন সীমিত পঢ়ুৱৈৰ মাজতে আৱদ্ধ থকাত অসমীয়াত ইয়াৰ এটা সংশোধিত আৰু পৰিবৰ্ধিত সংস্কৰণ প্ৰকাশ কৰাৰ সিদ্ধান্ত লোৱা হ'ল। গ্ৰন্থখন সাহিত্য তথা সমাজতত্ত্বৰ ছাত্ৰৰ উপৰিও সাধাৰণ পাঠকৰ সহজপাঠ্য কৰি তোলাৰ চেষ্টা কৰা হৈছে। গ্ৰন্থখনত সাম্প্ৰতিক অসমীয়া উপন্যাস বুলিলে পঞ্চাশৰ দশকৰ পৰা প্ৰকাশিত উপন্যাসক ধৰা হৈছে। অতিসাম্প্ৰতিক অৰ্থত শব্দটো ব্যৱহাৰ কৰা হোৱা নাই।

গ্ৰন্থখন পঢ়ুৱৈ সমাজৰ হাতত তুলি দিব পৰাকৈ সজাই পৰাই দিয়াত যি সকলে সহায়-সহযোগ আগবঢ়ালে সেইসকলৰ ভিতৰত মোৰ সহধৰ্মিণী মীনাৰ (জ্ঞানদা দেৱী সভাপণ্ডিত), যোৰহাটৰ Institute of Language and Social Sciencesৰ সকলো সদস্য, গ্ৰন্থখন প্ৰকাশ কৰা সাৰদা প্ৰকাশনৰ প্ৰভাত শইকীয়া আৰু গ্ৰন্থখন অসমীয়াত লেখি প্ৰকাশ কৰাত উদগনি দিয়া পৰিয়ালৰ সকলো সদস্য আৰু বন্ধুবৰ্গৰ শলাগ ল'লো।

গ্ৰন্থখন যিসকল পাঠকৰ কাৰণে প্ৰকাশ কৰা হৈছে সেইসকলে যদি গ্ৰন্থখন পঢ়ি ভাল পায় আৰু গ্ৰন্থখন সেইসকল পাঠকৰ কিবা কামত আহে তেতিয়াহে পৰিশ্ৰম সফল হোৱাৰ আনন্দ পাম।

স্বৰ্ণনীল ভৱন
নেহৰু পাৰ্ক, যোৰহাট
২৩ আগষ্ট, ২০০৬

প্ৰভাত চন্দ্ৰ সভাপণ্ডিত

# সূচীপত্ৰ

# প্ৰস্তাৱনা

চল্লিশৰ পৰা আশীলৈ এই পাঁচ দশকৰ অসমীয়া সমাজ আৰু অসমীয়া উপন্যাসৰ অধ্যয়ন এই গ্ৰন্থত কৰা হৈছে। এই সময়ছোৱাত ৰচিত, প্ৰকাশিত অথবা সময়ছোৱাৰ পটভূমিত ৰচিত উপন্যাসৰ অধ্যয়ন বিভিন্ন ৰাজনৈতিক আৰু অৰ্থনৈতিক শক্তিয়ে সমাজ জীৱনলৈ অনা পৰিবৰ্ত্তনৰ আলমত কৰা হৈছে। উপন্যাসৰ নিৰ্বাচন অধ্যয়নৰ দৃষ্টিভঙ্গী আৰু উদ্দেশ্যই নিয়ন্ত্ৰিত কৰিছে। সেয়েহে কিছুসংখ্যক সাৰ্থক উপন্যাসো এই অধ্যয়নৰ উদ্দেশ্যৰ লগত সম্পৰ্কিত নোহোৱা কাৰণে অধ্যয়নৰ অন্তৰ্ভুক্ত কৰিব পৰা হোৱা নাই। আনহাতে, কিছু সংখ্যক উপন্যাস উচ্চ কলাত্মক সাহিত্যৰ পৰ্যায় পাবলৈ সক্ষম নোহোৱা সত্ত্বেও বিষয়- বস্তুৰ গুৰুত্ব আৰু অধ্যয়নৰ উদ্দেশ্যলৈ লক্ষ্য ৰাখি অধ্যয়নৰ কাৰণে নিৰ্বাচন কৰিবলগীয়া হৈছে। অসমীয়া উপন্যাসৰ অংকুৰণ আমেৰিকান বেপ্‌টিষ্ট মিচনেৰীসকলৰ ধৰ্মপ্ৰচাৰৰ প্ৰচেষ্টাৰ যোগেদি ঊনৈশ শতিকাৰ মাজভাগতে হৈছিল। বঙালী ভাষাৰ পৰা অনুদিত অথবা খ্ৰীষ্টান ধৰ্ম প্ৰচাৰৰ কাৰণে ৰচিত কাহিনী বিলাকত সমাজৰ সমস্যাই স্থান পাইছিল যদিও কাহিনী বিলাক ধৰ্মপ্ৰচাৰৰ আহিলা হিচাপে লোৱাত সামাজিক আবেদন বহখিনি হ্ৰাস পাইছিল। ১৮৮৪ত প্ৰকাশ পোৱা পদ্মাৱতী দেৱী ফুকননীৰ 'সুধৰ্মাৰ উপাখ্যান' উপাখ্যানমূলক কাহিনীহে আছিল, প্ৰকৃত উপন্যাসৰ শাৰীলৈ যাব পৰা নাছিল। বৃটিছৰ শাসনৰ আগৰ আহোমৰ শাসন কালৰ ইতিহাসৰ কিছুমান আখ্যানৰ আলমত কিছুসংখ্যক উপন্যাস ৰচিত হৈছিল আৰু সামাজিক উপন্যাসৰ ধাৰা শীৰ্ণ হৈ পৰিছিল। তথাপিও কেইখনমান সামাজিক উপন্যাস প্ৰকাশ পাইছিল, কিন্তু সামাজিক উপন্যাসৰ এটা ধাৰা এই উপন্যাস কেইখনে সৃষ্টি কৰিব পৰা নাছিল। দণ্ডিনাথ কলিতা (১৮৯০-১৯৫০)আৰু দৈৱচন্দ্ৰ তালুকদাৰে (১৯০০-১৯৬৭) মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনৰ দ্বাৰা অনুপ্ৰাণিত হৈ ৰচনা কৰা উপন্যাস কেইখনত আনুসঙ্গিক ভাৱে কিছুমান আৰ্থ-সামাজিক সমস্যাৰ প্ৰতি পাঠকৰ দৃষ্টি আকৰ্ষণ কৰিছিল।

দ্বিতীয় মহাসমৰৰ সময়ত অসম মিলিটেৰীৰ ঘাটি হোৱাত আৰু ১৯৪২-৪৩ৰ পৰা ভাৰত ত্যাগ আন্দোলনৰ ফলত সামাজিক, ৰাজনৈতিক অনিশ্চয়তাই দেখা দিয়াত এই সময়ছোৱাত (১৯৪০-১৯৪৬)সৃষ্টিশীল সহিত্য ৰচনা হোৱা নাছিল। অৱশ্যে ১৯৪৪ত প্ৰকাশ পোৱা বীণা বৰুৱাৰ 'জীৱনৰ বাটত' এইক্ষেত্ৰত ব্যতিক্ৰম। এই উপন্যাসত বহুতো সামাজিক সমস্যাৰ সাৰ্থক উপস্থাপন হৈছে আৰু অসমৰ গ্ৰামীণ সামাজিক জীৱন সম্পূৰ্ণ ৰূপত প্ৰকাশিত হৈছে।

দ্বিতীয় মহাসমৰৰ পাছৰ পৰাই অসমীয়া সমাজলৈ বহুতো পৰিৱৰ্তন আহে। স্বাধীনতা লাভৰ পাছৰ পৰা এক নতুন সামাজিক সচেতনতা উপন্যাসতো প্ৰকাশ পাবলৈ ধৰে। প্ৰতি বছৰে প্ৰকাশিত-উপন্যাসৰ সংখ্যা বাঢ়িবলৈ ধৰে, আৰু এই প্ৰায় বিলাক উপন্যাসেই সামাজিক উপন্যাস। স্বাধীনোত্তৰ কালত পঞ্চবাৰ্ষিক পৰিকল্পনাকে ধৰি বহুতো জনহিতকৰ কাৰ্যসূচী স্বাধীন চৰকাৰে হাতত লোৱাত সাধাৰণ মানুহৰ মনলৈ সামাজিক ন্যায়ৰ এটা নতুনযুগ প্ৰতিষ্ঠিত হোৱাৰ আশা আহিছিল। কিন্তু দূৰ্নীতি, শোষণ, স্বজনপ্ৰিয়তাই সময় যোৱাৰ লগে লগে সাধাৰণ মানুহৰ আশাভঙ্গ কৰিছিল। এই ধ্বংসকাৰী শক্তিবিলাকে আৰু দ্ৰুত আৰ্থ-সামাজিক পৰিবৰ্ত্তনে ধনীক বেছি ধনী আৰু দুখীয়াক বেছি দুখীয়া কৰে। স্বাধীনোত্তৰ কালৰ ঔপন্যাসিক সকলৰ উপন্যাসত এই আৰ্থ- সামাজিক সমস্যাৰ সাৰ্থক উপস্থাপন হৈছে। বিজ্ঞান আৰু প্ৰযুক্তিয়ে কল -কাৰখানাৰ প্ৰতিষ্ঠা কৰি সমাজৰ মানসিক গঠন পৰিবৰ্তন কৰাৰ লগতে মনস্তত্বৰো পৰিৱৰ্ত্তন কৰিছিল। শিক্ষাৰ প্ৰসাৰ, নাৰীৰ নৱলব্ধ আংশিক স্বাধীনতা , ভূমিহীন কৃষক তথা শ্ৰমিকৰ সংখ্যাবৃদ্ধি, গাঁৱৰ মানুহৰ নগৰলৈ প্ৰব্ৰজন— এই বিলাকে সামাজিক জীৱন জটিল কৰি তুলিলে।

এই অধ্যয়নৰ উদ্দেশ্য হ'ল বিভিন্ন আৰ্থ-সামাজিক শক্তিয়ে যুদ্ধোত্তৰ আৰু স্বাধীনোত্তৰ কালত কেনেকৈ বিভিন্ন প্ৰকাৰৰ উপন্যাসৰ গঢ় দিছে সেই কথাৰ বিশ্লেষণ কৰা ।সাহিত্যৰ সকলো বিভাগতকৈ উপন্যাসেই সমাজ অধ্যয়নৰ উত্তম সমল। উপন্যাসৰ বিশ্লেষণৰ যোগেদি সমাজলৈ অহা পৰিৱৰ্তন, সমাজৰ সমস্যা অধ্যয়ন কৰিব পাৰি; কিয়নো উপন্যাস, সমাজ আৰু ব্যক্তি জীৱনৰ সম্বন্ধ অতি ওচৰ সম্বন্ধ ।

উপন্যাসৰ এই অধ্যয়ন নটা অধ্যায়ত ভগোৱা হৈছে । অৱশ্যে সামাজিক সমস্যা আৰু পৰিস্থিতি বিলাক ইটোৰ লগত সিটো সম্বন্ধিত কাৰণে একেখন উপন্যাসকে

কোনো ক্ষেত্রত কেইবাটাও অধ্যায়ত বেলেগ বেলেগ দৃষ্টিকোণৰ পৰা অধ্যয়ন কৰিবলগীয়া হৈছে।

চল্লিশৰ দশকত যদিও বীণাবৰুৱাৰ 'জীৱন বাটত' উপন্যাসৰ বাহিৰে অন্য উল্লেখযোগ্য উপন্যাস ৰচিত হোৱা নাছিল তথাপিও এই দশকটো অসমীয়া সমাজলৈ অহা আৰ্থ-সামাজিক পৰিবৰ্তনৰ দিশৰ পৰা কুৰিশতিকাৰ অতি গুৰুত্বপূৰ্ণ দশক। পঞ্চাশৰ দশকত ভালেখিনি উপন্যাস প্ৰকাশিত হ'লেও ষাঠি আৰু সত্তৰৰ দশকতহে সৰ্বোচ্চ সংখ্যক উপন্যাস ৰচিত হৈছিল। আনহাতে সামাজিক পৰিস্থিতিৰ দিশৰ পৰা সত্তৰৰ দশকৰ শেষ বছৰটোত আৰম্ভ হৈ আশীৰ দশকৰ মাজভাগলৈকে চলা ছবছৰীয়া অসম আন্দোলনৰ কালছোৱাও সামাজিকভাবে গুৰুত্বপূৰ্ণ। অৱশ্যে এই কালছোৱাত সৃষ্টিশীল কৰ্ম ব্যাহত হৈ পৰাত প্ৰকাশিত উপন্যাসৰ সংখ্যা ষাঠি-সত্তৰৰ দশকতকৈ কম।

কুৰি শতিকাৰ পাঁচটা দশকৰ অসমীয়া উপন্যাস আৰু অসমীয়া সমাজৰ এই আলোচনাই এই কালছোৱাৰ অসমৰ সমস্যা আৰু পৰিস্থিতি বুজাত সহায় কৰিব বুলি আশা কৰিছোঁ। ইতিমধ্যে কুৰি শতিকা শেষ হৈ একৈশ শতিকাৰো কিছুবছৰ পাৰহৈ গ'ল। কুৰি শতিকাৰ শেষৰ দশক আৰু একৈশ শতিকাৰ প্ৰথম দশক এই দুটা দশকত সমগ্ৰ বিশ্বতে তথ্য প্ৰযুক্তিৰ অভূতপূৰ্ব বিকাশ ঘটিছে। বিশ্বায়ন তথা গোলকীকৰণে আন্তৰ্জাতিক বজাৰ আৰু শিক্ষা, বাণিজ্য, শিল্প সকলো ক্ষেত্ৰতে আন্তৰ্জাতিক পুঁজি বিনিয়োগৰ পৰিবেশ সৃষ্টি কৰিছে। যাতায়ত আৰু পৰিবহন ব্যৱস্থাৰ সুবিধাই দেশৰ ভিতৰৰ আৰু বাহিৰৰ সকলো ঠাইকে ওচৰ চপাই আনিছে। ইন্টাৰনেটৰ সহায়ত এজন ছাত্ৰই নিজৰ পঢ়া কোঠাটোকে কাৰ্য্যতঃ শ্ৰেণীকোঠা হিচাপে গঢ়ি তুলিব পাৰিছে। কম্পিউটাৰ, ইন্টাৰনেট, ম'বাইল ফোনে আগৰ দৰে ডাকযোগে চিঠি পঠোৱা, প্ৰেম-পত্ৰ লেখা অচল কৰি তুলিছে। টি ভি আৰু চি ডিয়ে মনোৰঞ্জনৰ ৰূপ সলনি কৰিছে, বহুতো ইলেকট্ৰনিক্ সা-সঁজুলি জীৱন যাত্ৰাৰ কাৰণে অপৰিহাৰ্য হৈ পৰিছে। জীৱন যাত্ৰাৰ ধৰণ সম্পূৰ্ণ সলনি হৈছে। বেংকৰ ঋণ সহজলভ্য হোৱা কাৰণে মটৰগাড়ীকে ধৰি আধুনিক সা-সৰঞ্জাম নিম্ন মধ্যবিত্তৰ কাৰণেও সহজলভ্য হৈছে। দুটা দশকত যি পৰিৱৰ্তন আহিছে তেনে পৰিৱৰ্তন সত্তৰ-আশী বছৰতো অহা নাছিল। পাৰিবাৰিক আৰু সামাজিক সম্পৰ্ক, ৰাজনীতি, অৰ্থনীতি সকলোতে এই অভূতপূৰ্ব পৰিৱৰ্তনৰ প্ৰভাৱ পৰিছে। মানুহৰ মাজৰ সম্পৰ্ক ধন-টকা-পয়চাৰ লগত সম্পৰ্কিত হৈ পৰিছে। আগৰ

দিনৰ পৰিয়ালৰ বন্ধু ডাক্তৰজন এতিয়া হেৰাই গৈছে। চিকিৎসা এতিয়া ব্যয় বহুল হৈ পৰিছে । ৰোগী আৰু চিকিৎসকৰ মাজৰ মানৱীয় সম্পৰ্ক শেষ হৈ গৈছে । নিম্নমধ্যবিত্ত সকলৰ জীৱন যাত্ৰাৰ মানদণ্ড দেখাত উন্নত হৈছে; কিন্তু সামাজিক, অৰ্থনৈতিক নিৰাপত্তাহীনতাৰ আশংকাত দিন কটাবলগীয়া হৈছে। মানুহ ইমানেই আত্মকেন্দ্ৰিক হৈ পৰিছে যে বৃদ্ধকাল এটা সামাজিক সমস্যা হিচাপে দেখা দিছে। বৃদ্ধাশ্ৰমৰ প্ৰয়োজনীয়তাৰ কথা বহুতে অনুভৱ কৰিছে আৰু দুই এখন বৃদ্ধাশ্ৰম ইতিমধ্যে প্ৰতিষ্ঠিত হৈছে ।

এই বিলাকৰ উপৰিও এই সময়ছোৱাত সমগ্ৰ বিশ্বতে আতংকৰ সৃষ্টি কৰা এটা সমস্যা হৈছে সন্ত্ৰাসবাদৰ সমস্যা। ১৯৮৫ত অসমৰ আঞ্চলিকতাবাদী ৰাজনৈতিক দল অসম গণ পৰিষদ ক্ষমতালৈ আহে আৰু সেই সময়তে অসম আন্দোলনৰ গয়না লৈ সন্ত্ৰাসবাদী সংযুক্ত মুক্তি বাহিনী বা আলফাৰ অভ্যুদয় হয় । সেই সময়ৰ পৰা আলফা আৰু চৰকাৰ উভয়ৰে সন্ত্ৰাসত অসমৰ জনজীৱন বিপন্ন হৈ পৰিছে, নাগৰিক অধিকাৰ খৰ্ব হৈছে।

স্থানীয়, ৰাষ্ট্ৰীয় আৰু আন্তৰ্জাতিক ৰাজনীতিয়ে অনা সামাজিক, অৰ্থনৈতিক, সাংস্কৃতিক পৰিৱৰ্তনে অসমৰ সমাজ আৰু ব্যক্তি জীৱনত তথা মনস্তত্বত পেলোৱা প্ৰভাৱৰ অধ্যয়ন যোৱা শতিকাৰ নব্বৈৰ দশকৰ পৰা একৈশ শতিকাৰ আৰম্ভণিলৈকে প্ৰকাশিত উপন্যাসৰ আলমত কৰাৰ আৱশ্যকতা উপলব্ধি কৰিছোঁ। ভৱিষ্যতে এনে প্ৰচেষ্টা হাতত লোৱাৰ পৰিকল্পনা থাকিল।

একৈশ শতিকাৰ কিছুমান ভাব-চিন্তা, কিছুমান সামাজিক প্ৰৱণতা কুৰিশতিকাৰ শেষ দশকৰ পৰা আৰম্ভ হৈছিল। বিশ্বব্যাপী পৰিৱৰ্তনৰ দিশৰ পৰা কুৰিশতিকাৰ শেষৰ দশকটো আৰু একৈশ শতিকাৰ প্ৰথম দশকটো অতি গুৰুত্বপূৰ্ণ। এইসময়ছোৱা দোমোজাৰ সময় বুলি ক'ব পাৰি; কিয়নো কুৰিশতিকাৰ কিছুমান সামাজিক প্ৰৱণতা একৈশ শতিকাৰ আৰম্ভণীৰ কিছু বছৰলৈকে প্ৰবাহিত হৈ ৰোৱা দেখিবলৈ পোৱা যায়। সেয়েহে এই সময়ছোৱাৰ সমাজ আৰু এই সময়ছোৱাত প্ৰকাশিত উপন্যাসৰ পৃথক আৰু বিস্তৃত আলোচনাৰ আৱশ্যক হয়।

কুৰিশতিকাৰ শেষৰ দশকটোত সৰল পোনপটীয়া ভাষাত তৃতীয় পুৰুষত উপন্যাস লেখাৰ পদ্ধতিলৈ ঘূৰি যোৱাৰ লক্ষণ প্ৰকাশ পাইছে। এই দশকটোত ৰচিত নিৰুপমা বৰগোহাঞিৰ 'অভিযাত্ৰী' কিছুপৰিমাণে এখন নাৰীবাদী উপন্যাস; কিন্তু

ঔপন্যাসিকা বৰগোহাঞিক নাৰীবাদী বুলি ক'ব নোৱাৰি। চন্দ্ৰপ্ৰভাৰ দণ্ডিনাথৰ প্ৰতি মনোভাৱ নাৰীবাদী মনোভাৱ হ'ব নোৱাৰে। ঔপন্যাসিকা গৰাকীৰ লেখিকা জীৱনৰ আৰম্ভণীৰ 'এজন বুঢ়া মানুহ', 'কেক্‌টাচৰ ফুল', 'দিনৰ পিছত দিন' আদি উপন্যাসত প্ৰকাশ পোৱা স্বামী-স্ত্ৰী, পুৰুষ-নাৰীৰ সম্পৰ্কৰ প্ৰতি মনোভাৱ 'অভিযাত্ৰী'তো বহুপৰিমাণে প্ৰকাশ পাইছে। তৃতীয় পুৰুষত উপন্যাসৰ কাহিনী আগবঢ়াই নিওতে ঔপন্যাসিকাই চন্দ্ৰপ্ৰভাৰ অন্তৰৰ অনুভূতি প্ৰকাশৰ ক্ষেত্ৰত মনোকথনৰ আশ্ৰয় লৈছে।

নৱৈৰ দশকৰ আন এখন সফল,মনোগ্ৰাহী আৰু শক্তিশালী উপন্যাস হ'ল অৰুণ শৰ্মাৰ 'আশীৰ্বাদিৰ ৰং' (১৯৯৬)। এই উপন্যাসৰ কাহিনীও তৃতীয় পুৰুষৰ সৰ্বজ্ঞ বৰ্ণনাকাৰীৰ যোগেদি কোৱা হৈছে ;কিন্তু কিছুমান নাটকীয় পৰিস্থিতিৰ সৃষ্টি কৰি ভাব-অনুভূতিত তীব্ৰতা প্ৰদান কৰা হৈছে। অৰুণ শৰ্মা মূলত: এজন সফল নাট্যকাৰ। সেয়েহে নাট্যধৰ্মীতা উপন্যাসখনৰ প্ৰধান লক্ষণ হিচাপে ধৰা দিছে। নাট্যকাৰে চৰিত্ৰ সৃষ্টিত গুৰুত্ব দিয়াৰ দৰে 'আশীৰ্বাদিৰ ৰং' উপন্যাসতো গজেনৰ চৰিত্ৰটোৰ ওপৰত প্ৰধান গুৰুত্ব দিয়া হৈছে। বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'প্ৰতিপদ'ৰ ডিম্বেশ্বৰ ওৰফে গিয়াচুদ্দিনৰ চৰিত্ৰ 'আশীৰ্বাদিৰ ৰং' উপন্যাসৰ গজেন ওৰফে গণি মিঞাৰ চৰিত্ৰৰ লগত তুলনা কৰি চাব পাৰি। গজেনৰ দৰে ডিম্বেশ্বৰ হিন্দু আছিল, আৰু ডিম্বেশ্বৰে জাহানাৰাক বিয়া কৰাই মুছলমান ধৰ্ম গ্ৰহণ কৰাৰ দৰে গজেনেও হাচিনাক বিয়া কৰাই মুছলমান ধৰ্ম গ্ৰহণ কৰে, কিন্তু দুয়োটা চৰিত্ৰৰ মাজত মিল ইমানেইহে। গজেনে হাচিনাৰ জীৱন আৰু প্ৰাণ ৰক্ষা কৰি তাইৰ সকলো দায়িত্ব পালন কৰিবলৈ তাইক বিয়া কৰোৱাৰ আৱশ্যক হোৱা কাৰণে তাইক বিয়া কৰাবলৈ মুছলমান ধৰ্ম গ্ৰহণ কৰিছে ;কিন্তু ডিম্বেশ্বৰ ওৰফে গিয়াচুদ্দিনে প্ৰথমা পত্নীৰ কোনো সন্তান নোহোৱাত জাহানাৰাক বিয়া কৰাই মুছলমান ধৰ্ম গ্ৰহণ কৰিছে। ডিম্বেশ্বৰৰ দৰে গজেনৰ সামাজিক ৰীতি-নীতি,ধৰ্মলৈ অৱজ্ঞাৰ ভাব নাই। সি গোঁসানী থানত সেৱা কৰে, সামাজিক ৰীতি-নীতিক শ্ৰদ্ধা কৰে, বিয়া নকৰোৱাকৈ এজনী গাভৰু ছোৱালীক লগত ৰাখিব নোখোজে। সি প্ৰথমে হাচিনাক হিন্দু কৰি লৈ তাইক বিয়া কৰাব খুজিছিল ;কিন্তু হিন্দু সমাজে সেইটো হ'বলৈ নিদিয়াত হাচিনাৰ প্ৰাণৰক্ষাকে কৰি সকলো দায়িত্ব লোৱাৰ তাগিদাত নিজে মুছলমান ধৰ্ম গ্ৰহণ কৰি হাচিনাক বিয়া কৰায়। গজেন কোনো ৰাজনৈতিক মতবাদৰ দ্বাৰা পৰিচালিত নহয় ; তাৰ সহজাত মানৱীয়তাৰ কাৰণেই সি হক কথাত মাত মাতে, সকলোকে সহায় কৰে, সকলো

অন্যায়ৰ বিৰোধিতা কৰে। গজেনৰ এই গুণ সৰ্বাই পণ্ডিতৰ লগত হোৱা কথোপকথনত প্ৰকাশ পাইছে।

'হক কথাত মতাইতো মোৰ বেমাৰ ছাৰ'

'বেমাৰ নহয়, সেইটো মানুহৰ মহৎ গুণ।

সেই গুণ সকলোৰে নাথাকে,সাহসৰ অভাব।'

তোৰ সেই গুণ আছে, তোৰ কলিজাত অফুৰন্ত সাহস।'

সৰ্বাই পণ্ডিতৰ জীৱন অতি পৰিপাটি জীৱন। বিভিন্ন শাক-পাচলিৰে ভৰা তেওঁৰ পিছফালৰ বাৰীখনে, ঘৰৰ সন্মুখৰ ফুৰাই ভাত খাব পৰাকৈ চিকুণাই থোৱা ফুলনিখনে গজেনক মুগ্ধ কৰে। গজেন তীক্ষ্ণ মেধাসম্পন্ন হোৱা সত্ত্বেও পঢ়া শুনাত লাগি থাকি সময় খৰচ কৰিবলৈ প্ৰস্তুত নাছিল। সি খাৰাংখাচ স্বভাৱৰ হ'লেও এটা পৰিপাটি জীৱন যাপন কৰে। তাৰ হাতৰ আখৰ অতি সুন্দৰ, ভাষাও সম্পূৰ্ণ শুদ্ধ আৰু সাৱলীল। গজেনে অতি কম সময়ৰ ভিতৰতে সৰ্বাই পণ্ডিতৰ লগত কথা পাতি থাকোতেই থানাত দিবলৈ এখন এজাহাৰ লেখি সম্পূৰ্ণ কৰাত সৰ্বাই পণ্ডিত আচৰিত হয়। পৰিপাটি হাতৰ আখৰে গজেনৰ পৰিপাটি জীৱনটো প্ৰতিফলিত কৰিছে। 'প্ৰতিপদ'ৰ গিয়াচুদ্দিনৰ কিন্তু জীৱনটো বিশৃংখলতাৰে ভৰা আছিল। উপন্যাসখনত নাট্যধৰ্মী গুণ মদন শৰ্মাৰ জবাৰ লগত বিয়া, গজেনৰ হত্যা, হাকিম হোৱাৰ পাছত মদন শৰ্মাৰ গজেন আৰু হাচিনাৰ ল'ৰা ৰহিম কেওঁটৰ লগত মিলন —এনে ধৰণৰ বহুতো নাটকীয় ঘটনাত প্ৰকাশ পাইছে। সমাজৰ বাহ্যিক পৰিবৰ্তনে ব্যক্তিৰ অন্তৰ্জীৱনলৈও পৰিৱৰ্তন আনিব। সেই পৰিৱৰ্তনে উপন্যাসলৈ নতুন বিষয়বস্তু আনিব আৰু নতুন বিষয়বস্তু প্ৰকাশৰ কাৰণে নতুন আংগিকৰ প্ৰয়োজন হ'ব। এনেদৰেই উপন্যাসৰ প্ৰকৃতি আৰু ৰূপৰ পৰিৱৰ্তন ঘটিব। এই পৰিৱৰ্তনত বিশ্ব উপন্যাস সাহিত্যৰ গতি প্ৰকৃতিয়ে কিছু প্ৰভাৱ পেলালেও, পৰিৱৰ্তনৰ প্ৰকৃত কাৰণ হ'ব সামাজ আৰু ব্যক্তি জীৱনলৈ সামাজিক, অৰ্থনৈতিক আৰু তথ্য প্ৰযুক্তি শক্তিয়ে অনা অভূতপূৰ্ব পৰিৱৰ্তন। অসমৰ সামাজ-জীৱন আৰু অসমীয়া উপন্যাস সাহিত্যৰ পৰম্পৰাৰ শিপাৰ পৰাই হয়তো উপন্যাসৰ এটা নতুন ৰচনা ৰীতিয়ে পোখা মেলিব। ■

## (প্ৰথম অধ্যায়)

# পটভূমি

ইংৰাজৰ বাণিজ্য বিস্তাৰৰ লগে লগে অসমত এটা মধ্যবিত্ত শ্ৰেণী গঢ় লৈ উঠে। কিন্তু শিক্ষা আৰু অৰ্থনৈতিক ক্ষেত্ৰত পিছ পৰা অৱস্থাৰ কাৰণে অসমত মধ্যবিত্ত শ্ৰেণী গঢ়ি উঠাত যথেষ্ট সময় লয়। চুবুৰীয়া বঙ্গদেশত কিন্তু শিক্ষা আৰু শিল্প-বাণিজ্যৰ বিস্তাৰৰ হেতু বিভিন্ন চাকৰি, বৃত্তি, ব্যৱসায় আদিৰ পথ মুকলি হয় আৰু সামাজিক বিন্যাসত নানা জটিলতা আৰু পৰিবৰ্তনে দেখা দিয়ে। এটা নগৰীয়া মধ্যবিত্ত শ্ৰেণী গঢ় লৈ উঠাৰ লগে লগে তাত এখন পঢ়ুৱৈ সমাজো গঢ় লৈ উঠে। বঙ্গদেশত পুঁজিবাদী অৰ্থনীতিৰ বিকাশে ব্যক্তিগত উদ্যোগৰো বিকাশ সাধন কৰি ব্যক্তি স্বাধীনতা, ব্যক্তি চেতনা আদি ভাব-আদৰ্শ গা কৰি উঠাত যথেষ্ট বৰঙনি যোগায়। উপন্যাসৰ জন্ম আৰু বিকাশত ব্যক্তি চেতনা আৰু ব্যক্তি স্বাধীনতাই গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰে।

কিন্তু অসমত দ্বিতীয় মহাযুদ্ধৰ সময়লৈকে উচ্চ শিক্ষাৰ সুবিধা আছিল তেনেই সীমিত। শিল্প, উদ্যোগ, বাণিজ্য আদিৰ অনগ্ৰসৰতাৰ কাৰণে অৰ্থনৈতিকভাৱেও অসম তেনেই পিছ পৰি আছিল। অৱশ্যে ১৯০১ত স্থাপিত হোৱা কটন কলেজে উচ্চ শিক্ষাৰ সুবিধা কিছু পৰিমাণে মুকলি কৰে। ১৯২৯ লৈকে একমাত্ৰ এই চৰকাৰী কলেজখনৰ বাহিৰে অসমত কোনো কলেজ নাছিল। যোৰহাটত জগন্নাথ বৰুৱা কলেজ আৰু শিলচৰত গুৰুচৰণ কলেজ যথাক্ৰমে ১৯৩০ আৰু ১৯৩৫ ত স্থাপন কৰা হয়। ৰাজহুৱা দান-বৰঙনিৰ সহায়ত কলেজদুখন কোনোমতে চলিছিল। ১৯৩৯ ত কংগ্ৰেছ কোৱালিশ্যন মন্ত্ৰীসভাই কলেজখনে প্ৰতি ২০০ টকাকৈ চৰকাৰী অনুদান মঞ্জুৰ কৰিছিল। ৰাজ্যখনৰ উচ্চ শিক্ষাৰ স্বাৰ্থৰ খাতিৰত এই অনুদান বৃদ্ধি কৰিবলৈ দশম বছৰ ২য় সংখ্যা (জানুৱাৰী, ১৯৩৯) "আৱাহন"ৰ সম্পাদকীয়ত আহ্বান জনাইছিল।

অসম উচ্চ শিক্ষাৰ ক্ষেত্ৰত ইমানেই পিছপৰা আছিল যে ১৯১১ ত মাত্ৰ ১০ জন পৰীক্ষাৰ্থীয়ে কলা বিভাগত স্নাতক পৰীক্ষা দিয়ে। ইয়াৰে সাত জন কৃতকাৰ্য হয় (*চেন্সাচ অব্ ইণ্ডিয়া,* (১৯১১)। কাৰিকৰী আৰু বৃত্তিমূলক শিক্ষাৰ সুবিধা অসমত নাছিল বুলিলেই হয়। গুৱাহাটীত আৰ্ল ল কলেজ, যোৰহাটত প্ৰিন্স অব্ ৱেলছ্ টেক্‌নিকেল স্কুল আৰু ডিব্ৰুগড়ত বেৰি হোৱাইট মেডিকেল স্কুলৰ বাহিৰে কাৰিকৰী আৰু বৃত্তিগত শিক্ষাৰ কাৰণে আন কোনো অনুষ্ঠান নাছিল। ১৯৩৯ ত অল ইণ্ডিয়া মেডিকেল লাইচেনচিয়েটছ্ এছ'চিয়েশ্যনৰ অসম শাখাই অসমত ডাক্তৰী শিক্ষাৰ সন্দৰ্ভত গঠন কৰা এটা কমিটিয়ে বেৰি হোৱাইট মেডিকেল স্কুলখন এখন পূৰ্ণাঙ্গ মেডিকেল কলেজ কৰিবলৈ পৰামৰ্শ আগবঢ়াইছিল (*আৱাহন*, ৯ম বছৰ, ৫ম সংখ্যা, পঃ ৬৬৫-৬৬৬)। চল্লিশৰ দশকত অসমবাসীয়ে এখন পৃথক বিশ্ববিদ্যালয়ৰ কাৰণে আন্দোলন কৰিবলগীয়া হৈছিল। উচ্চ শিক্ষাৰ ক্ষেত্ৰত অসমৰ এনে পিছপৰা অৱস্থাৰ কাৰণেই ১৯১১ লৈকে অসমৰ ৭,০৫৯,৮৫৭ জনসংখ্যাৰ মাথো ৩,৩৩,৬৭২ জন স্বাক্ষৰ আছিল। ব্ৰাহ্মণ সম্প্ৰদায়ৰ লোকৰ মাজতেই স্বাক্ষৰৰ সংখ্যা সৰ্বাধিক আছিল। বিভিন্ন সম্প্ৰদায়ৰ মাজত স্বাক্ষৰৰ সংখ্যা আছিল এনে ধৰণৰ—ব্ৰাহ্মণ ঃ হাজাৰত ৩২৪ জন, কলিতা ঃ হাজাৰত ৭৯ জন, আহোম ঃ হাজাৰত ৬১ জন, মিকিৰ ঃ হাজাৰত ৩ জন (*চেন্সাচ্ অব্ ইণ্ডিয়া,* ১৯১১), দ্বিতীয় মহাসমৰৰ সময়লৈকে অসমত সেয়েহে এটা নগৰীয়া সভ্যতা গা কৰি উঠা নাছিল। আনকি ১৯৭১ তো নগৰত বাস কৰা লোকৰ সংখ্যা সমগ্ৰ জনসংখ্যাৰ ১০ শতাংশতকৈও কম। ১৯১১ ত ১০ হাজাৰতকৈ অধিক লোক বসতিৰ নগৰ আছিল মাথো তিনি খন। নগৰ আছিল মাথো ২১ খন আৰু তাৰে মাথো পাঁচ খনতহে পৌৰসভাৰ ব্যৱস্থা আছিল (*চেন্সাচ অব্ ইণ্ডিয়া,* ১৯১১)। এই পাঁচখন নগৰ মহকুমাৰ সদৰ কাৰ্যালয়ক কেন্দ্ৰ কৰি গঢ়ি উঠিছিল আৰু নগৰত বাস কৰা বেছিভাগ লোকেই হয়তো কাছাৰীত কেৰাণী, স্কুলত শিক্ষকতা বা মাৰোৱাৰীৰ গোলাত গোমস্তা আদি কাম কৰিছিল (*চেন্সাচ্ অব্ ইণ্ডিয়া,* ১৯৮১)। দ্বিতীয় মহাসমৰৰ সময়লৈকে অসমৰ নগৰ কেইখনত গ্ৰামীণ কৃষ্টিৰ প্ৰভাৱ যথেষ্ট প্ৰবল আছিল। নগৰৰ অৰ্থনীতিও একেই গ্ৰামীণ আৰু পুৰণিকলীয়া হৈয়েই আছিল। আধুনিক নগৰীয়া সভ্যতা এমুঠি মধ্যবিত্তৰ সৃষ্টি আছিল। এওঁলোকৰ অসমৰ বাহিৰত গৈ উচ্চ শিক্ষা লাভৰ সুবিধা আছিল। এওঁলোক সাধাৰণতে বঙ্গদেশলৈ শিক্ষা লাভৰ

কাৰণে গৈছিল আৰু তাত পশ্চিমৰ উদাৰ ভাবধাৰাৰ লগত পৰিচিত হৈছিল। সেই সময়ত বঙালী সাহিত্য ইংৰাজী সাহিত্যৰ দ্বাৰা প্ৰভাৱান্বিতহৈছিল আৰু বঙ্গদেশত শিক্ষা লাভ কৰা অসমীয়া ছাত্ৰসকলো বঙালী তথা ইংৰাজী সাহিত্যৰ দ্বাৰা প্ৰভাৱান্বিত হৈছিল (মহেশ্বৰ নেওগ, *অসমীয়া সাহিত্যৰ ৰূপৰেখা*, ১৯৬৪, পৃঃ ২৬৩)। ১৮৮৮ ত কলিকতাত পঢ়ি থকা কেইজনমান অসমীয়া ছাত্ৰই "অসমীয়া ভাষা উন্নতি সাধিনী সভা" বুলি এটা সাহিত্য চৰ্চাৰ অনুষ্ঠান গঠন কৰে আৰু এই অনুষ্ঠানেই অসমীয়া সাহিত্যলৈ পশ্চিমৰ ভাব-চিন্তা আমদানি কৰাত প্ৰধান ভূমিকা লয়। ১৮৮৯ ত কলিকতাৰ পৰা "জোনাকী" নামৰ এখন সাহিত্যৰ আলোচনী প্ৰকাশ হয় আৰু অসমীয়া সাহিত্যত ৰোমাণ্টিক যুগৰ সূচনা হয় এই জোনাকীৰ পাততে । চল্লিশৰ দশকলৈকে অসমীয়া সাহিত্যত ৰোমাণ্টিক ভাব-আদৰ্শৰ প্ৰেৰণাই আছিল সাহিত্যৰ প্ৰধান উপাদান।

অসমীয়া লেখকসকল প্ৰধানকৈ শ্যেলী, কীট্‌ছ, ৱৰ্ডছৱৰ্থ, বায়ৰণ, স্কট আদি ইংৰাজ লেখকৰ দ্বাৰা অনুপ্ৰাণিত হৈছিল। এওঁলোকৰ লেখনীয়ে অসমীয়া লেখসকলক মানৱ অধিকাৰ, ব্যক্তি স্বাতন্ত্ৰ্য, গণতন্ত্ৰ আদি ভাব-আদৰ্শত দীক্ষিত কৰি তুলিছিল। ব্যক্তি স্বাধীনতা, সমঅধিকাৰ আদি ভাব-আদৰ্শ ইংৰাজী শিক্ষাৰ যোগেদিয়েই আমাৰ সমাজত সোমাইছিল। জাতীয়তাবাদৰ আদৰ্শও সেইদৰেই ইংৰাজী শিক্ষাৰ ফলশ্ৰুতি।

ইংৰাজী সাহিত্যৰ অনুপ্ৰেৰণাতেই পদ্মনাথ গোহাঞি বৰুৱা, লক্ষ্মীনাথ বেজবৰুৱা আদি দুই এজন লেখকে ১৯ শতিকাৰ শেষৰ দশকত উপন্যাস লেখাত হাত দিয়ে। কিন্তু অসমীয়া সমাজৰ আৰ্থ-সামাজিক পৰিৱেশ সেই সময়ত উপন্যাস সাহিত্যৰ বিকাশৰ বাবে অনুকূল নাছিল। সেয়েহে সামাজিক উপন্যাসৰ পৰিৱৰ্তে কিছু ইতিহাস আৰু প্ৰধানকৈ ৰোমাণ্টিক কল্পনাৰ আশ্ৰয়ত সেই সময়ত উপন্যাস সাহিত্যই গা কৰি উঠিছিল (সত্যেন্দ্ৰ নাথ শৰ্মা, *অসমীয়া উপন্যাসৰ ভূমিকা*, ১৯৬৫ , পৃঃ ১২৬-১২৭)। সমাজৰ নানা সমস্যা যেনে সামাজিক অসাম্য, বিধবা বিবাহ আদি উপন্যাসত প্ৰতিফলিত হোৱা নাছিল। অৱশ্যে সমাজ আৰু ব্যক্তিমনত ধৰ্মৰ প্ৰভাৱৰ প্ৰাধান্য সত্ত্বেও সমগ্ৰ বিশ্বজুৰি যি ধৰ্ম বিশ্বাসত শিথিলতা আহিছিল অসমীয়া লেখক সকলো তাৰ পৰা মুক্ত হ'ব পৰা নাছিল। সেয়েহে লেখকসকলৰ চিন্তাত এটা উদাৰ দৃষ্টিভঙ্গী গঢ় লৈ উঠা দেখা যায়। এই উদাৰ দৃষ্টিভঙ্গীয়ে অসমীয়া সাহিত্যত জন্ম দিয়ে এটা নতুন মানৱতাৰ আদৰ্শ।

পশ্চিমৰ পৰা অহা উদাৰনৈতিক ভাব-আদৰ্শই আমাৰ ৰাজনৈতিক আৰু সামাজিক জীৱনত বহুতো পৰিৱৰ্তনৰ সূচনা কৰে। এনেতে ১৯২১ ত আহে গান্ধীজীৰ অসহযোগ আন্দোলন। কানি বৰ্জন, হৰিজন আন্দোলন, খাদী, কুটীৰ শিল্পৰ উন্নয়ন এইবিলাক গান্ধীজীৰ অসহযোগ আন্দোলনৰ লগত জড়িত হৈ পৰে। ইতিমধ্যে ১৯২০ ত অসম এছ'চিয়েশ্যনৰ তেজপুৰত শেষ অধিবেশন বহে আৰু তাতে গান্ধীজীৰ অসহযোগ আন্দোলন স্বাধীনতা লাভৰ অস্ত্ৰ হিচাপে গ্ৰহণ কৰাৰ সিদ্ধান্ত লোৱা হয়। কিছুদিনৰ পাছতে অসমত প্ৰাদেশিক কংগ্ৰেছ গঠন হৈ ভাৰতীয় জাতীয় কংগ্ৰেছৰ অন্তৰ্ভুক্ত হয়। ১৯২১ ৰ জানুৱাৰী মাহত কাৰ্জন হলত বহুতো লোকৰ উপস্থিতিত এখন সভা হয়। সেই সভাত নবীন চন্দ্ৰ বৰদলৈ, চন্দ্ৰনাথ শৰ্মা, অম্বিকাগিৰী ৰায়চৌধুৰী আদিয়ে উদ্দীপ্ত ভাষাৰে জনসাধাৰণক অসহযোগ আন্দোলনত উঠিপৰি লাগিবলৈ আহ্বান জনায়। তেঁখেতসকলে বিশেষকৈ কটন কলেজৰ ছাত্ৰসকলক কলেজ বৰ্জন কৰিবলৈ উদগনি দিয়ে। এনে উদগনিৰ ফলস্বৰূপে দলে দলে ছাত্ৰ কলেজ এৰি ওলাই আহে আৰু গাঁৱে-ভূঁয়ে গৈ অসহযোগৰ আদৰ্শ প্ৰচাৰ কৰে। ছাত্ৰসকলে কানিৰ মহলৰ সন্মুখত পিকেটিং কৰাৰ উপৰিও কানি এৰা লোকসকলক ডাক্তৰী সাহায্যৰ সুবিধা কৰি দিয়ে। ১৯২০ত অসমত ৬০,৮০০ কিলোগ্ৰাম কানি বিক্ৰী হৈছিল। কিন্তু ১৯২১ত কানি বৰ্জন আন্দোলনৰ ফলস্বৰূপে কানি বিক্ৰীৰ পৰিমাণ ২২,৮৭৬ কিলোগ্ৰামলৈ কমি যায় (পদ্মনাথ বৰঠাকুৰ, *স্বাধীনতা ৰণৰ সংস্পৰ্শত*, পৃঃ২৩১)। তথাপিও সেই বছৰত কানিৰ পৰা সংগ্ৰহ হোৱা ৰাজহৰ পৰিমাণ আছিল ৪৪ লাখ টকা (*কৃষ্ণ শৰ্মাৰ ডায়েৰী*, পৃঃ ৮৮)। গান্ধীজীৰ অসহযোগ আন্দোলনে জনসাধাৰণক আত্মনিৰ্ভৰশীলতা, বিদেশী বস্তু বৰ্জন, কুটীৰ শিল্পৰ উন্নয়ন আদি ভাব-আদৰ্শত উদ্বুদ্ধ কৰি তুলিছিল।

১৯৩৪ত গান্ধীজী হৰিজন আন্দোলনৰ সন্দৰ্ভত অসমলৈ আহে। অসমত ভাৰতবৰ্ষৰ অন্য ঠাইৰ দৰে অস্পৃশ্যতা এটা সমস্যা হিচাপে দেখা দিয়া নাছিল যদিও ইয়াৰ পৰা সম্পূৰ্ণ মুক্ত আছিল বুলিও ক'ব নোৱাৰি। গান্ধীজীয়ে যোৰহাটৰ কংগ্ৰেছ নেতা কৃষ্ণনাথ শৰ্মাৰ ঘৰুৱা নামঘৰটো হৰিজনসকলৰ বাবে মুকলি কৰাত গোড়া হিন্দু সমাজত হুলস্থুল লাগিছিল।

এই হৰিজন আন্দোলনে আন কিছুমান সামাজিক সংস্কাৰ সাধনৰ প্ৰতি শিক্ষিত

মানুহক আগ্রহান্বিত কৰে। তাৰ ভিতৰত এটা প্ৰধান সংস্কাৰ হ'ল, নাৰীৰ সমাজত স্থান। অৱশ্যে অসমীয়া সমাজত আন ঠাইৰ তুলনাত নাৰীৰ স্থান বহুতো উন্নত আছিল। তথাপি নাৰীক পুৰুষতকৈ হেয় বুলি ভবা হৈছিল আৰু নাৰীৰ ক্ষেত্ৰত বহুতো সামাজিক বাধা- নিষেধ আছিল যিবিলাকে নাৰীৰ স্বাধীনতা খৰ্ব কৰিছিল। অসমীয়া সমাজত ব্ৰাহ্মণ সম্প্ৰদায়ৰ বাহিৰে অন্য সম্প্ৰাদায়ৰ তিৰোতাই স্বামীৰ মৃত্যুৰ পাছত পুনৰ বিবাহ কৰিব পাৰিছিল । ব্ৰাহ্মণ সম্প্ৰদায়ৰ বিধবাসকলৰ অৱস্থাহে বৰ দুখ লগা আছিল। তদুপৰি ব্ৰাহ্মণ সম্প্ৰদায়ৰ মাজত বাল্যবিবাহ প্ৰচলিত আছিল। অৱস্থাপন্ন পুৰুষে দুগৰাকী-তিনিগৰাকী তিৰোতা বিয়া কৰোৱা এটা সাধাৰণ কথা আছিল। ভাৰতবৰ্ষৰ অন্য ঠাইৰ দৰে অৱশ্যে বিয়াৰ ক্ষেত্ৰত পণ প্ৰথা প্ৰচলিত নাছিল। আনহাতে খেতিয়ক শ্ৰেণীৰ মাজত ল'ৰাইহে ছোৱালীৰ কাৰণে গা-ধন ভৰিবলগীয়া হৈছিল। অৱশ্যে দ্বিতীয় আৰু তৃতীয় দশকত বঙ্গীয় সংস্কৃতিৰ প্ৰভাৱত বেলেগ ধৰণে এটা পণ প্ৰথা অসমতো সোমাইছিল। সেই সময়ত ল'ৰাই সাধাৰণতে কম বয়সতে বিয়া কৰাইছিল। বিয়াৰ পাছত তেওঁৰ উচ্চ শিক্ষাৰ সকলো খৰচ ছোৱালীৰ বাপেকে বহন কৰিবলৈ বিয়াৰ আগতে চুক্তি কৰিছিল। ব্ৰাহ্মণ সম্প্ৰদায়ৰ ছোৱালী এনেয়েও বাল্য অৱস্থাতে বিয়া দিব লাগে, তাতে আকৌ ভাল দৰা পাবলৈ টান। বাধ্যত পৰি ছোৱালীৰ বাপেকে এনে চুক্তিত সোমাবলগীয়া হৈছিল (*কৃষ্ণ শৰ্মাৰ ডায়েৰী*, পৃঃ ৪৬)।

সেই সময়ত যৌথ পৰিয়াল প্ৰথা প্ৰচলিত থকা কাৰণে স্বামী-স্ত্ৰীৰ মাজত মুকলিমূৰীয়াকৈ ভাবৰ আদান-প্ৰদান হোৱাৰ সুবিধা নাছিল। পিতৃপ্ৰধান পৰিয়ালত ব্যক্তি স্বাধীনতা, ব্যক্তিগত ৰুচি-অভিৰুচিৰ স্থান নাছিল আৰু প্ৰায়ে ন-বোৱাৰীৰ ওপৰত শাহুৱেককে আদি কৰি পৰিয়ালৰ সকলোৰে অত্যাচাৰ চলিছিল। ইংৰাজী শিক্ষাৰ বিস্তাৰ আৰু পশ্চিমৰ ভাবধাৰাৰ প্ৰভাৱত সমাজত বিশেষকৈ নতুন চামৰ মাজত ব্যক্তিগত সুখ-স্বাচ্ছন্দ্যৰ ধাউতি বাঢ়ে আৰু যৌথ পৰিয়ালত ভাঙোনে দেখা দিয়ে।

গান্ধীজীৰ অসহযোগ আন্দোলনত অংশগ্ৰহণ কৰি নাৰী জড়তা আৰু সংকোচ মুক্ত হৈ নতুন ৰূপত উদ্ভাসিত হৈ উঠিছিল। পুৰুষে নাৰীৰ এই নতুন ৰূপত বিমোহিত হৈ নাৰীক জীৱনৰ লগৰী আৰু বান্ধৱী ৰূপত চাবলৈ সক্ষম হৈছিল।

তৃতীয় আৰু চতুৰ্থ দশকৰ অসমৰ আন এটা প্ৰধান সমস্যা হৈছিল নেপাল আৰু বিশেষকৈ পূব বঙ্গৰ মৈমনসিং জিলাৰ পৰা অহা প্ৰব্ৰজনৰ সোঁত। এই সোঁতে

অসমৰ অস্তিত্বই বিপদাপন্ন কৰি তুলিছিল। সেয়েহে অম্বিকাগিৰী ৰায়চৌধুৰীয়ে 'অসম সংৰক্ষিণী সভা' গঠন কৰি "চেতনা" নামৰ মাহেকীয়া আলোচনীৰ জৰিয়তে অসম আৰু অসমীয়াৰ অস্তিত্ব আৰু অধিকাৰৰ হকে যুঁজ দিছিল। এই শতিকাৰ প্ৰথম দশকত আৰম্ভ হোৱা পূব বঙ্গৰ মৈমনচিঙীয়াৰ প্ৰব্ৰজনৰ সোঁতে তৃতীয় দশকত এনে ভয়াবহ ৰূপ লৈছিল যে ১৯৩১তচেন্সাচ চুপাৰিনটেণ্ডেণ্ট চি, এছ, মুলানে তেখেতৰ প্ৰতিবেদনত লেখিছিল ঃ "এইটো এটা অতি দুখৰ হ'লেও নিশ্চিত কথা যে অহা ৩০ বছৰৰ ভিতৰত শিৱসাগৰৰ বাহিৰে অসমীয়া মানুহৰ অসমত নিজৰ বুলিবলৈ একোৱেই নাথাকিব।" (*চেন্সাচ অব্ ইণ্ডিয়া,* ১৯৩১, পৃঃ ৫২)। ১৯৪০ ত নগাঁও জিলাৰ উপায়ুক্তই লেখিছিল যে অনুপ্ৰবেশ ৰোধ কৰাৰ সময়োচিত ব্যৱস্থা নল'লে মাটিহীনৰ সমস্যাই অসমত ভয়াবহ-ৰূপ ল'ব।

"The problem of finding lands for landless immigrants baffled my efforts. Vehement protests were received against opening of reserves. I was convinced that whatever land was available was needed for the future requirements of the local people and also of the immigrants who had already settled down. It is high time that further flow of immigration is stopped at its source, and unless this is done, the problem will become extremely difficult for solution."

(*আৱাহন,* ৯ম বছৰ, ৭ম সংখ্যা সম্পাদকীয়ত উদ্ধৃত।)

গান্ধীজীৰ স্বাধীনতা আন্দোলনে কৃষক আৰু বনুৱাৰ মনত নতুন চেতনাৰ সঞ্চাৰ কৰিছিল। বৃটিছ চৰকাৰে সঘনে মাটিৰ খাজনা বৃদ্ধি কৰাত আৰু সেই অনুপাতে উৎপন্ন বস্তুৰ মূল্য বৃদ্ধি নোহোৱাত কৃষকসকলৰ অৱস্থা শোচনীয় হৈছিল। ১৯৩৮ তগোপীনাথ বৰদলৈৰ নেতৃত্বত যি কংগ্ৰেছ কোৱালিশ্যন মন্ত্ৰীসভা গঠন কৰা হৈছিল সেই মন্ত্ৰীসভাই কৃষকৰ অৱস্থা উন্নত কৰিবৰ কাৰণে মাটিৰ খাজনা হ্ৰাস কৰাকে ধৰি বহুতো ব্যৱস্থা হাতত লৈছিল। (*আৱাহন,* ৯ম বছৰ ১ম আৰু ৪ৰ্থ সংখ্যা দ্ৰষ্টব্য।) তদুপৰি চতুৰ্থ দশকত বহুতো ৰায়ত সভা গঢ় লৈ উঠিছিল । এই ৰায়ত সভাবিলাকক

সুপৰিকল্পিতভাৱে গঢ় দিবৰ কাৰণে আৰু সমন্বয় সাধন কৰিবৰ উদ্দেশ্যে ১৯৩৩ ত "সদৌ অসম ৰায়ত সভা" গঠন কৰা হয়। মৌজা, জিলা আদিৰ ভিত্তিত গঠিত ৩০০ খনমান আঞ্চলিক ৰায়তসভা এই "সদৌ অসম ৰায়ত সভা"ৰ অন্তৰ্ভুক্ত আছিল। (অমলেন্দু গুহ, *প্লেন্টাৰ ৰাজ্ টু স্বৰাজ*, পৃঃ ১৮১-১৮২ দ্ৰষ্টব্য।)

তৃতীয় আৰু চতুৰ্থ দশকৰ অসমীয়া উপন্যাসৰ বিষয়ে লেখিবলৈ গৈ সেই সময়ৰ অসমীয়া সমাজ আৰু সমাজৰ নানা দ্বন্দ্বৰ বিষয়ে দীঘলীয়াকৈ লেখিবৰ প্ৰয়োজন হ'ল এই কাৰণে যে উপন্যাসত ব্যক্তি আৰু সামাজিক মনৰেই নানা দ্বন্দ্ব, নানা ভাব-অনুভূতি, নানা আশা-আকাংক্ষা প্ৰতিফলিত হয়। আগতে কৈ অহা হৈছে যে এই শতিকাৰ প্ৰথম দুই দশকত ইতিহাসৰ কিছু আলম লৈ কল্পনাশ্ৰিত কাহিনী লেখা হৈছিল। কিন্তু ৩য় আৰু ৪ৰ্থ দশকত সমাজৰ নানা সমস্যাৰ ওপৰত ভিত্তি কৰি কেইজনমান লেখকে সামাজিক উপন্যাস লেখিবলৈ লয়।

দ্বিতীয় দশকৰ একেবাৰে শেষৰ বছৰত (১৯২০) প্ৰকাশিত চিন্তাহৰণ পাটগিৰিৰ "সংসাৰ চিত্ৰ" উপন্যাসেই প্ৰথম উল্লেখযোগ্য সামাজিক উপন্যাস বুলি ক'ব পাৰি। এই উপন্যাসত যৌথ পৰিয়ালত নাৰীৰ স্থান, এনে পৰিয়ালত স্বামী-স্ত্ৰীৰ সম্বন্ধ আদি সমস্যা প্ৰতিফলিত হৈছে। উপন্যাসৰ কাহিনী অমূল্য আৰু প্ৰতিমাক কেন্দ্ৰ কৰি গঢ়ি উঠিছে। অমূল্যই তেওঁৰ নৱবিবাহিতা পত্নীক গাঁৱৰ ঘৰত এৰি থৈ নগৰত চাকৰি কৰিবলৈ যায়। প্ৰতিমাৰ শাহুৱেক, শহুৰেক আৰু নন্দেকে তেওঁক দাসীৰ দৰে ব্যৱহাৰ কৰে। নানা অত্যাচাৰত তিষ্ঠিব নোৱাৰি শেষত সন্নিপাত ৰোগত আক্ৰান্ত হৈ চিকিৎসাৰ অভাৱত প্ৰতিমাৰ মৃত্যু হয়। প্ৰতিমাই চিঠিৰ যোগেদি তেওঁৰ ওপৰত চলা নিৰ্যাতনৰ কথা অমূল্যক জনাইছিল যদিও অমূল্যই দেউতাক-মাকৰ অপকৰ্মৰ কোনো বিৰোধিতা কৰিবলৈ নৈতিক বল গোটাব নোৱাৰিলে।

এই উপন্যাসৰ পৰা আমি সেই সময়ৰ অসমীয়া সমাজখনৰ বিষয়ে বহুত কথা জানিব পাৰো। বি, এ পাছৰ সংখ্যা তেতিয়া নিচেই তাকৰ আছিল। গাঁৱত বি, এ পাছৰ কৰাণে কোনো চাকৰিৰ সুবিধা নাছিল। কেৱল নগৰতহে মাধ্যমিক, উচ্চ মাধ্যমিক আদি স্কুল আছিল। উচ্চ শিক্ষা কেৱল দুই-চাৰিজন সমাজৰ অৱস্থাপন্ন লোকেহে ল'ব পাৰিছিল। গাঁৱৰ পৰা নগৰলৈ প্ৰব্ৰজন এইদৰেই আৰম্ভ হৈছিল। কিন্তু নগৰত থকা বেছিভাগ লোকৰেই গাঁৱৰ লগত এটা গাঢ় সম্বন্ধ ৰৈ গৈছিল।

ছোৱালীৰ বিয়া হৈছিল কিছু কম বয়সতে। নগৰৰ কোনো কোনো সম্ভ্ৰান্ত পৰিয়ালত ছোৱালীক কিছু পঢ়া-শুনা কৰোৱা হৈছিল। কিন্তু সাধাৰণতে ছোৱালীক বেছি পঢ়োৱাৰ নিয়ম নাছিল। গাঁৱৰ ধনী পৰিয়ালে নগৰৰ সম্ভ্ৰান্ত ঘৰৰ পঢ়া-শুনা কৰা ছোৱালী বিয়া কৰাবলৈ বিশেষ আগ্ৰহ কৰিছিল। অমূল্যৰ মাক শীতলাই অমূল্যৰ কাৰণে এজনী পঢ়া-শুনা থকা ছোৱালী বিচাৰিছিল।

সমাজত পুৰুষৰ বহুবিবাহ এটা নিয়ম নহ'লেও অনিয়ম নাছিল। অমূল্যৰ দেউতাকে তেওঁৰ পত্নী শীতলাক কয় যে বিয়াৰ পাছত অমূল্যলৈ বিয়া কৰোৱা ছোৱালীজনী ভাল নালাগিলে অমূল্যই আকৌ দ্বিতীয়বাৰ বিয়া কৰাব পাৰিব। কিন্তু নতুন চাম পুৰুষ বহুবিবাহৰ বিৰোধী আছিল। অমূল্যৰ দেউতাক হলধৰ চৌধুৰীয়ে অমূল্যক প্ৰথমবাৰ বিয়া কৰাই যদি বেয়া পায় আকৌ দ্বিতীয়বাৰ বিয়া কৰাবলৈ কয়। অমূল্যই এনে কথাৰ প্ৰতিবাদ কৰে। তেওঁৰ মতে প্ৰকৃত বিয়া জীৱনত মাথো এবাৰহে হয়। তেওঁৰ মতে মনে-প্ৰাণে ভালপোৱা দুটি ডেকা-গাভৰুৰ মাজত বিয়া সম্পন্ন হোৱাটো আৱশ্যক। দুটি অচিনাকি ডেকা-গাভৰুৰ মাজত অভিভাৱকে বিয়া পাতি দিয়া এটা বেয়া সামাজিক প্ৰথা বুলি অমূল্যই ভাবে। কিন্তু এই প্ৰথাৰ বিৰোধিতা কৰিবলৈ তেওঁৰ সাহস নাই।

সমাজত পণ-প্ৰথা দেখ দেখকৈ নাছিল যদিও শিক্ষিত সমাজত এই প্ৰথাই লাহে লাহে মূৰ দাঙি উঠিছিল। হলধৰ চৌধুৰীয়ে প্ৰতিমাৰ দেউতাক নীলকমল ভূএগ্ৰাৰ প্ৰস্তাৱ গ্ৰহণ কৰিছিল এই কাৰণেই যে প্ৰতিমাৰ দেউতাক এজন অৱস্থাপন্ন উকীল আছিল আৰু তেওঁ অমূল্যৰ বিয়াৰ সকলো যাবতীয় খৰচ বহন কৰিবলৈ সন্মত হৈছিল। তদুপৰি হলধৰ চৌধুৰীয়ে প্ৰতিমাৰ লগত বহুত সোণৰ গহনা-পাতি দিব বুলিও আশা কৰিছিল। কিন্তু অমূল্য এনে পণ-প্ৰথাৰ বিৰোধী আছিল আৰু নীলকমল ভূএগ্ৰাৰ পৰা টকা-পইচা গ্ৰহণ কৰাটো সমীচীন নহ'ব বুলি দেউতাকক কৈছিল। তদুপৰি অমূল্যই কয়, "আমাৰ সমাজত কন্যাপণৰ ঠাই বৰপণে অধিকাৰ কৰিছে।"

তিৰোতা সদায় পুৰুষৰ অধীন আছিল আৰু সেই কথা সহজে মানি লৈছিল। ভগৱানেই তিৰোতাক পুৰুষৰ অধীন কৰি সৃষ্টি কৰিছে বুলি ভাবিছিল। প্ৰতিমাৰ কথাতে এই কথা প্ৰকাশ পায়--"আমাক ঈশ্বৰে এনেকুৱাকৈ স্ৰজন কৰিলে যে আমি সকলো অৱস্থাতে পুৰুষৰ অধীন।" প্ৰতিমাই সকলো অত্যাচাৰ নিৰৱে সহ্য কৰি

যায়। প্ৰতিমাই নিজৰ সকলো সুখ-দুখ, ৰুচি-অভিৰুচি স্বামীতেই বিলীন কৰি দিয়ে--"আপুনি মোৰ বিপদৰ আশ্ৰয়, সম্পদৰ আনন্দ, ক্ষুধাৰ তৃপ্তি আৰু পূজাৰ দেৱতা।"

স্বামী-স্ত্ৰীৰ মাজত ভাবৰ আদান-প্ৰদানৰ কোনো সুবিধাই নাছিল। স্বামীয়ে দিনত তেওঁৰ বিবাহিতা পত্নীৰ সান্নিধ্যলৈ অহাটোৱেই কঠিন আছিল। তদুপৰি দূৰত চাকৰি কৰা পুতেকে দেউতাক-মাকৰ লগতে নিজৰ বিবাহিতা স্ত্ৰী এৰি থৈ গৈছিল। ফলত এজনী কোমল বয়সীয়া ছোৱালীক শাহুৱেক-শহুৰেকে বান্দীৰ দৰে ব্যৱহাৰ কৰিছিল। অমূল্যৰ বন্ধু তিলকেশ্বৰে কয় যে আগৰ কালত আমাৰ মানুহবোৰ চাকৰিজীৱী নাছিল আৰু সেইকাৰণে তিৰোতাক বিদেশলৈ নিয়াৰ কোনো প্ৰয়োজনো নাছিল। ইয়াৰ পৰাই সমাজত দস্তুৰ হৈ পৰিছিল যে তিৰোতাক বাহিৰলৈ উলিয়াই নিব নাপায়। কিন্তু তিলকেশ্বৰে ভাবে যে বাহিৰত চাকৰি কৰা মানুহৰ সংখ্যা বঢ়াৰ লগে লগে পত্নীক লগত নৰখা দস্তুৰ আমাৰ সমাজৰ পৰা উঠি যাব লাগে।

অমূল্যই সামাজিক কু-সংস্কাৰৰ সন্মুখত বৰ অসহায় বোধ কৰে। পত্নীৰ লগত তেওঁ নিবিড় সম্পৰ্ক গঢ়ি তোলাৰ ইচ্ছা কৰে আৰু পত্নীক সদায় লগত ৰখাৰ কথা ভাবে। কিন্তু বাপেক-মাকৰ ইচ্ছাৰ ওচৰত তেওঁ নিজৰ সকলো সুখ-সন্তোষ বিসৰ্জন দিয়ে। বৰ্তমান কালৰ ব্যক্তি স্বাতন্ত্ৰ্য, ব্যক্তিগত সুখ-স্বাচ্ছন্দ্য আদি ভাব-আদৰ্শ তেতিয়া গা কৰি উঠা নাছিল। পত্নী আৰু ল'ৰা-ছোৱালীক কেন্দ্ৰ কৰি গঢ়ি উঠা বৰ্তমানৰ সৰু ব্যক্তিকেন্দ্ৰিক পৰিয়ালৰ কথা তেতিয়া সমাজত বেছিভাগ লোকেই ভাবিব পৰা হোৱা নাছিল।

স্নেহলতা বৰুৱাৰ ১৯২৬ত প্ৰকাশিত "বীণা"ত ব্ৰাহ্মণ সমাজত বিধবাৰ অৱস্থা, নাৰীৰ শিক্ষা, পূব বঙ্গৰ পৰা হোৱা মুছলমান লোকৰ প্ৰব্ৰজন আদি নানা সমস্যা উপস্থাপন কৰা হৈছে। সেই সময়ত অসমীয়া শিক্ষিত সমাজত বঙ্গদেশৰ ব্ৰাহ্ম সমাজৰ যি প্ৰভাৱ পৰিছিল সেই প্ৰভাৱৰ বিষয়েও এই উপন্যাসত বহুতো কথা পোৱা যায়। উপন্যাসৰ ৰচয়িতা স্নেহলতা বৰুৱা নিজে এগৰাকী ব্ৰাহ্ম আছিল।

বীণা আৰু প্ৰকাশক কেন্দ্ৰ কৰি উপন্যাসৰ কাহিনী গঢ় লৈ উঠিছে। বীণা এজনী সম্ভ্ৰান্ত ঘৰৰ নিচেই কম বয়সীয়া বিধবা। বীণাৰ দেউতাক এজন বহল আৰু উদাৰ মনৰ অৱস্থাপন্ন উকীল। জীয়েকক আৰ্থিকভাৱে স্বাধীন জীৱন যাপনৰ উপযুক্ত কৰি গঢ়ি তুলিবৰ কাৰণে তেওঁ বীণাক কলিকতাৰ এখন ব্ৰাহ্ম স্কুলত নাম লগাই

দিয়ে। উপন্যাসৰ নায়ক প্ৰকাশ এজন নৈষ্ঠিক গোসাঁইৰ ল'ৰা। বিলাতত শিক্ষা লাভ কৰিবলৈ যোৱা কাৰণে বাপেকে তেওঁক ত্যাজ্যপুত্ৰ কৰে। প্ৰকাশৰ ভনীয়েক অমিয়াৰ যোগেদি বীণা আৰু প্ৰকাশৰ চিনাকি হয়। বিলাতৰ পৰা ঘূৰি অহাৰ পাছতো সমাজে তেওঁক গ্ৰহণ নকৰাত তেওঁ কলিকতাত থাকিবলৈ লয়। তাতে বীণা আৰু প্ৰকাশৰ চিনাকি গাঢ় প্ৰেমত পৰিণত হয়। বীণাই ব্ৰাহ্ম ধৰ্মত দীক্ষিত হৈ উচ্চ শিক্ষা লাভ কৰিলেও প্ৰথমে তেওঁৰ নিচিনা বিধবাৰ পুনৰ বিবাহৰ কথা ভাবিবলৈ টান পাইছিল। বহুদিনীয়া এটা পুৰণি সামাজিক ৰীতিৰ প্ৰভাৱ ইমানেই প্ৰবল আছিল যে শিক্ষিত মানুহো সংস্কাৰমুক্ত হোৱাটো কঠিন আছিল। কিন্তু শেষত সামাজিক সংস্কাৰৰ ওচৰত হৃদয় আৰু বিবেকৰেই জয় হ'ল।

উপন্যাসত উপস্থাপন হোৱা প্ৰধান সমস্যা হৈছে বাল্যবিবাহ আৰু তাৰ পৰা উদ্ভৱ হোৱা বিধবাৰ সমস্যা। বীণা পুষ্পিতা হোৱাৰ আগতেই বিধবা হয়। সমাজত বিধবাৰ স্থান অতি দুখ লগা আছিল। বিধবাক অমঙ্গলীয়া বুলি ভবা হৈছিল আৰু কোনো মাঙ্গলিক অনুষ্ঠানত তেওঁক স্থান দিয়া হোৱা নাছিল। বিধবাই এটা কামনাবিহীন আৰু সকলো প্ৰকাৰৰ সুখৰ পৰা বঞ্চিত জীৱন যাপন কৰাটো সমাজে বিচাৰিছিল। আনকি অমিয়াৰ নিচিনা এজনী উদাৰ মনৰ নাৰীয়েও প্ৰকাশে বীণাৰ প্ৰেমত পৰা কথা শুনি উচপ খাই উঠিছে আৰু মুকলিমূৰীয়াকৈ বীণাক ফুৰা-চকা, পঢ়া-শুনা কৰিবলৈ দিয়াত বীণাৰ বাপেকক সমালোচনা কৰিছে। সমাজৰ বাধা-নিষেধ মানি নচলা লোকৰ ওপৰত সমাজ বৰ কঠোৰ আছিল। কিন্তু শিক্ষাৰ প্ৰসাৰৰ লগে লগে পুৰণি সামাজিক ৰীতি-নীতিত লাহে লাহে ভাঙোনে দেখা দিয়ে।

ব্ৰাহ্মণ সমাজত ডেকা-গাভৰুৰ মনত প্ৰেমৰ সঞ্চাৰ হোৱাৰ কোনো অৱকাশ নাছিল। প্ৰেমৰ বিষয়ে একো নাজানোতেই এজনী কম বয়সীয়া ছোৱালীৰ বিয়া হৈ যায়। বিয়াও হয় সাধাৰণতে আগতে নেদেখা-নুশুনা এজন মানুহৰ লগত। তদুপৰি সাধাৰণতে ছোৱালীৰ বয়স ল'ৰাতকৈ বহুত কম হয়। বয়সৰ এই ব্যৱধানৰ কাৰণে বিয়াৰ পাছতো প্ৰেম জন্মিব নোৱাৰে। পত্নীৰ কাৰণে স্বামী আছিল সাক্ষাত ভগৱান। লেখিকাই সেই কাৰণেই দুখ কৰি লেখিছে, "যি দেশৰ ল'ৰা-ছোৱালীয়ে সপোনতো নুবুজে কেনেকৈ পৰস্পৰৰ হৃদয় জয় কৰিব পাৰি, প্ৰণয় প্ৰেমে কি উচ্চাদৰ্শ দেখুৱাব পাৰে, পৰস্পৰৰ কিমানখিনি ত্যাগ তাৰ পৰা সম্ভৱ, তেওঁবিলাকে এই বিষয়ে হেঁপাহ

কৰিবৰ সৌভাগ্যৰ পৰা, আকাংক্ষা কৰিবৰ, ঈপ্সিত বস্তু পাবৰ ভীষণ আনন্দৰ পৰা চিৰকাললৈ বঞ্চিত।"

ইংৰাজী আৰু বঙালী ৰোমাণ্টিক সাহিত্যৰ অধ্যয়নৰ ফলত বহুতো ডেকাৰ অন্তৰত পত্নীৰ লগত এটা নিবিড়, প্ৰেমপূৰ্ণ দাম্পত্য জীৱন গঢ়ি তুলিবলৈ হাবিয়াস জন্মিছিল। প্ৰকাশে ভনীয়েক অমিয়াৰ তেওঁৰ স্বামী সুৰেশৰ লগত প্ৰণয়ৰ আৰু প্ৰকৃত বুজা-পৰাৰ জীৱন দেখি অভিভূত হৈছে। "সাৰ্থক অমিয়াৰ জনম। মতা মানুহে প্ৰেমৰ অভিষেকেৰে মাইকী মানুহৰ নাৰীত্ব নুফুটালে কোনে তিৰোতাক উচ্চ আসনত ঠাই দিব?"

গাঁৱৰ সমাজত শিক্ষা, পৰিষ্কাৰ পৰিচ্ছন্নতা আৰু স্বাস্থ্য ৰক্ষাৰ জ্ঞানৰ অভাৱ, ডাক্তৰী চিকিৎসাৰ অভাৱ আৰু ক'লাজ্বৰত বহুতৰ প্ৰাণহানি আদি সমস্যাও উপন্যাসত উপস্থাপন কৰা হৈছে।

মৈমনচিঙীয়া আৰু নেপালীবিলাকে অসমৰ গোটেই বজাৰ নিজৰ হাতলৈ নিয়া আৰু অসমীয়া মানুহে নিজৰ দেশতে সকলো হেৰুৱাই পেলোৱাৰ কথাও লেখিকাই' প্ৰসঙ্গক্ৰমে উল্লেখ কৰে। তদুপৰি লেখিকাই উপলব্ধি কৰে যে মৈমনচিঙীয়াবিলাকে অসমত অপৰাধ বৃদ্ধি কৰি অসমত পূৰ্বৰে পৰা চলি অহা হিন্দু-মুছলমানৰ সম্প্ৰীতিৰ অনিষ্ট সাধন কৰিছে।

১৯২৮ ত প্ৰকাশিত দণ্ডিনাথ কলিতাৰ "সাধনা"ত আমি অসমীয়া সমাজত স্বদেশী আন্দোলন, আত্মনিৰ্ভৰশীল গ্ৰামীণ অৰ্থনীতি, খাদী আৰু স্ত্ৰীশিক্ষাৰ প্ৰসাৰৰ প্ৰভাৱ দেখিবলৈ পাওঁ।

উপন্যাসৰ নায়ক দীনবন্ধু স্বদেশী আন্দোলনৰ দ্বাৰা প্ৰভাৱান্বিত হৈছে। দীনবন্ধুৰে তেওঁৰ যত্নত স্থাপন হোৱা স্কুলখন এখন জাতীয় স্কুল হিচাপে সম্পূৰ্ণ দান-বৰঙনিৰ ওপৰত চলাব খুজিছে। তেওঁ চৰকাৰৰ পৰা কোনো সাহায্য ল'বলৈ অসন্মত হৈছে। সেই সময়ত জাতীয় শিক্ষাৰ আন্দোলন স্বদেশী আন্দোলনৰ এটা অংগ হৈ পৰিছিল। স্বদেশী আন্দোলন প্ৰথমে বঙ্গৰ পৰা শ্ৰীহট্টৰ বিচ্ছেদৰ ওপৰত ভিত্তি কৰি গঢ়ি উঠিছিল যদিও শেষত গৈ ইয়েই সমগ্ৰ ভাৰতবৰ্ষত জাতীয় জাগৰণ আৰু স্বৰাজ আন্দোলনৰ ৰূপ লয়।

সেয়েহে দীনবন্ধুয়ে এজন সমাজ সংস্কাৰক হৈও ভাৰতীয় ঐতিহ্য

আৰু পুৰণি মূল্যবোধত তেওঁৰ প্ৰবল বিশ্বাস প্ৰকাশ কৰিছে। তেওঁ উপন্যাসৰ নায়িকা প্ৰভাৰ্লে লিখে যে তেওঁ নাৰী স্বাধীনতাৰ পৃষ্ঠপোষকতা কৰিলেও নাৰী সম্পূৰ্ণ বেপৰোৱা হোৱাটো নিবিচাৰে। পশ্চিমৰ সমাজত নাৰীৰ অসীম স্বাধীনতাই নানা লম্পটালি, যৌন অপৰাধত সমাজ দূষিত কৰিছে। তেওঁ হিন্দু বিয়াতো সম্পূৰ্ণ আস্থা প্ৰকাশ কৰিছে - "বিলাতত বিবাহ বৰ-কন্যাৰ বাছনিমতে বেছিকৈ হয় সঁচা, কিন্তু তাৰ ফলতেই যে বিবাহ-বিচ্ছেদ আদালত স্থাপিত হৈছে, সিও সঁচা। তাৰ কাৰণ ডেকা-গাভৰুৰ নিৰ্বাচনৰ সময়ত অকল ভোগ-লিপ্সা, ৰূপ-যৌৱনৰ আকৰ্ষণেই আন সকলো দোষ ঢাকি পেলায়। সেই দেখিয়েই বহুতো ক্ষেত্ৰত ভোগ-তৃষ্ণাৰ প্ৰথম উত্তেজনা মাৰ যোৱাৰ লগতেই আগেয়ে লুকাই থকা দোষবিলাক জলজল কৰে ওলাই পৰে। আৰু তাৰ ফলতেই আদালতৰ আশ্ৰয় লৈ এৰা-এৰি হ'ব লগা হয়। কিন্তু হিন্দুৰ বিবাহ তেনে দুদিনীয়া বান্ধোন নহয়।"

দীনবন্ধুৱে হিন্দুধৰ্মতো তেওঁৰ প্ৰগাঢ় বিশ্বাস প্ৰকাশ কৰিছে। তেওঁ এজন খ্ৰীষ্টান পাদুৰীৰ লগত হিন্দু ধৰ্মৰ উদাৰ দৃষ্টিভঙ্গী আৰু খ্ৰীষ্টান মিচনেৰীসকলৰ ঠেক দৃষ্টিভঙ্গীৰ বিষয়ে তৰ্কত প্ৰবৃত্ত হৈছে।

দীনবন্ধুৰ চৰিত্ৰত সামাজিক সেৱাৰ প্ৰবৃত্তি পৰিস্ফুট হৈ উঠিছে। তেওঁ গোৱালপাৰালৈ গৈ বানপানীত ক্ষতিগ্ৰস্ত মানুহক সহায় কৰিছে। নিঠৰুৱা বিধবাৰ কাৰণে বোৱা-কটা, হিচাপ-নিকাচ আদি শিক্ষাদানৰ অনুষ্ঠান খুলিছে। কানীয়াবিলাকৰ মাজলৈ গৈ তেওঁলোকক শুশ্ৰূষা কৰিছে।

দৈৱচন্দ্ৰ তালুকদাৰৰ ১৯২৩ ত প্ৰকাশিত "ধুঁৱলি কুঁৱলী"ত আমি সেইসময়ৰ অৰ্থনৈতিক আৰু সামাজিক জীৱনৰ বহুত কথা জানিব পাৰো। উপন্যাসৰ প্ৰধান চৰিত্ৰ নোমল দৈবকী উকীলৰ তলত কাম কৰা এজন সাধাৰণ প্ৰহৰী। এদিন উকীলৰ ঘৰৰ খোলা খিড়িকীয়েদি তেওঁ এখন ধুনীয়া মুখ দেখে। তেওঁ সেই ধুনীয়া মুখ উকীলৰ জীয়েক বীণাৰ বুলি ভাবে আৰু বীণালৈ এখন প্ৰেমপত্ৰ লিখে। বীণাৰ হাতত সেই প্ৰেমপত্ৰ দেখি দেউতাক উকীলে ভাবে যে বীণা নোমলৰ প্ৰেমত পৰিছে। প্ৰথমে কিছু ইতস্ততঃ কৰিলেও শেষত বীণাক উকীলে নোমললৈ বিয়া দিয়ে। বিয়াৰ পাছতহে নোমলে তেওঁৰ ভুল বুজিব পাৰে। তেওঁক বিমোহিত কৰা মুখখন আচলতে উকীলৰ ঘৰৰ চাকৰণী কমলিৰহে আছিল।

এই উপন্যাসত আমি ব্যক্তিৰ সমাজৰ লগত সম্বন্ধৰ বিষয়ে বিশ্লেষণ দেখিবলৈ পাওঁ। সমাজৰ নিন্দালৈ ভয় কৰি দৈবকী উকীলে প্ৰথমে বীণাক নোমললৈ বিয়া দিবলৈ ইতস্ততঃ কৰিছে। তদুপৰি সমাজক অসন্তুষ্ট কৰি, সমাজক উলংঘা কৰি কোনো কাম কৰাটো সমীচীন নহয় বুলি তেওঁ ভাবে। কিন্তু তেওঁৰ শিক্ষিত মনে প্ৰকৃত প্ৰেমৰ ক্ষেত্ৰত সমাজৰ হকা-বাধা মানি লোৱাটোও উচিত নহয় বুলি ভাবে। ব্যক্তিৰ সুখৰ পথত সমাজ অন্তৰায় হ'ব নালাগে বুলিও তেওঁ ভাবে । দৈবকী উকীলে সেই সময়ৰ এক শ্ৰেণী নতুন মানুহৰ প্ৰতিনিধিত্ব কৰে। তেওঁৰ চৰিত্ৰৰ মাজেদি আমি ব্যক্তি স্বাতন্ত্ৰ্যৰ ভাব-আদৰ্শ অসমীয়া সমাজত লাহে লাহে মূৰ দাঙি উঠা দেখিবলৈ পাওঁ।

ঔপন্যাসিকে হিন্দু ধৰ্ম আৰু পুৰণি ভাৰতীয় আদৰ্শত গভীৰ আস্থা প্ৰকাশ কৰিছে। এবাৰ বিয়া হৈ যোৱাৰ পাছত বীণাই স্বামীক ভাল লগা, বেয়া লগা আদি কথা ভাবিবৰ অধিকাৰ হেৰুৱাই পেলাইছে বুলি ঔপন্যাসিকে ভাবে। "নব্য শিক্ষাই জানো বীণাৰ মনৰ হিন্দু ভাব আঁতৰ কৰিছে? বীণাৰ মনত জানো অসাৰ তৰ্ক আনিছে--স্বামী কোন ? তেওঁৰ প্ৰভুত্বে তিৰোতাক চিৰকাল বান্ধি ৰাখিব কিয়। তেওঁ কি তৰ্ক ৰাজ্যত সাঁতুৰি পাহৰিছে এনে নিৰ্বাচন ক্ষমতা পাই কোনো কোনো সমাজত কেনে খেলি-মেলি লাগিছে? Divorce case এ সমাজৰ বান্ধোন শিথিল কৰি কৰি সমাজৰ কেনে জলা-কলা কৰিছে?"

এই উপন্যাসত আমি দেখিবলৈ পাওঁ যে ৩য় দশকত কিছু শিক্ষিত ডেকা পশ্চিমৰ পুঁজিবাদী অৰ্থনীতিৰ দ্বাৰা আকৃষ্ট হৈছিল। দৈবকী উকীলৰ ঘৰত থাকি কলেজত পঢ়া কল্পই ভাবে যে বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ জৰিয়তে উৎপন্ন বৃদ্ধি কৰি দেশৰ অৰ্থনৈতিক অৱস্থা উন্নত কৰিব পাৰি। কিন্তু দৈবকী উকীলৰ চিন্তাত আমি গান্ধী দৰ্শনৰ প্ৰভাৱ দেখিবলৈ পাওঁ। তেওঁ ভাবে যে পুঁজিবাদী অৰ্থনীতিত ধনী বেছি ধনী হ'ব আৰু দুখীয়া বেছি দুখীয়া হ'ব। এমুঠি ধনীয়ে দুখীয়াক সদায় হেঁচি ৰাখিব। গান্ধীৰ নিচিনাকৈ তেওঁ শিক্ষা, বস্তুৰ উৎপাদন আদি সকলো ক্ষেত্ৰতে বিকেন্দ্ৰীকৰণ বিচাৰে। তেওঁ আদৰ্শ সমাজ গঢ়াত কুটীৰ শিল্পৰ প্ৰয়োজনীয়তা উপলব্ধি কৰে।

১৯৩১-৩২ ত 'আৱাহন'ত ছোৱা ছোৱাকৈ প্ৰকাশ হোৱা আৰু ১৯৫১ ত কিতাপ আকাৰে প্ৰকাশ পোৱা দৈৱচন্দ্ৰ তালুকদাৰৰ "অপূৰ্ণ"ত গান্ধীজীৰ অসহযোগ আন্দোলনৰ অসমীয়া সমাজত প্ৰভাৱ দেখিবলৈ পাওঁ। উপন্যাসৰ কাহিনী প্ৰেমধৰ

আৰু পূৰ্ণিমাৰ প্ৰেমৰ ওপৰত ভিত্তি কৰি গঢ়ি উঠিছে। প্ৰেমধৰ এজন সম্ভ্ৰান্ত মৌজাদাৰৰ ল'ৰা আৰু পূৰ্ণিমা বৈকুণ্ঠ নামৰ এটা কানীয়াৰ ছোৱালী। কানি খাই খায়েই সি নিজৰ পৰিয়াল ধ্বংস কৰে।

ঔপন্যাসিকে সামাজিক নীতি-নিয়মে কেনেকৈ ব্যক্তিৰ জীৱনলৈ দুখ-দুৰ্দশা নমাই আনে সেই কথা পৰিষ্কাৰভাৱে দেখুৱাইছে। প্ৰাক-বৈবাহিক প্ৰেম, ডেকা-গাভৰুৰ মিলা-মিচাৰ প্ৰতি সমাজ বৰ কঠোৰ আছিল কাৰণেই প্ৰেমধৰৰ মন গাঁৱলীয়া সমাজৰ প্ৰতি বীতশ্ৰদ্ধ হৈ পৰিছিল আৰু গাঁও এৰি নগৰলৈ গুচি আহিছিল। নগৰত তেওঁ তেওঁৰ কলেজৰ শিক্ষকৰ ছোৱালী হেমৰ সান্নিধ্যলৈ আহে আৰু শেষত ইয়েই প্ৰেমধৰ, হেম, পূৰ্ণিমা তিনিওৰে জীৱনলৈ দুখ কঢ়িয়াই আনে। পূৰ্ণিমা আধুনিক গাভৰুৰ দৰে প্ৰগলভা নাছিল, তেওঁ সহজ-সৰল এজনী গাঁৱলীয়া ছোৱালী। বোৱা-কটা কৰি তেওঁ বাপেক-মাকক পোহ-পাল দিছিল।

দুখীয়াৰ প্ৰতি সেৱা গান্ধীজীৰ স্বৰাজ আন্দোলনৰ এটা অঙ্গ আছিল। হেমই মটৰ দুৰ্ঘটনাত আহত জয় বলিয়াৰ শুশ্ৰূষা কৰে। তেওঁ দেউতাকৰ প্ৰিয় ছাত্ৰ কাৰ্তিকক কয় যে কেৱল সেৱাৰ দ্বাৰাহে সমাজৰ উন্নতি সাধন কৰিব পাৰি।

ঔপন্যাসিকে অসমীয়া সমাজত মৈমনচিঙীয়াৰ উপদ্ৰৱ, লুটপাট, বলাৎকাৰ আদিৰ বিষয়েও দৃষ্টি আকৰ্ষণ কৰিছে। কাৰ্তিকে কলিকতাবাসী অসমীয়া ছাত্ৰসকলৰ মনত মৈমনচিঙীয়াৰ উপদ্ৰৱ আৰু কানিয়ে অনা অসমীয়া সমাজৰ বিপৰ্যয়ৰ কথা কৈ জাতীয় ভাব জগাই তুলিবলৈ যত্ন কৰিছে।

প্ৰেমধৰ গান্ধীজীৰ আদৰ্শত পৰম আস্থাবান আছিল। খাদী, কুটীৰ শিল্প, গাঁৱত স্বাস্থ্য ৰক্ষাৰ অভিযান, নাৰীৰ কল্যাণ সাধন, কৃষকৰ উন্নতি, বুনিয়াদী শিক্ষা, প্ৰাপ্ত বয়স্কৰ শিক্ষা, আত্মনিৰ্ভৰশীলতা, মাতৃভাষাৰ প্ৰতি শ্ৰদ্ধা, নিজৰ সংস্কৃতি ভাল পোৱা--এইবিলাকেই আছিল গান্ধীজীৰ অহিংস আন্দোলনৰ প্ৰধান অস্ত্ৰ।

১৯৩৯-৪০ ত 'আৱাহন'ত ছোৱা ছোৱাকৈ প্ৰকাশ হোৱা দৈৱচন্দ্ৰ তালুকদাৰৰ 'আদৰ্শ পীঠ' উপন্যাসৰ প্ৰধান বিষয় বস্তু হ'ল নায়ক শ্ৰীধৰৰ সমাজ সংস্কাৰৰ হাবিয়াস। শ্ৰীধৰ গাঁৱৰ এজন মৌজাদাৰৰ ল'ৰা। বাপেকে তেওঁক মৌজাৰ ভাৰ লোৱা নাইবা চৰকাৰী চাকৰিত যোগ দিয়াটো বাঞ্ছা কৰে। কিন্তু শ্ৰীধৰে গাঁও সংগঠন, সমাজ সংস্কাৰ আদি কামতহে ব্যস্ত থাকে। এইবিলাক কাৰণত তেওঁ জেল খাটিবলগীয়াও হয়।

জেলৰ পৰা ওলাই আহি তেওঁ "আদৰ্শ পীঠ" নাম দি এটা অনুষ্ঠান খোলে। ইয়াত শিক্ষা দিয়া হয় আৰু নানা শস্য আৰু ফল-মূলৰ খেতি কৰা হয়। তেওঁ পাৰ্বতী নামৰ এজনী কম বয়সীয়া বিধবাক আত্মনিৰ্ভৰশীল হোৱাত সহায় কৰে। কিন্তু সমাজে এই কথা সহজভাৱে ল'বলৈ টান পাই তেওঁৰ বিৰুদ্ধে দুৰ্নাম ৰটে। পাৰ্বতীয়ে আত্মহত্যা কৰে আৰু শ্ৰীধৰে তেওঁৰ 'আদৰ্শ পীঠ' আৰু গাঁও এৰি গুচি যায়।

এই উপন্যাসত আমি সেই সময়ৰ গাঁৱলীয়া সমাজখনৰ বিষয়ে বহুত কথা জানিব পাৰো। গাঁৱলীয়া সমাজখন নানা খেলত বিভক্ত আছিল। খিয়লা-খিয়লি, কাজিয়া-পেচালতে গাঁৱৰ মানুহ ব্যস্ত আছিল । ঔপন্যাসিকে গাঁৱৰ ক্ষয়িষ্ণু অৱস্থাৰ চিত্ৰ দাঙি ধৰিছে। বানপানী, মাৰিমৰক আদিয়ে গাঁৱৰ অৱস্থা নিশকটীয়া কৰি আনিছিল। তদুপৰি গোটেই দেশ জুৰি তেতিয়া মহঙা বজাৰ। কৃষকে তেওঁলোকৰ উৎপাদিত সামগ্ৰীত উচিত মূল্য নাপাইছিল। ফলত তেওঁলোকৰ ক্ৰয় ক্ষমতা ইমান কমি গৈছিল যে সাধাৰণভাৱে জীয়াই থাকিবলৈকো তেওঁলোক অপাৰগ হৈছিল। কিন্তু চৰকাৰে সঘনে মাটিৰ খাজনা বৃদ্ধি কৰাত মৌজাদাৰবিলাকে খাজনা আদায় কৰিব নোৱাৰা হৈছিল। মৌজা চলোৱাই টান হৈ পৰিছিল। সেয়েহে শ্ৰীধৰৰ বাপেক মৌজাদাৰে মণ্ডলক কয়, "মৌজাখনটো ভালুকৰ সাঙি হৈছে। এৰিবও নোৱাৰো, ভালো কৰিব নোৱাৰো। ইপিনে টকাৰ ঋণ দিনক দিনে চৰিছে। খাজনা আদায় কৰাও এটা ডাঙৰ সমস্যা হৈ উঠিছে। গাঁৱলীয়াৰ অৱস্থা দেখিছাতো?" তাৰ উত্তৰত মণ্ডলে কয়, "এৰা, গাঁৱলীয়াৰ অৱস্থা দিনক দিনে পৰিহে আহিছে। খাজনা দিব ক'ৰ পৰা? ধানৰ দাম তেনেই কমি গৈছে। লোণ-তেল খাবলৈ এটা পাই-পইচাও পোৱা টান হৈছে।"

বস্তুৰ দাম কমি যোৱাত চৰকাৰী চাকৰিয়ালখিনিৰ অৱস্থা বৰ ভাল হৈছিল। সেই কাৰণেই চৰকাৰী চাকৰিৰ প্ৰতি সকলোৱে হেঁপাহ কৰিছিল। মণ্ডলে শ্ৰীধৰক "সি যে ততালিকে চহৰলৈ গৈ বৰচাহাবক দেখা কৰি সোনকালে এটা চাকৰিৰ দিহা কৰিব লাগে আৰু গৱৰ্ণমেণ্টৰ চাকৰি যিমানেই সৰু নহওক, সেইটো জীৱনৰ ডাঙৰ বস্তু, তাক ভালকৈ বুজাই দিলে।"

১৯৩৬-৩৭ ত "আৱাহন"ত ছোৱা ছোৱাকৈ প্ৰকাশ হোৱা আৰু ১৯৫১ ত কিতাপ আকাৰে প্ৰকাশ পোৱা দীননাথ শৰ্মাৰ "উষা"ত অসমীয়া শিক্ষিত মানুহৰ মনত ব্যক্তিকেন্দ্ৰিক মনোভাবৰ উন্মেষ দেখিবলৈ পাওঁ। উপন্যাসৰ নায়ক বিপিনে

বিশেষ কাৰণ নোহোৱাকৈ মনত এটা অকলশৰীয়া ভাব আৰু বিষাদ অনুভৱ কৰে। তেওঁৰ মনৰ এই ভাব গভীৰ অনুভূতিৰ পৰা উদ্ভৱ নহয়, বৰঞ্চ এটা ৰোমাণ্টিক আৱেগ আৰু মানসিক চঞ্চলতাৰ ফলহে। তেওঁৰ এই ৰোমাণ্টিক ভাবাৱেগ সেই সময়ত লাহে লাহে গা কৰি উঠা বস্তুবাদী সমাজখনৰেই অন্যতম বৈশিষ্ট্য।

উপন্যাসত বৰ্ণিত সময় ১৯৩০-৩১ চন। সেই সময়ত বহুতো ছাত্ৰই পঢ়া এৰি আন্দোলনত যোগ দিছিল। বিপিনৰ বন্ধু হামিদে সেই ছাত্ৰসকলৰ প্ৰতিনিধিত্ব কৰে যি দেশৰ স্বাধীনতাৰ হকে সকলো ত্যাগ কৰিছিল। বিপিনৰ স্বাধীনতা আন্দোলনৰ প্ৰতি যি মনোভাব সি সম্পূৰ্ণ মধ্যবিত্তীয় মনোভাব। বিপিনৰ আত্মত্যাগ কৰি স্বাধীনতা আন্দোলনত জপিয়াই পৰিবলৈ সাহস, মানসিক প্ৰস্তুতি কোনোটোৱেই নাই ; কিন্তু নিজকে বুজাবলৈ যত্ন কৰে যে স্বাধীনতা পাবৰ যোগ্য দেশ এতিয়াও হোৱা নাই, কিয়নো দেশৰ বৃহৎ সংখ্যক কৃষক অশিক্ষিত হৈ আছে আৰু তেওঁলোকে স্বাধীনতাৰ মূল্য নুবুজে। সেইকাৰণে বিপিনে স্বাধীনতা আন্দোলনৰ পৰা নিৰাপদ দূৰত্বত থাকি প্ৰাপ্তবয়স্কক শিক্ষা দিয়া কামত লাগে। বিপিনে তেওঁৰ প্ৰাপ্তবয়স্কৰ শিক্ষা আঁচনিত যঁতৰ বাদ দিয়ে। বিপিনৰ প্ৰাপ্তবয়স্কৰ শিক্ষা আঁচনিত প্ৰকৃত নিষ্ঠাতকৈ ৰোমাণ্টিক পলায়নবাদহে দেখিবলৈ পোৱা যায়।

১৯৪০ত "আৱাহন"ত ছোৱা ছোৱাকৈ প্ৰকাশ হোৱা আৰু ১৯৫৪ ত কিতাপ আকাৰে প্ৰকাশ পোৱা দীননাথ শৰ্মাৰ "সংগ্ৰাম"ত নতুনকৈ গঢ় লৈ উঠা বস্তুবাদী ভোগ সৰ্বস্ব সমাজখনত এজন শিক্ষিত ডেকাৰ জীৱন সংগ্ৰাম ফুটাই তোলা হৈছে। ঔপন্যাসিকে এই উপন্যাসত দেখুৱাইছে যে চতুৰ্থ দশকৰ শেষৰ ফালে বস্তুবাদী মনোভাব অসমীয়া সমাজত মূৰ দাঙি উঠে, যাৰ ফলত বহুতো শিক্ষিত, আদৰ্শবাদী যুৱক সমাজত খাপ খাবলৈ অপাৰগ হয়। তেওঁলোকে জীৱনৰ প্ৰতি এটা বিষাদগ্ৰস্ত মনোভাব পোষণ কৰে। পিছৰ ঔপন্যাসিকেও এই বিষয় লৈ উপন্যাস লেখে আৰু বৰ্তমান কালৰ ঔপন্যাসিককো এই বিষয়বস্তুৱে আকৃষ্ট কৰা দেখা যায়।

যুদ্ধোত্তৰ কালত অসমীয়া উপন্যাসৰ বিষয়বস্তুত বিচিত্ৰতা আৰু প্ৰকাশভঙ্গীত নতুন নতুন কলা-কৌশলৰ প্ৰয়োগ দেখিবলৈ পোৱা যায়। সমাজত বহুতো পৰিৱৰ্তন ঘটিছে আৰু সেই পৰিৱৰ্তনে অসমীয়া উপন্যাসৰ বিষয়বস্তু আৰু প্ৰকাশভঙ্গীতো বহুত পৰিৱৰ্তন সাধন কৰিছে।■

## (দ্বিতীয় অধ্যায়)

# স্বাধীনতা আন্দোলন

১৯২০ ত অসম এচচিয়েশ্যনৰ তেজপুৰত শেষ অধিবেশন বহে আৰু তাতে গান্ধীজীৰ অসহযোগ আন্দোলন স্বাধীনতা লাভৰ অস্ত্ৰ স্বৰূপে গ্ৰহণ কৰাৰ সিদ্ধান্ত লোৱা হয়। কিছুদিনৰ পাছতে অসমত প্ৰাদেশিক কংগ্ৰেছ গঠন হৈ ভাৰতীয় জাতীয় কংগ্ৰেছৰ অন্তৰ্ভুক্ত হয়। এই প্ৰদেশ কংগ্ৰেছ গঠনৰ পাছৰ পৰাহে অসম সৰ্বভাৰতীয় ৰাজনীতিত সোমাই পৰে। তাৰ আগলৈকে অসমৰ সামাজিক আৰু ৰাজনৈতিক জীৱনত নেতৃত্ব দিয়া বেছিভাগ লোকেই ইংৰাজ শাসনৰ প্ৰতি আনুগত্যহে প্ৰকাশ কৰিছিল। উনৈশ শতিকাৰ শেষ ছোৱা আৰু কুৰি শতিকাৰ প্ৰথম ছোৱাত অসমত সাহিত্য সংস্কৃতিৰ ক্ষেত্ৰত যি জাগৰণ আহিছিল সি আছিল ইংৰাজী শিক্ষাৰ ফলশ্ৰুতি। এই সাহিত্যিক জাগৰণৰ নেতা লক্ষ্মীনাথ বেজবৰুৱা, পদ্মনাথ গোহাঞি বৰুৱা আদিয়ে ইংৰাজৰ শাসনৰ বিৰুদ্ধে যি কোনো ধৰণৰ বিদ্ৰোহে অসমৰ উন্নতি ব্যাহত কৰিব বুলিহে ভাবিছিল। (ড° হীৰেণ গোহাঁই, 'অসমীয়া মধ্যবিত্ত সমাজৰ ইতিহাস', *নতুন পৃথিৱী*,দ্বিতীয় বছৰ, দ্বিতীয় সংখ্যা, ফেব্ৰুৱাৰী, ১৯৭৩) । তেখেতসকলে যে দেশক ভাল নাপাইছিল এনে নহয়। বৰঞ্চ বেছিকৈহে ভাল পাইছিল। কিন্তু তেখেতসকলে বিচাৰিছিল ইংৰাজ শাসনৰ অধীনত থাকি শিক্ষা, সংস্কৃতি, অৰ্থনীতি সকলো ক্ষেত্ৰতে অসমৰ দ্ৰুত উন্নতি। যোৰহাট সাৰ্বজনিক সভাৰ নেতা জগন্নাথ বৰুৱা, দেৱীচৰণ বৰুৱা আদিয়ে ইংৰাজ শাসনৰ প্ৰতি আস্থা প্ৰকাশ কৰিছিল। সাৰ্বজনিক সভাৰ উদ্দেশ্যই আছিল চৰকাৰৰ ওচৰত জনসাধাৰণৰ আশা আকাংক্ষা দাঙি ধৰা আৰু জনসাধাৰণক চৰকাৰৰ বিভিন্ন কাম-কাজৰ বিষয়ে অৱগত কৰি ৰখা। অসম এচচিয়েশ্যনৰ নেতা মাণিক চন্দ্ৰ বৰুৱা, ফনীধৰ চলিহা, তৰুণ ৰাম ফুকন, নবীন চন্দ্ৰ বৰদলৈ আদিৰো

ইংৰাজ শাসনৰ প্ৰতি আছিল গভীৰ নিষ্ঠা। (কেশৱ নাৰায়ণ দত্ত, *লেণ্ডমাৰ্কচ্ অৱদ্য ফ্ৰিডম্ ষ্ট্ৰাগল ইন্ আচাম্*, পৃ-৪১আৰু অমলেন্দু গুহ, প্লেন্টাৰ ৰাজ টু স্বৰাজ, ১৯৭৭, পৃঃ ৬০-৬১) । ইংৰাজসকলৰ উদাৰনৈতিক চিন্তাধাৰা আৰু ইংলেণ্ডৰ ৰাজনীতি আৰু প্ৰশাসনত গণতান্ত্ৰিক পৰম্পৰাই নবীন চন্দ্ৰ বৰদলৈ আৰু তৰুণ ৰাম ফুকনৰ দৰে নিস্বাৰ্থ দেশপ্ৰেমিককো প্ৰথম অৱস্থাত মোহিত কৰিছিল। বিশেষকৈ অন্যান্য প্ৰদেশ আৰু ওচৰচুবুৰীয়া বঙ্গদেশ ইংৰাজ শাসনৰ কালত যাতায়াত, অৰ্থনীতি, শিক্ষা সকলো ক্ষেত্ৰতে আগবাঢ়ি যোৱাত আৰু ইংৰাজৰ শাসনৰ অধীনলৈ পলমকৈ অহা অসম সকলোপিনে পিছ পৰি থকাত ১৯১৯ মানলৈকে অসমৰ শিক্ষিত মধ্যবিত্তৰ বেছিভাগেই ইংৰাজ শাসনৰ প্ৰতি কেৱল আনুগত্যই নহয় পৰম আগ্ৰহো প্ৰকাশ কৰিছিল। কিন্তু চৰকাৰৰ আবকাৰী নীতি, অন্যায় আৰু শোষণমূলক শুল্কনীতি, ইউৰোপীয় চাহ বাগিচাৰ মালিকবিলাকলৈ অধিক সা-সুবিধা আৰু কাউন্সিলৰ মজিয়াত চীফ কমিচনাৰৰ দ্বাৰা ফনীধৰ চলিহাক অপমান আদি কাৰণত বৰদলৈ আৰু ফুকন দুয়োৰে মনত ইংৰাজ শাসনৰ প্ৰতি আস্থাৰ পৰিবৰ্তে ঘৃণাৰ ভাব সোমাই পৰে। স্বায়ত্ব শাসন দিবলৈ অমান্তি, খিলাফত অন্যায়, ৰাওলাট এক্ট আৰু জালিয়ানাবাগ হত্যাকাণ্ডই তেওঁলোকক বিদ্ৰোহী কৰি তুলিলে। গান্ধীজীৰ অসহযোগ আন্দোলন, গান্ধীজীৰ অসম ভ্ৰমণ আৰু চন্দ্ৰনাথ শৰ্মাৰ দৰে অক্লান্ত কৰ্মী আৰু নিৰ্ভীক, নিস্বাৰ্থ নেতাৰ অনুপ্ৰেৰণাত অসম সৰ্বভাৰতীয় স্বাধীনতা আন্দোলনত সম্পূৰ্ণৰূপে সোমাই পৰিল।

১৮৮৫ ত সৰ্বভাৰতীয় জাতীয় কংগ্ৰেছ গঠনৰ পৰা ১৯০৫ লৈকে কংগ্ৰেছত নৰমপন্থীসকলৰ প্ৰাধান্য আছিল। ১৯ শতিকাৰ ইংলেণ্ডৰ উদাৰ ৰাজনৈতিক চিন্তাধাৰাত তেওঁলোক আস্থাশীল আছিল। কিন্তু বৃটিছৰ দমনমূলক শাসনে তেওঁলোকৰ মোহভংগ কৰিবলৈ বেছিদিন নালাগিল। ১৯০৫ ৰ পৰা কংগ্ৰেছত বাল গঙ্গাধৰ তিলক, অৰবিন্দ ঘোষ, বিপিন চন্দ্ৰ পাল আৰু লালা লাজপত ৰায়ৰ নিচিনা চৰমপন্থীৰ প্ৰাধান্য বাঢ়ে। ১৯০৫ ত বঙ্গৰ পৰা শ্ৰীহট্ট বিচ্ছেদ কৰি অসমৰ লগত জাপি দিয়াৰ লগে লগে বঙ্গদেশত আৰম্ভ হৈ প্ৰতিবাদৰ ঢৌ গোটেই ভাৰত জুৰি বিয়পি পৰে। বঙ্গদেশৰ লগতে শ্ৰীহট্ট বিচ্ছেদে অসমকো ক্ষতিগ্ৰস্ত কৰে। যোৰহাট সাৰ্বজনিক সভাৰ তৰফৰ পৰা জগন্নাথ বৰুৱাই চীফ কমিচনাৰক জনাইছিল যে অসমৰ লগত শ্ৰীহট্ট জাপি দিলে চীফ কমিচনাৰে অসমৰ ওপৰত সম্পূৰ্ণ মনোযোগ দিব নোৱাৰিব আৰু অসমৰ

মানুহে চাকৰি-বাকৰি সকলো ক্ষেত্ৰতে এখন উন্নত জিলাৰ উচ্চ শিক্ষিত মানুহৰ লগত প্ৰতিযোগিতা কৰিব লাগিব। কিন্তু বঙ্গদেশৰ নিচিনা প্ৰতিবাদৰ ধ্বনি অসমত বাজি উঠা নাছিল। প্ৰতিবাদ সভা ধুবুৰী, গৌৰীপুৰ, গোৱালপাৰা, গুৱাহাটী আদি ঠাইত হ'লেও বঙ্গালী প্ৰধান অঞ্চলতহে হৈছিল। (*পলিটিকেল হিষ্ট্ৰী অৱ্ আচাম্*, প্ৰথম খণ্ড, ১৯৭৭, পৃঃ ১৭৬-১৯৮) লক্ষ্মীনাথ বেজবৰুৱাকে ধৰি অসমীয়া নেতৃস্থানীয় লোকে বিদ্ৰোহী কাম-কাজৰ নিন্দা কৰিছিল আৰু তিলক, বিপিন চন্দ্ৰ পালৰ নেতৃত্বত সমগ্ৰ ভাৰত জুৰি বিয়পি পৰা স্বদেশী আন্দোলনক মনে-প্ৰাণে গ্ৰহণ কৰিব পৰা নাছিল। তেওঁলোকে তেতিয়াও বিদেশী সাজ-পাৰ, বিদেশী শিক্ষা, বিদেশী চিন্তাধাৰাই অসমক উন্নতিৰ পথত আগুৱাই নিব বুলি বিশ্বাস কৰিছিল। এইবিলাক কাৰণতেই যদিও ১৯০৫ লৈ ভাৰতত এক প্ৰবল আন্দোলনে তোলপাৰ লগাইছিল তাৰ প্ৰভাৱ অসমীয়া সৃষ্টিশীল সাহিত্যত বিশেষ দেখিবলৈ পোৱা নাযায়। বঙ্গালী সাহিত্য, হিন্দী সাহিত্য আদিত কিন্তু স্বদেশী আন্দোলনে বিশেষ প্ৰভাৱ পেলাইছিল আৰু কবিতা, নাটক, উপন্যাস আদি সাহিত্যৰ সকলো বিভাগতে যথেষ্ট সংখ্যক লেখনী প্ৰকাশ পাইছিল।

সৃজনশীল সাহিত্যত চকু ফুৰালে কেৱল এখন উপন্যাস দণ্ডিনাথ কলিতাৰ 'সাধনা'ত স্বদেশী আন্দোলনৰ প্ৰভাৱ দেখিবলৈ পোৱা যায়। কিন্তু কেৱল এখন উপন্যাসত পৰা এই প্ৰভাৱে অসমীয়া সমাজখনত স্বদেশী আন্দোলনৰ প্ৰভাৱ পৰা নুবুজায়। পঢ়া-শুনা আধৰুৱা কৰি অম্বিকাগিৰী ৰায় চৌধুৰীৰ দৰে 'সাধনা'ৰ নায়ক দীনবন্ধুও সমাজত এক বিৰল ব্যক্তিত্ব, এক আদৰ্শবাদী যুৱক।

'সাধনা'ৰ ঘটনাৱলীৰ সময় ১৯০৫ ৰ পৰা ১৯১১ ৰ ভিতৰত। দীনবন্ধুৱে স্বদেশী আন্দোলনত অংশগ্ৰহণ কৰি কাৰাৰুদ্ধ হয় আৰু ১৯১১ ত পঞ্চম জৰ্জ ভাৰতৰ সম্ৰাট হৈ ১২ ডিচেম্বৰত শ্ৰীহট্ট বিচ্ছেদ ৰদ কৰাৰ লগে লগে কাৰাগাৰৰ পৰা মুক্ত হয়। সেই সময়ত গোটেই জাতি সকলো ক্ষেত্ৰতে বিদেশীৰ অধীন হৈ পৰিছিল। বিদেশত তৈয়াৰী বস্তু, বিদেশী ভাষা, বিদেশী কাপোৰ-কানি, আনকি বিদেশী চিন্তা-আদৰ্শ। ইয়াৰ প্ৰতিবাদতে স্বদেশী আন্দোলন আৰম্ভ হয়। বিদেশী বস্ত্ৰ বৰ্জন এই স্বদেশী আন্দোলনৰে অন্তৰ্ভুক্ত আছিল। বাল গঙ্গাধৰ তিলক, বিপিন চন্দ্ৰ পাল আদি নেতাই উপলব্ধি কৰিছিল যে বিদেশী বৰ্জনৰ দ্বাৰা গোটেই বৃটিছ প্ৰশাসনীয় যন্ত্ৰটোকে

বিকল কৰি দিব পাৰি। স্বদেশী আন্দোলনৰ ব্যাখ্যা কৰি তিলকে কৈছিল,– "The object of this movement is to bring about the spread of swadeshi (i.e., country made) things visible and foreign things invisible and to bring about gradual disappearance of foreign ideas also. Like the bodies, our minds should become Swadeshi......Swadeshi thoughts should always reign in our hearts." (থিঅ'ডৰ, এল,ছায়ে, *দা লিগেচি অৱ্ লোকমান্য*, পৃঃ ৯৬)। দীনবন্ধুৱে জবান বন্দীত কয়, " পৰৰ হাত মুখলৈ নাচাই নিজৰ ভাত কাপোৰ নিজে আৰ্জি ল'বলৈ কোৱাৰ পৰা মাঞ্চেষ্টৰৰ তাঁতীৰ ক্ষতি হ'ব পাৰে, কিন্তু কোনো যুক্তি মতে সি ৰাজদ্ৰোহ হ'ব নোৱাৰে।" দীনবন্ধুৰ এই জবান বন্দীৰ পৰা এটা কথাই স্পষ্ট হৈ পৰে যে দীনবন্ধুৱে ৰজাৰ বিৰুদ্ধে বিদ্ৰোহ কৰা নাছিল। বৃটিছৰ শাসন ওফৰোৱাৰ কোনো উদ্দেশ্য তেওঁৰ নাছিল। তেওঁ কেৱল জাতিক আত্মনিৰ্ভৰশীল কৰি গঢ়ি তুলিব খুজিছিল। ইয়াৰ পৰা বুজা যায় যে সেই সময়ৰ অসমীয়া মধ্যবিত্তৰ আন দহজনৰ দৰে দীনবন্ধুৱেও তিলক, লাজপত ৰায়, বিপিন চন্দ্ৰ পালৰ স্বদেশী আন্দোলনৰ চৰম উদ্দেশ্য সম্পূৰ্ণৰূপে গ্ৰহণ কৰা নাছিল। তিলক আৰু তেওঁৰ সতীৰ্থসকলৰ দৰে তেওঁ বৃটিছক ভাৰতৰ পৰা খেদাব খোজা নাছিল।

অৰ্থনীতি, শিক্ষা, শিল্প-বাণিজ্য সকলো ক্ষেত্ৰতে পিছপৰা অসমৰ ভাৰতৰ অন্য প্ৰদেশৰ লগত নিমিলা বহুতো পৃথক সমস্যা আছিল। সেয়েহে ১৯২১ ৰ অসহযোগ আন্দোলন আৰু ১৯৩০ ৰ আইন অমান্য আন্দোলন অসমত স্বতঃস্ফূৰ্ত আছিল বুলি ক'ব নোৱাৰি। স্বাধীনতাকৰ্মী পদ্মনাথ বৰঠাকুৰে লেখিছে কেনেকৈ কংগ্ৰেছকৰ্মীসকলে গাঁৱৰ মানুহক অতি কষ্টেৰে স্বাধীনতাৰ কথা বুজাবলগীয়া হৈছিল। (পদ্মনাথ বৰঠাকুৰ, *স্বাধীনতা ৰণৰ সংস্পৰ্শত*, ১৯৬৮, পৃ-৫৮) । অৱশ্যে নবীনচন্দ্ৰ বৰদলৈ, চন্দ্ৰনাথ শৰ্মা, অম্বিকাগিৰী ৰায়চৌধুৰী আদিয়ে উদ্দীপ্ত ভাষাৰে জনসাধাৰণক অসহযোগ আন্দোলনত উঠি পৰি লাগিবলৈ আহ্বান জনাইছিল। তেখেতসকলে বিশেষকৈ কটন কলেজৰ ছাত্ৰসকলক কলেজ বৰ্জন কৰিবলৈ উদগনি দিয়ে। এনে উদগনিৰ ফলস্বৰূপে দলে দলে ছাত্ৰ কলেজ এৰি ওলাই আহে আৰু অসহযোগৰ আদৰ্শ গাঁৱে-ভূঁয়ে প্ৰচাৰ কৰে। ১৯৩০ ৰ আন্দোলনো অসমত ঘাইকৈ ছাত্ৰ আন্দোলন হিচাপে গঢ় লৈ উঠিছিল।

কানিংহাম চাৰ্কুলাৰ অৱমাননা কৰি স্কুল কলেজ এৰি ওলাই অহা ছাত্ৰৰ কাৰণে জাতীয় স্কুল গঠন কৰিবলগীয়া হৈছিল। কিন্তু অসমৰ জনসাধাৰণ স্বাধীনতা লাভৰ আদৰ্শতকৈ গান্ধীজীৰ স্বাধীনতা আন্দোলনৰ বিভিন্ন কাৰ্যসূচী যেনে খাদী, কুটীৰ শিল্প, আত্মনিৰ্ভৰশীলতা, কানি বৰ্জন, গাঁৱৰ পুনৰ গঠন, আতুৰৰ সেৱা আদিৰ দ্বাৰা উদ্বুদ্ধ হৈছিল। ছাত্ৰসকলে কানিৰ মহলৰ সন্মুখত পিকেটিং কৰাৰ উপৰিও কানি এৰা লোকসকলক ডাক্তৰী সাহায্যৰ সুবিধা কৰি দিয়ে। স্বাধীনতাৰ পূৰ্বৰ কেইবাখনো অসমীয়া উপন্যাসত খাদী, কুটীৰ শিল্প, গাঁও পুনৰ গঠন আদি ভাব-আদৰ্শৰ প্ৰকাশ পাইছে। ১৯২৬ ত প্ৰকাশিত স্নেহলতা বৰুৱাৰ "বীণা"তগাঁৱৰ সমাজত শিক্ষা, পৰিস্কাৰ পৰিচ্ছন্নতা আৰু স্বাস্থ্য ৰক্ষাৰ জ্ঞানৰ অভাৱ আৰু ক'লাজ্বৰত বহুতৰ প্ৰাণহানি আদি সমস্যা উপস্থাপন কৰা হৈছে। অসমত গান্ধীজীৰ অসহযোগ আন্দোলন অসমীয়া জাতীয়তাবাদৰ ৰূপত প্ৰকাশ পাইছিল। উপন্যাসৰ দুটা প্ৰধান চৰিত্ৰ সুৰেশ আৰু অমিয়াই সেয়েহে অসমীয়া মানুহৰ শিক্ষাৰ অভাৱ, এলেহুৱা স্বভাৱ আৰু অসমৰ অৰ্থনৈতিক অনগ্ৰসৰতাৰ কথা কয়। নায়িকা বীণাৰ ভায়েক জোনটিয়ে গাঁৱৰ পৰা কুসংস্কাৰ আৰু অজ্ঞানতা দূৰ কৰিবলৈ কৃষকৰ মাজত সোমাই কাম কৰে। লেখিকাই অসমীয়া মানুহ কানি ব্যৱহাৰ কৰি নিস্তেজ আৰু এলেহুৱা হোৱাৰ কথাও কয়।

অসমীয়া সমাজলৈ কানিয়ে অনা বিপৰ্যয়ৰ কথা দৈৱচন্দ্ৰ তালুকদাৰৰ 'অপূৰ্ণ'তো পোৱা যায়। উপন্যাসৰ প্ৰধান চৰিত্ৰ প্ৰেমধৰ আৰু কাৰ্তিকে কানি বৰবিহৰ পৰা অসমীয়া জাতিক উদ্ধাৰ কৰাৰ চেষ্টা কৰে আৰু ইয়াৰ অপকাৰিতাৰ বিষয়ে গাঁৱৰ মানুহক বুজাই ফুৰে। উপন্যাসৰ নায়ক প্ৰেমধৰে গান্ধীজীৰ আদৰ্শত অনুপ্ৰাণিত হৈ খাদী, কুটীৰ শিল্প, গাঁৱত স্বাস্থ্য ৰক্ষাৰ অভিযান, নাৰীৰ কল্যাণ সাধন, কৃষকৰ উন্নতি, শিক্ষাৰ প্ৰসাৰ আদি কাৰ্যত নিজকে ব্ৰতী কৰিছে।

১৯৩৯-৪০ ত 'আৱাহন'ত ছোৱা ছোৱাকৈ প্ৰকাশ হোৱা দৈৱচন্দ্ৰ তালুকদাৰৰ 'আদৰ্শ পীঠ' উপন্যাসৰো প্ৰধান বিষয়বস্তু হ'ল উপন্যাসৰ নায়ক শ্ৰীধৰৰ সমাজ সংস্কাৰৰ হাবিয়াস।

১৯৩৬-৩৭ ত 'আৱাহন'ত ছোৱা ছোৱাকৈ প্ৰকাশ হোৱা আৰু ১৯৫১ত কিতাপ আকাৰে প্ৰকাশ পোৱা দীননাথ শৰ্মাৰ 'উষা'ত ত্ৰিশৰ দশকত মহাত্মা গান্ধীৰ স্বাধীনতা আন্দোলনক কেনেকৈ বহুতে সন্দেহৰ চকুৰে চাইছিল সেই কথা প্ৰকাশ

পায়। বহুতে ভাবিছিল যে কৃষিজাত বস্তুৰ মূল্যহ্রাস, মাটিৰ খাজনা বৃদ্ধি, গৰুগাড়ীৰ কৰ বৃদ্ধি এইবিলাক অসহযোগ আন্দোলনৰ ফল।

১৯৪২ ৰ আগষ্ট মাহৰ ভাৰত ত্যাগ আন্দোলনৰ চৰিত্ৰ ১৯২১ৰ অসহযোগ আন্দোলন আৰু ১৯৩১ ৰ আইন অমান্য আন্দোলনতকৈ বহুতো বেলেগ আছিল। এই সময়ত জনতাক উলিয়াই আনিবলৈ নেতা নাছিল। নেতাসকল আছিল জেলৰ ভিতৰত। জনতাই নিজৰ কাৰ্যপন্থা নিজেই নিৰ্বাচন কৰিবলগীয়া হৈছিল। সেয়েহে এই আগষ্ট মাহৰ বিপ্লৱেই হৈছে বিদেশী শাসনৰ বিৰুদ্ধে জনতাৰ প্ৰকৃত যুদ্ধ, সাম্ৰাজ্যবাদৰ বিৰুদ্ধে স্বাভাৱিক বিদ্ৰোহ। চৰকাৰে এই বিদ্ৰোহ পুলিচ আৰু মিলিটেৰীৰ সহায়ত নৃশংসভাৱে দমন কৰিবলৈ চেষ্টা চলাইছিল। আনকি পুলিচ লকআপতো জনতাক গুৰিয়াইছিল, বেটাইছিল আৰু নানা অত্যাচাৰ কৰিছিল। (কেশৱ নাৰায়ণ দত্ত, পূৰ্ব উল্লেখিত গ্ৰন্থ, পৃঃ ১০৪-১০৫)।

অসমত বিয়াল্লিশৰ বিপ্লৱৰ কেন্দ্ৰ আছিল নগাঁও জিলা। নগাঁৱৰ বিপ্লৱী ৰাইজ অতি সুন্দৰভাৱে সংগঠিত হৈছিল। একেবাৰে ভিতৰুৱা অঞ্চলৰ গাঁও বিলাকতো বিপ্লৱৰ বাণী প্ৰচাৰিত হৈছিল। গাঁৱে গাঁৱে শান্তি সেনাদল গঠিত হৈছিল। এই শান্তি সেনাদলেই বিপ্লৱৰ আগৰণুৱা আছিল। তেওঁলোকৰ পিছ লৈছিল আবাল-বৃদ্ধ-বনিতা অগণিত নৰ-নাৰীয়ে। অন্য ঠাইৰ দৰে অসমতো এই বিপ্লৱৰ সময়ত পুলিচ বাহিনীয়ে অশেষ ক্ষমতা লাভ কৰে। এইবিলাক ক্ষমতাৰ সুবিধা লৈয়ে অসমৰ জনসাধাৰণৰ ওপৰত চলোৱা হয় অবৰ্ণনীয় অত্যাচাৰ আৰু উৎপীৰণ। (হৈলা বৰুৱা, *বিদ্ৰোহী অসম*, ১৮৬৮ শক দ্ৰষ্টব্য)।

বিয়াল্লিশৰ বিপ্লৱৰ এটা প্ৰধান বৈশিষ্ট্য এয়ে যে জনসাধাৰণৰ শান্তিপূৰ্ণ বিপ্লৱৰ লগে লগে কিছুলোকে হিংসাত্মক পন্থাৰে বৃটিছৰ শাসন অচল কৰি দিবলৈ যত্নপৰ হয়। বম্বে অধিবেশনৰ পাছত কংগ্ৰেছৰ ডাঙৰ ডাঙৰ নেতাসকলক গ্ৰেপ্তাৰ কৰাৰ লগে লগে ৰাম মনোহৰ লোহিয়া, অচ্যুৎ পট্টবৰ্দ্ধন, সুচেতা কৃপালনি, অৰুণা আচফআলি আদি কমবয়সীয়া নেতাসকলে পলাতক অৱস্থাত কংগ্ৰেছ ৱৰ্কিং কমিটি পৰিচালনা কৰি থাকিবলৈ ধৰে। এনে পলাতক অৱস্থাতে তেওঁলোকে ভাৰতৰ সকলো প্ৰদেশৰ পলাতক বিদ্ৰোহীসকললৈ বৃটিছৰ শাসনৰ প্ৰতীক থানা আৰু জিলাৰ সদৰ কাৰ্যালয়সমূহ অধিকাৰ কৰিবলৈ প্ৰচাৰ কাকত প্ৰেৰণ কৰে। বিৰতিহীনভাৱে বিদ্ৰোহ চলাই যাতায়াত,

সেনাৰ ৰচদ সৰবৰাহ আদিত বিজুতি ঘটাই বৃটিছক যুদ্ধৰ সময়ত ব্যতিব্যস্ত কৰি তুলিবলৈ সেই প্ৰচাৰ কাকতৰ যোগেদি আহ্বান জনোৱা হয়। (অৰুণ চন্দ্ৰ ভূঞা *দ্য কুইট্ ইণ্ডিয়া মুভমেন্ট*, ১৯৭৫, পৃঃ১০৩-১০৫) ।

অসমীয়া দুখন উপন্যাসত ঘাইকৈ বিয়াল্লিশৰ বিপ্লৱৰ সম্পূৰ্ণ প্ৰভাৱ দেখিবলৈ পোৱা যায়। সেই উপন্যাস দুখন হৈছে বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ "মৃত্যুঞ্জয়" (১৯৭০) আৰু পশুপতি ভৰদ্বাজৰ "ৰঙা ৰঙা তেজ"(১৯৬৮)।

বিয়াল্লিশৰ হিংসাত্মক বিপ্লৱ "মৃত্যুঞ্জয়"ৰ বিষয়বস্তু। দৈপৰীয়া মহদা গোসাঁইৰ অধীনত স্বাধীনতাকামী এটা দলৰ এখন সৈন্যবাহী ৰেলগাড়ী বগৰাই পেলোৱা ঘটনাৰ ওপৰত ভিত্তি কৰি উপন্যাসৰ কাহিনী গঢ় লৈ উঠিছে। উপন্যাসৰ আন উল্লেখযোগ্য চৰিত্ৰ হ'ল—ধনপুৰ, ভিভিৰাম, মধু কেওঁট, মাণিক বৰা, আহিনা কোঁৱৰ আৰু ডিমি। উপন্যাসৰ পটভূমি নগাঁও জিলাৰ মায়ং, বেবেজীয়া, বাৰপূজীয়া আদি গাঁও অঞ্চল। সেই সময়ত গান্ধীকে আদি কৰি সকলো নেতা জেলত আছিল। নেতৃত্বৰ অভাৱত স্বাধীনতাকামী ৰাইজে নিজ নিজ পথ অনুসৰণ কৰিছিল। মহাত্মা গান্ধীয়েও নিজ বিচাৰ বুদ্ধিত কাম কৰিবলৈ জনসাধাৰণক অনুমতি দিছিল। সুভাষ চন্দ্ৰ বসুৱে তেওঁৰ জাতীয় সেনাবাহিনী লৈ মণিপুৰ পাইছিলহি। জয় প্ৰকাশ নাৰায়ণে জেলৰ পৰা পলাই দেশৰ নানা ঠাইলৈ বিদ্ৰোহ কৰিবলৈ উদগনি দি গুপ্ত চিঠি প্ৰেৰণ কৰিছিল। ৰামমনোহৰ লোহিয়া, অৰুণা আচফ আলি আদিয়েও গেৰিলা বাহিনী গঠন কৰিবলৈ আহ্বান জনাইছিল। গান্ধীৰ অহিংস সত্যাগ্ৰহত অৱশ্যে জনসাধাৰণৰ বহুতেই তেতিয়া আস্থা ৰাখিছিল; কিন্তু সুভাষ বসু আৰু লোহিয়াৰ সহিংস বিপ্লৱৰ আহ্বানত জনসাধাৰণ বেছিকৈ আকৃষ্ট হৈছিল। সহিংস বিপ্লৱৰ পথে ঘাইকৈ দেশৰ ডেকা শক্তিক আকৃষ্ট কৰিছিল । ৰূপনাৰায়ণ আৰু ধনপুৰে এই ডেকা শক্তিক প্ৰতিনিধিত্ব কৰে। গান্ধীৰ প্ৰভাৱ তেওঁলোকৰ ওপৰত একেবাৰে নাইকিয়া বুলি ক'লে ভুল হ'ব। এজন দেৱতুল্য মহান ব্যক্তি হিচাপে গান্ধীৰ প্ৰতি তেওঁলোকৰ সম্মান তেতিয়াও অক্ষুণ্ণ আছিল। কিন্তু তেওঁলোকে গান্ধীৰ অহিংস সত্যাগ্ৰহে স্বাধীনতা আনিব পাৰিব বুলি বিশ্বাস কৰা নাছিল। ৰূপনাৰায়ণৰ "গান্ধীৰ কথা ওলালেই খং উঠে। মানুহজন সৎ দেৱতাৰ দৰে। কিন্তু মানুহৰ মুক্তিৰ যুঁজ অহিংসাৰে নহয়। হোৱা হ'লে ইমান দিনে স্বাধীনতা পালেহেঁতেন ভাৰতে।"

"মৃত্যুঞ্জয়"ত ঔপন্যাসিকে জনসাধাৰণৰ সহিংস বিপ্লৱ বিষয়বস্তু হিচাপে লৈছে। ঔপন্যাসিকে জনসাধাৰণৰ স্বাধীনতা স্পৃহাৰ সামাজিক, ৰাজনৈতিক, অৰ্থনৈতিক সকলো বিলাক দিশ বিশ্লেষণ কৰিছে। স্বাধীনতাই বৰ্ণ ব্যৱস্থাৰ কিবা পৰিৱৰ্তন সাধিবনে? অৰ্থনৈতিক বৈষম্য দূৰ কৰিবনে? স্বাধীনতাই মানুহবিলাকক ভাল কৰিবনে? এই প্ৰশ্নবিলাক বিয়াল্লিশৰ সামাজিক, ৰাজনৈতিক আৰু অৰ্থনৈতিক পটভূমিত বিচাৰ বিশ্লেষণ কৰা হৈছে। কিন্তু পটভূমি এটা উপৰুৱা বস্তু হৈ ৰোৱা নাই। উপন্যাসৰ কাহিনী, চৰিত্ৰ সকলো পটভূমিৰ পৰাই উদ্ভুত হৈছে। ঔপন্যাসিকে চৰিত্ৰৰ মনৰ অন্তৰ্দ্বন্দ্ব আৰু চিন্তাস্ৰোতৰ মাজেদি ৰাজনৈতিক, সামাজিক সমস্যাবিলাক দাঙি ধৰিছে। চিন্তাস্ৰোতৰ প্ৰয়োগে চৰিত্ৰবিলাকক অন্তৰ্মুখীতা প্ৰদান কৰাত সহায় কৰিছে।

গোসাঁই, মধু কেওঁট, আহিনা কোঁৱৰ আদিয়ে দেশৰ স্বাধীনতাৰ কাৰণে হিংসাৰ পথ লৈছে। কিন্তু তেওঁলোকৰ মন আৰু হৃদয় নানা দ্বন্দ্বই ক্ষত-বিক্ষত কৰিছে। হিংসাৰ পথ ভালনে অহিংসাৰ পথ ভাল, গান্ধী শুদ্ধনে সুভাষ বসু শুদ্ধ আদি নানা বিৰুদ্ধ চিন্তাই তেওঁলোকৰ মনত অহৰহ তোলপাৰ লগাইছে। বিষয়বস্তুৱে চৰিত্ৰবিলাক অন্তৰ্মুখী কৰি তুলিছে। "চিন্তাৰ অন্তৰ্মুখীতাই আৰু মনৰ টনা-আঁজোৰাই চৰিত্ৰবোৰক বিশিষ্টতা দান কৰিছে।" (প্ৰফুল্ল কটকী,'*বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ উপন্যাস*', সাহিত্য বিচাৰ, ১৯৭৩, পৃঃ ২৮) ।প্ৰকৃতিৰ লগত একাত্মিয়তা স্থাপন আৰু প্ৰতীকৰ ব্যৱহাৰৰ দ্বাৰা চৰিত্ৰবিলাকৰ অন্তৰ্বেদনা গভীৰতৰ কৰি তুলিবলৈ আৰু উপন্যাসৰ কাহিনী বিশাল পৰিপ্ৰেক্ষিতৰ অন্তৰ্ভুক্ত কৰিবলৈ ঔপন্যাসিক সফল হৈছে।

বিয়াল্লিশৰ বিপ্লৱে সমাজত নানা পৰিৱৰ্তন সাধন কৰিছিল। সমাজৰ বৰ্ণ ব্যৱস্থাৰ ওপৰতো এই বিপ্লৱে আঘাত হানিছিল। সামাজিক আচাৰ-নীতি, বিশ্বাস সকলোতে এই বিপ্লৱে প্ৰভাৱ পেলাইছিল। বৰ্ণ ব্যৱস্থা আৰু কিছুমান সামাজিক ৰীতি-নীতি জনসাধাৰণ ঐক্যবদ্ধ হোৱাত হেঙাৰ হিচাপে থিয় দিছিল। তেনে ৰীতি-নীতি আৰু পুৰণি অভ্যাস এৰি পেলাবলৈ জনসাধাৰণ কিছু পৰিমাণে বাধ্য হৈছিল। ৰেলগাড়ী বগৰাবলৈ যোৱাৰ আগতে তেওঁৰ ঘৰত গোট খাওঁতে মানুহখিনিক গোসাঁয়ে এইদৰে কয়, "আমাৰ মানুহৰ এটা বৰ বেয়া অভ্যাস আছে, বুজিছা ভিভিকাই। বৰ কথা পাতে আৰু জাত-পাতৰ কথা লৈ বৰ মূৰ ঘমায়। এই দুয়োটা বদ্‌গুণ আমি এই যাত্ৰাত এৰি দিব লাগিব।" আকৌ গোসাঁয়ে ডিমি নামৰ মিকিৰ তিৰোতাজনীৰ হাতে চাহ খাব

খোজাত আহিনা কোঁৱৰে বিচুৰ্তি খাইছে আৰু গোসাঁইৰ মতিভ্ৰম হোৱা বুলি ভাবিছে। গোসাঁয়ে তাৰ উত্তৰত কৈছে, "ৰামেও দেখোন গুহক চণ্ডালৰ ঘৰত খাইছিল।— এইবোৰ বামুণালি আৰু ভকতালি এৰি দিব লাগিব।"

বিয়াল্লিশৰ বিপ্লৱে নাৰীৰ ৰাজনৈতিক আৰু সামাজিক জাগৰণত অৰিহণা যোগাইছিল। স্বাধীনতা আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰি নাৰী সংকোচমুক্ত আৰু জড়তাহীন হৈ পৰিছিল। ডিমিৰ নিঃসংকোচ মুকলিমূৰীয়া স্বভাৱ দেখি "গোসাঁইৰ মনটো নতুন উপলব্ধিত কঁপি উঠিছে, গোসাঁনীক লগ পাবৰ মন গৈছে, ক'ব খুজিছে, এইদৰে যে বাহিৰলৈ ওলাই আহিছা, ভালেই হৈছে, আৰু বাহিৰলৈ আহা, আহি একেবাৰে ডিমিৰ লগত একে শাৰীত থিয় দিয়াহি। তেতিয়া তোমাৰ অবলাৰ ৰূপ বদলি যাব, মনত সৃষ্টি হ'ব এক সবলাৰ শক্তি। সেই শক্তিয়েই হ'ল নাৰী।"

১৯৪২ ৰ আন্দোলনৰ সময়ত অসমীয়া মানুহে উপলব্ধি কৰিব পাৰিছিল যে ৰাজনৈতিক স্বাধীনতাৰ অবিহনে অৰ্থাৎ বিদেশী শাসনৰ অন্ত পেলোৱাৰ অবিহনে অসমৰ স্থানীয় সমস্যাবিলাকৰ সমাধান সম্ভৱ নহয়। সেয়েহে সকলোৱে যি কোনো প্ৰকাৰে স্বৰাজ লাভৰ কাৰণে যত্নপৰ হৈছিল। ধনপুৰে সেয়েহে ডিমিক কয়, "প্ৰথমতে স্বৰাজ, স্বৰাজ পালে বাকীবোৰ গাঁঠিৰ বান্ধ সোনকালে খোল খাব। জাত, খিতাপ, ধনী-দুখীয়াৰ প্ৰভেদ এইবোৰ।" ধনপুৰে স্বৰাজ পালে ভূমিহীন খেতিয়কক মাটি দিয়াৰ সপোন দেখে, ধনীৰ দ্বাৰা দুখীয়াৰ নিষ্পেষণৰ অন্ত পেলোৱাৰ সপোন দেখে। দধি মাষ্টৰেও মায়ঙৰ স্কুল ঘৰটোৰ শোচনীয় অৱস্থা আৰু খেতিয়কবিলাকৰ অবৰ্ণনীয় দাৰিদ্ৰ্য আৰু অজ্ঞতা দেখি ভাবে, "শিক্ষা নহ'লে সকলো মিছা। কিন্তু গাঁৱৰ মানুহক শিক্ষা দিবলৈও এটা নতুন চৰকাৰ লাগে, মানে নিজৰ চৰকাৰ। পুৰণি চৰকাৰটোৱে একো নকৰে। সেইকাৰণেই স্বৰাজ লাগে।"

পশুপতি ভৰদ্বাজৰ "ৰঙা ৰঙা তেজ"ৰ বিষয়বস্তুও বিয়াল্লিশৰ হিংসাত্মক বিপ্লৱ। শিৱনাথ, সমুদ্ৰ, নিজাম, অৰবিন্দ, কাৰিকৰ, ৰূপৰাম, উমা, সাবিত্ৰী আদি ডেকা-গাভৰুৰ এটা দলৰ দ্বাৰা এখন ৰেলৰ দলং আৰু এটা বিমান ঘাটি ধ্বংস কৰা আৰু বৰনগৰৰ থানা অধিকাৰ কৰা—এই তিনিটা ঘটনাৰ ওপৰত ভিত্তি কৰি উপন্যাসৰ কাহিনী গঢ় লৈ উঠিছে। অৱশ্যে এটা কাহিনী গঢ়াতকৈ লেখকৰ উদ্দেশ্য হৈছে ডেকা-গাভৰু দলৰ বিপ্লৱী কাৰ্য-কলাপ আৰু পুলিচ মিলিটেৰীৰ জনসাধাৰণৰ ওপৰতে

অমানুষিক অত্যাচাৰ ফুটাই তোলাহে।

বিয়াল্লিশৰ বিপ্লৱৰ উদ্দেশ্য শিৱনাথ আৰু উমাৰ কথা-বাৰ্তাত প্ৰকাশ পাইছে। "আমি কেইটামান হাত বোমা লৈ, কেইখনমান দলং ভাঙি, আনকি দুই-এখন পুলিচ থানা হস্তগত কৰি, আমাৰ দেশৰ পৰা ইংৰাজক খেদিব নোৱাৰো। কিন্তু যুগে যুগে, দেশে দেশে মানুহে তাকেই কৰি আহিছে। অস্ত্ৰেৰে নাইবা বিনা অস্ত্ৰেৰে শত্ৰুক দেশৰ পৰা খেদি মানুহে স্বাধীনতা লাভ কৰিছে। আমিও শ শ মৰিম, বোধ হয় হেজাৰ হেজাৰ মৰিম। আমাৰ মৃত্যুৰ মাজেৰে এদিন আহিব স্বাধীনতা।" শিৱনাথে বৰনগৰৰ পোষ্ট অফিচ, হাইস্কুল আৰু বনুৱাৰ কেম্পত একেদিনাই জুই লগাই দিয়ে। "কি পোৰে তাৰ লগত আজি তাৰ সম্বন্ধ নাই। কিবা এটা পুৰিলেই হ'ল। পুলিচ আৰু মিলিটেৰীৰ মাজত এটা উত্তেজনা জগাই তুলিব পাৰিলেই হ'ল। সিহঁতৰ অত্যাচাৰো বাঢ়ক, মানুহৰ অত্যাচাৰো বাঢ়ক। ক্ৰোধ আৰু প্ৰতিহিংসা দুয়োটা জাগি উঠক। আহক এটা বিপ্লৱ।"

বিয়াল্লিশৰ বিপ্লৱ যে জনসাধাৰণৰ বৃটিছ সাম্ৰাজ্যবাদৰ বিৰুদ্ধে স্বাভাৱিক বিদ্ৰোহ এই কথা শিৱনাথৰ কথাত প্ৰকাশ পাইছে। শিৱনাথে সাৱিত্ৰীৰ ফালে এবাৰ ভালকৈ চায়। "তাইৰ অসাধাৰণ একো এটা নাই, সাধাৰণ গাঁৱৰ ছোৱালী। সাধাৰণ সাজ-পাৰ, সাধাৰণ চকু-মুখ। তাইক চাই চাই মাত্ৰ এটা ধাৰণা শিৱনাথৰ হয় যে, এই যুদ্ধ জনতাৰ যুদ্ধ, সমগ্ৰ জনতাৰ যুদ্ধ। ইয়াত সৰু বৰ নাই, ধনী-দুখীয়া নাই, বিদ্বান-অবিদ্বান নাই। এটা দুৰ্বাৰ আদৰ্শৰে অনুপ্ৰাণিত হৈ আটাইবিলাক যুঁজ কৰিবলৈ ওলাইছে।"

বিয়াল্লিশৰ বিপ্লৱে নগৰীয়া লোকতকৈ গাঁৱলীয়া মানুহৰ মাজত বেছি আলোড়নৰ সৃষ্টি কৰিছিল। নগৰত খাদ্য শস্যৰ উৎপাদন নহয়, গাঁৱতহে হয়। পাইকাৰী জৰিমনাৰ নামত পুলিচ মিলিটেৰীয়ে খেতিয়কৰ পথাৰৰ পৰা ধান কাটি আনে, মাহ, সৰিয়হ, শাক-পাচলি সকলো কাঢ়ি লৈ আনে, গোহালিৰ গৰু জোৰ কৰি পুলিচে লৈ আহে। প্ৰতিশোধৰ অগ্নি খেতিয়কৰ অন্তৰত জ্বলি উঠে, নিৰ্যাতন নিষ্পেষণত সিহঁত অতীষ্ঠ হৈ উঠে, মৃত্যুলৈকো ভয় নকৰা হয়। সিহঁতৰ জীৱনত হেৰুৱাবলৈ একো নাই। কাৰিকৰে সেয়েহে কয়, "যি সকল মৰে তেওঁলোক সাধাৰণতে তলখাপৰ মানুহ। তলখাপৰ মানুহ হ'ল সেইবোৰ যাৰ দেহটো মজবুত, বুদ্ধি সবল, বিশ্বাস অকৃত্ৰিম, কিন্তু দুখীয়া। সেইবাবে মৰিব লাগিলে আমিয়ে মৰিম—মই, সমুদ্ৰ, নিজাম, অৰবিন্দ

আৰু ৰূপা ককাই। আৰু সাবিত্ৰী তই।"

বিয়াল্লিশৰ বিপ্লৱৰ সময়ত পাকিস্তানৰ কাৰণে আন্দোলন চলি আছিল। অসমৰ মুছলিম লীগ চৰকাৰে অসমখন পাকিস্তানৰ অন্তৰ্ভুক্ত কৰিবলৈ পাণ্ডিছিল। কোনোকালে হিন্দু-মুছলমানৰ মাজত বিদ্বেষ নথকা অসমত সাম্প্ৰদায়িক বিদ্বেষ ভাব জগাই তুলিবলৈ অসম চৰকাৰ উঠি পৰি লাগিছিল। গাঁৱৰ সহজ-সৰল মানুহবোৰ বিপাণ্ডত পৰিছিল। "আমি একেখন পথাৰতে হাল বাও, একেলগে ধান ৰোও আৰু একেলগে ধান কাটো। সিহঁতৰ ফালে ধান কটা হোৱা মাত্ৰকে আমাৰ ফালৰ গৰুৱে সিহঁতৰ পথাৰত ঘাঁহ খায়। আমাৰ পথাৰত ধান কটা শেষ হ'লে সিহঁতৰ ফালৰ গৰুৱে আমাৰ পথাৰত ঘাঁহ খায়। এইফালৰ চিৰিপতিৰ লগত নিতৌ পথাৰত ধপাত খাওঁ আৰু মাহেকত এবাৰ কাজিয়া কৰো। সেইফালৰ ইব্ৰাহিমৰ লগতো নিতৌ পথাৰত ধপাত খাওঁ আৰু মাহেকত এবাৰ কাজিয়া কৰো।"

অসমত ১৯৪২ ৰ স্বাধীনতা আন্দোলন আৰু দ্বিতীয় মহাযুদ্ধ সংযুক্ত হৈ পৰিছিল। দ্বিতীয় মহাযুদ্ধই স্বাধীনতা আন্দোলনৰ প্ৰকৃতিৰেই সলনি কৰি দিছিল। যোগেশ দাসৰ 'ডাৱৰ আৰু নাই' (১৯৫৫) উপন্যাসত বিদ্ৰোহী চৰিত্ৰ জীৱনে ভাবে যে আধুনিক যুদ্ধ কৌশলৰ সম্মুখত অহিংস বিপ্লৱ অৰ্থহীন। সেয়েহে একাংশ বিদ্ৰোহী স্বাধীনতা সংগ্ৰামীয়ে গোপন হিংসাত্মক কাৰ্যৰে চৰকাৰক কাবু কৰি তুলিবৰ চেষ্টা কৰিছিল। উপন্যাসৰ নায়ক বাখৰক জীৱনে কয় যে গান্ধীজীয়ে বিদ্ৰোহীসকলৰ কাম-কাজ ভাল নুবুলিব পাৰে ; কিন্তু এই বিদ্ৰোহীসকলেও দেশৰ স্বাধীনতা লাভৰ কাৰণে কাম কৰিছে।

দ্বিতীয় মহাযুদ্ধৰ সময়ত আৱশ্যকীয় সামগ্ৰীবিলাক পাবলৈ টান হৈ পৰিছিল আৰু ফলত অত্যাৱশ্যকীয় সামগ্ৰীৰ অভূতপূৰ্ব মূল্যবৃদ্ধি হৈছিল। এনে মূল্যবৃদ্ধিয়ে মিলিটেৰী ঠিকাদাৰ আৰু ব্যৱসায়ীবিলাকক অবৈধভাৱে বস্তু মজুত কৰি ৰাখি, ক'লা বেপাৰ কৰি প্ৰচুৰ লাভ কৰাৰ সুবিধা দিছিল। চৰকাৰে লোৱা নিয়ন্ত্ৰণ আৰু ৰেশ্যনিঙৰ ব্যৱস্থাই অত্যাৱশ্যকীয় বস্তুৰ বিতৰণত সহায় কৰিব পৰা নাছিল। ৰেশ্যনিং ব্যৱস্থা সম্পূৰ্ণ ব্যৰ্থ হৈছিল আৰু জনসাধাৰণৰ দুখ-দুৰ্দশা কমোৱাৰ পৰিবৰ্তে ৰেশ্যনিং ব্যৱস্থাই দুৰ্নীতি বেছি গাঢ় কৰিহে তুলিছিল। সহজলভ্য টকা আৰু সৰ্বত্ৰ দেখা দিয়া নৈতিকতাৰ অৱক্ষয়ে নতুন প্ৰজন্মৰ মনত প্ৰভাৱ বিস্তাৰ কৰিছিল। সমাজক সুসংহত কৰি ৰখা

পুৰণি প্ৰমূল্য মুহূৰ্ততে দলিয়াই পেলোৱা হৈছিল, নতুন প্ৰমূল্য গঢ় লোৱা নাছিল। মানুহে সমাজৰ সামূহিক মঙ্গলতকৈ নিজৰ কাৰণে ধন-সম্পত্তি চপোৱাত উঠি-পৰি লাগিছিল। 'ডাৱৰ আৰু নাই'ত যুদ্ধৰ বতাহে দিক্‌ভ্ৰান্ত কৰা এখন সমাজৰ বিতং চিত্ৰ দেখিবলৈ পোৱা যায়।

উপন্যাসখনৰ কাহিনী বাখৰক কেন্দ্ৰ কৰি গঢ় লৈ উঠিছে। সমাজলৈ অহা অৱক্ষয়ৰ মাজত গভীৰ নিষ্ঠাৰে পুৰণি ঐতিহ্য আৰু প্ৰমূল্যক সাৱটি থকা বাখৰৰ জীৱনলৈ ডাৱৰ নামি আহে। উপন্যাসৰ কাহিনীৰ পটভূমি হ'ল ডুমডুমাৰ ওচৰৰ এখন চাহ বাগিচা। ডুমডুমা মিত্ৰশক্তিৰ যুদ্ধৰ ঘাটি আছিল। ডুমডুমাৰ ওচৰৰ চুকেৰিটিঙত এখন নতুনকৈ বিমানকোঠ নিৰ্মাণ কৰা হৈছিল। ডেকাৰ পৰা বুঢ়ালৈ সকলোৱে সহজে টকা অৰ্জাত ব্যস্ত হৈ পৰিছিল। বাখৰৰ ভৃত্য ভীম আৰু বন্ধু নিজামহে ব্যতিক্ৰম আছিল। বাখৰে মিলিটেৰী ঠিকাদাৰ নহৈ স্কুল শিক্ষক হৈয়ে ৰয়। তেওঁ সদ্যবিবাহিত পত্নী অনুপমাৰ সহযোগ আৰু সহানুভূতি পাবলৈ আশা কৰে। অনুপমাই প্ৰথমে তেওঁৰ স্বামীৰ অনাড়ম্বৰ জীৱনৰ লগত খাপ খাবলৈ যত্ন কৰে। কিন্তু অৱশেষত তেওঁ এটা বিলাসী জীৱনৰ জাক-জমকতাৰ প্ৰলোভনৰ ওচৰত হাৰ মানে। তেওঁ পিতৃগৃহলৈ গৈ স্বামীৰ ঘৰলৈ ঘূৰি আহিবলৈ অস্বীকাৰ কৰে। বাখৰে অকলশৰীয়া অনুভৱ কৰে। তেওঁৰ চাৰিওফালে ধন-সম্পত্তিৰ প্ৰতি লালসা, বিলাসৰ পয়োভৰ, দুৰ্নীতি, ইন্দ্ৰিয়পৰায়ণতা। বাখৰৰ ভৃত্য ভীমৰ জীৱনলৈও বিপৰ্যয় আহে। ভীমৰ সদ্যবিবাহিত পত্নী গৌৰী সহজে বিলাসী ইন্দ্ৰিয়পৰায়ণ জীৱনৰ প্ৰতি আকৰ্ষিত হয়। অন্য বহুতো চাহ বাগানৰ বনুৱাৰ দৰে গৌৰীয়েও চাহ বাগানৰ চাকৰি এৰি বিমান কোঠত কাম কৰিবলৈ লয়। অৱশেষত মাৰ্কিন সৈন্যৰ দলবদ্ধ ধৰ্ষণৰ সন্মুখীন হৈ তাই মৃত্যুমুখত পৰে। ভীমে সুখ-শান্তি হেৰুৱাই সম্পূৰ্ণ হতাশাগ্ৰস্ত হৈ পৰে আৰু প্ৰতিশোধ ভাবৰ জ্বলন্ত যন্ত্ৰণাত দগ্ধ হৈ কেইবাটাও মাৰ্কিন সৈন্যক হত্যা কৰে। ইতিমধ্যে অনুপমাৰ সম্বন্ধীয়া সহিংস বিপ্লবী জীৱনক আশ্ৰয় দিয়াৰ অভিযোগত বাখৰক গ্ৰেপ্তাৰ কৰি জেললৈ পঠোৱা হয়। বাখৰৰ অনুপস্থিতিৰ সময়ত কেইটামান মাৰ্কিন সৈন্যই বাখৰৰ ঘৰত জুই লগাই দিয়ে। বাখৰৰ বৃদ্ধ দেউতাকে গুৰুতৰভাৱে আহত হৈ শেষ নিশ্বাস ত্যাগ কৰে। বাখৰে জেলৰ পৰা মুক্তি পায় আৰু অনুপমাও অনুতপ্ত হৈ বাখৰৰ ওচৰলৈ ঘূৰি আহে। বাখৰ আৰু অনুপমাৰ দাম্পত্য জীৱনৰ পৰা ডাৱৰ আঁতৰি যায়।

চমুকৈ 'ডাৱৰ আৰু নাই' ৰ কাহিনী ইমানেই। ঔপন্যাসিকে যুদ্ধৰ সময়ত এটা নতুন ধনী শ্ৰেণীৰ উত্থান চিত্ৰিত কৰিছে। বেছিভাগ মানুহেই ধন-সম্পত্তিৰ প্ৰতি মন মেলিছিল। সহজে টকা উপাৰ্জনৰ পথ মুকলি হোৱাত মদ আৰু তিৰোতাৰ চাহিদা বাঢ়িছিল, স্বামীয়ে পত্নীক হেৰুৱাইছিল, ভ্ৰাতৃয়ে ভগ্নীক হেৰুৱাইছিল। এইদৰেই সামাজিক নৈতিকতালৈ অপূৰণীয় ক্ষতি আহিছিল।

সুৰেশ গোস্বামীৰ "মহাৰণৰ বিননি" (১৯৬০) যুদ্ধকালীন সমাজৰ পটভূমিত ৰচনা কৰা আন এখন উপন্যাস। এই উপন্যাসত এক বিবেকহীন মিলিটেৰী ঠিকাদাৰে এখন ভুৱা বিল মঞ্জুৰ কৰিবৰ কাৰণে নিজৰ জীয়েকক মিলিটেৰীৰ হাতত তুলি দিছে। ঘোচ-দিয়া, সহজ টকা অৰ্জা আদি কথা এই উপন্যাসত প্ৰকাশ পাইছে।

আন এখন উপন্যাস অৰুণ কুমাৰ দাসৰ 'তুফান'ত (১৯৬০) যুদ্ধকালীন অসমত আইন-শৃংখলাহীন অৱস্থা প্ৰকাশ পাইছে। উপন্যাসৰ কাহিনী এজনী সম্ভ্ৰান্ত পৰিয়ালৰ ছোৱালীক মিলিটেৰীয়ে অপহৰণ কৰাক লৈ গঢ় লৈ উঠিছে। যুদ্ধৰ পাছত সমাজলৈ ঘূৰি অহাৰ পথ বন্ধ হৈ যোৱাত ছোৱালীজনীয়ে বেশ্যাগিৰি কৰি জীৱিকা আৰ্জন কৰিবলৈ বাধ্য হয়। অসমীয়া সমাজত যুদ্ধৰ আগলৈকে বেশ্যাবৃত্তি তেনেকৈ নাছিল বুলিয়েই ক'ব পাৰি। কিন্তু যুদ্ধৰ সময়ত মিলিটেৰী ঠিকাদাৰে সংগ্ৰহ কৰি মিলিটেৰীক যোগান দিয়া আৰু মিলিটেৰীৰ দ্বাৰা ধৰ্ষিত হোৱা ছোৱালীবিলাকে যুদ্ধৰ পাছত এই বৃত্তি ল'বলৈ বাধ্য হয়।

আব্দুল মালিকৰ 'আধাৰশিলা'ত (১৯৬৬) দ্বিতীয় মহাযুদ্ধই অসমীয়া সমাজত পেলোৱা প্ৰভাৱৰ প্ৰতিফলন দেখুওৱা হৈছে। উপন্যাসখন ছুমীৰক কেন্দ্ৰ কৰি গঢ় লৈ উঠিছে। ছুমীৰ সোণপাহী নামৰ এজনী গাঁৱলীয়া ছোৱালীৰ জহৰা ল'ৰা। সমাজৰ দ্বাৰা ঘৃণিত আৰু অৱহেলিত হৈ ছুমীৰে নীচাত্মিকাবোধত ভোগে। প্ৰাথমিক শিক্ষা সাং কৰি ছুমীৰে নগৰলৈ গৈ এজন দূৰ সম্বন্ধীয়ৰ ঘৰত থাকি হাইস্কুলত পঢ়িবলৈ যায়। দ্বিতীয় মহাযুদ্ধৰ সময়ত ছুমীৰে পঢ়া স্কুলখনত মিলিটেৰীয়ে কেম্প কৰে। ছুমীৰে পঢ়া বাদ দি মিলিটেৰী ঠিকাদাৰ হয়। যুদ্ধই ছুমীৰক এটা বেপৰোৱা, বিশৃংখল জীৱন যাপন কৰাৰ আৰু জহৰা জীৱনৰ গ্লানি পাহৰি থকাৰ সুবিধা দিয়ে। যুদ্ধৰ পাছত ছুমীৰে এখন নগৰত স্থায়ীভাৱে থাকিবলৈ লয়। তাৰ অতীত তিক্ততাৰে ভৰা, ভৱিষ্যতেও তালৈ কোনো আশা কঢ়িয়াই নানে। জহৰা হোৱাৰ কাৰণে তাৰ সমাজত

কোনো স্থান নাই। সেইকাৰণে মদ আৰু বেশ্যাত নিমজ্জিত হৈ এটা উদ্দেশ্যহীন জীৱন কটায়। এই সময়তে ছমীৰ ধৰ্মপ্ৰাণ, স্নেহশীল ডাঃ মহচিনৰ সান্নিধ্যলৈ আহে। ডাঃ মহচিনে দুৰ্ভগীয়া, নিঃস্ব মানুহৰ সেৱাত জীৱন কটায়। ডাঃ মহচিনৰ সান্নিধ্যলৈ আহি ছমীৰৰ জীৱনে নতুন মোৰ লয়, জীয়াই থকাৰ এটা উদ্দেশ্য বিচাৰি পায়। ছমীৰে চেনেহী আৰু তাইৰ তোলনীয়া ছোৱালী জিনিয়াকো লগ পায়। চেনেহী আৰু জিনিয়াৰ সহানুভূতি আৰু মৰমে ছমীৰৰ মনলৈ মানৱতাৰ প্ৰতি বিশ্বাস ঘূৰাই আনে।

দেৱেন্দ্ৰ নাথ আচাৰ্যৰ 'জঙ্গম' (১৯৮২) দ্বিতীয়, মহাসমৰৰ পটভূমিত, জাপানী সৈন্যই ব্ৰহ্মদেশ অধিকাৰ কৰাৰ পাছত যিসকল সাধাৰণ ভাৰতীয় মূলৰ মানুহে প্ৰাণৰ ভয়ত ব্ৰহ্মদেশ এৰি দুৰ্গম, বিপদ-সংকুল বাটেৰে অসমৰ পিনে পলাই আহিছিল, সেইসকল মানুহৰ জীৱন সংগ্ৰামৰ ওপৰত লেখা। মিত্ৰ বাহিনীৰ সৈন্যই পশ্চাদগতি কৰাত আৰু ব্ৰহ্মদেশৰ বিদ্ৰোহী যুৱকবিলাকে ভাৰতীয়সকলক ব্ৰহ্মদেশৰ পৰা খেদাই পথোৱাৰ সংকল্প লোৱাত, আৰু একাংশ ব্ৰহ্মদেশৰ মানুহে লুট-পাট, ডকাইতি কৰাৰ পৰিপ্ৰেক্ষিতত ভাৰতীয়সকল অসহায় হৈ পৰিছিল আৰু ব্ৰহ্মদেশ এৰিবলৈ বাধ্য হৈছিল। কিন্তু তেওঁলোকৰ যাত্ৰা অনিশ্চিত আছিল, ভাৰতীয় দৰিদ্ৰ মানুহখিনিৰ কাৰণে অসম তথা ভাৰতবৰ্ষ সম্পূৰ্ণ অচিনাকি আছিল। মানুহখিনিয়ে দুৰ্গম পথেদি পলাই আহোতে অনাহাৰ, অনিদ্ৰা, ৰোগ আৰু মৃত্যুৰ সন্মুখীন হৈছিল। ঔপন্যাসিকে সা-সম্পত্তি হেৰুৱাই পেলোৱা, ঘৰ-দুৱাৰ হেৰুৱাই পেলোৱা, সামাজিক পৰিচয় হেৰুৱাই পেলোৱা কেৱল নিজৰ শৰীৰটো আৰু জীৱনটোক লৈ জীৱনৰ মোহত অনিশ্চয়তা আৰু অভাৱনীয় কষ্টৰ সন্মুখীন হৈও অবিৰত যাত্ৰা কৰা এমুঠি মানুহৰ মানসিক ভাব-আবেগ বিশ্লেষণ কৰিছে। উপন্যাসখনৰ মূল চৰিত্ৰবিলাক হ'ল ৰামগোবিন্দ, তেওঁৰ বৃদ্ধ মাতৃ, তেওঁৰ পত্নী লছমী, বল্লভ, হৰিচৰণ, নিতু, বুধু, কালু, গুৰুচৰণ আৰু চিন্‌টি। বল্লভৰ বাহিৰে সকলোবিলাকেই দৰিদ্ৰ খেতিয়ক আছিল। বল্লভৰ মান্দালয়ৰ ওচৰৰ মান্‌কুত এখন গেলামালৰ দোকান আছিল। ডাঃ বেৰী নামৰ এজন খ্ৰীষ্টান মিচনেৰী আৰু চিকিৎসকেও ভগনীয়াসকলৰ লগ লাগে। তেওঁ মানুহখিনিক দুৰ্দশাৰ সময়ত যি পাৰে সহায় আৰু নৈতিক সাহস দিয়ে। মা-পু নামৰ এজনী এংলো-বাৰ্মান ছোৱালীয়েও বাটত ভগনীয়াবিলাকৰ লগ লয়। 'জঙ্গম'ত আমি যুদ্ধৰ সময়ৰ ব্ৰহ্মদেশৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক অৱস্থাৰ এক নিৰ্ভৰযোগ্য চিত্ৰ পাওঁ। যুদ্ধৰ আগলৈকে ভাৰতীয়

খেতিয়ক আৰু ব্ৰহ্মদেশৰ সাধাৰণ মানুহখিনিয়ে ভাই-ককাইৰ দৰে বাস কৰিছিল। কিন্তু জাপানীয়ে ব্ৰহ্মদেশ দখল কৰাৰ আৰু মিত্ৰ শক্তিয়ে ব্ৰহ্মদেশ এৰিবৰ যো-জা কৰাত ব্ৰহ্মদেশৰ যুৱকসকলৰ মনত এক জাতীয়তাবাদ গঢ় লৈ উঠে। ব্ৰহ্মদেশৰ দৰিদ্ৰ মানুহক শোষণ কৰি ধনী হোৱা ভাৰতীয় শেঠ বিলাকৰ বিৰুদ্ধে ব্ৰহ্মদেশৰ বিদ্ৰোহী যুৱক জাগি উঠিল। ইয়াৰ ফলত নিৰপৰাধী দৰিদ্ৰ খেতিয়কবিলাক বিদ্ৰোহী যুৱকবিলাকৰ ক্ষোভৰ বলি হ'বলগীয়া হ'ল।

দ্বিতীয় মহাযুদ্ধৰ প্ৰভাৱ 'ডাৱৰ আৰু নাই', আৰু 'জঙ্গম' দুয়োখন উপন্যাসতে পৰিছে। যুদ্ধই বাখৰৰ জীৱনলৈ বিপৰ্যয় আনে। অনুপমাই বাখৰক অকলে এৰি দেউতাকৰ ঘৰলৈ যায়। যুদ্ধৰ কাৰণেই বাখৰে ভীমৰ ওপৰত আস্থা হেৰুৱাই পেলায়। গৌৰীৰ ওপৰত যুদ্ধৰ প্ৰভাৱ অতি কৰুণ। অন্য সময়ত, অন্য পৰিস্থিতিত তাই ভীমৰ লগত এক সুখ-সন্তোষৰ দাম্পত্য জীৱন যাপন কৰিব পাৰিলেহেঁতেন; কিন্তু যুদ্ধই তাইক এজনী বেলেগ মানুহত পৰিৱৰ্তিত কৰে। যুদ্ধৰ প্ৰভাৱ চৰিত্ৰত পৰা কাৰণেই গিৰিণ এটা সহজ-সৰল গাঁৱলীয়া মানুহ বেলেগ মানুহ হৈ পৰে। ডুমডুমালৈ অহাৰ আগতে তিৰোতা মানুহৰ লগত বিবাহ বৰ্হিভূত সম্বন্ধৰ কথা সি ভাবিব নোৱাৰিছিল। কিন্তু মিলিটেৰী ঠিকাদাৰ হোৱাৰ পাছত সি গৌৰীৰ লগত নিষিদ্ধ যৌন জীৱন উপভোগ কৰিবলৈ বিবেকৰ তাড়না বোধ নকৰে। যুদ্ধই বাখৰৰো মানৱতাৰ প্ৰতি আস্থা কাঢ়ি নিয়ে।

'আধাৰ শিলা'ৰ নায়ক ছমীৰৰ ওপৰতো যুদ্ধৰ প্ৰভাৱ পৰে। ছমীৰ বেপৰোৱা আৰু বিশৃংখল হৈ পৰে।

'মৃত্যুঞ্জয়'ৰ অন্তৰ্নিহিত বিষয় বা 'থীম' হৈছে মানুহৰ স্বাধীনতা লাভৰ আকাংক্ষা। কিন্তু স্বাধীনতা লাভতকৈও গুৰুত্বপূৰ্ণ কথা হৈছে মানুহৰ প্ৰকৃত মানুহ হিচাপে গঢ় লোৱাৰ সামৰ্থ্য। মানুহৰ স্বাধীনতা লাভৰ কাৰণে দৃঢ় সংকল্প আৰু পুলিচ-মিলিটেৰীৰ আতিশয্য উপন্যাসখনত বিতংভাৱে বৰ্ণিত হৈছে। অত্যন্ত কষ্ট আৰু পুলিচৰ নিষ্পেষণ সহ্য কৰিও স্বাধীনতাকামী সাধাৰণ মানুহে মানৱতা হেৰুৱাই পেলোৱা নাই। অনুপমাৰ স্বামী এজন পুলিচ বিষয়া আছিল, তেওঁক বিদ্ৰোহীবিলাকে হত্যা কৰে, কিন্তু অনুপমাই ৰূপনাৰায়ণ আৰু আন বিদ্ৰোহীবিলাকক আশ্ৰয় দিয়ে। তেনেদৰে কঠোৰ বিদ্ৰোহী ৰূপনাৰায়ণেও তাৰ বিদ্ৰোহী কাৰ্য-কলাপ সত্বেও মানৱীয় অনুভূতি আৰু দুৰ্বলতা

হেৰুৱাই পেলোৱা নাই। অনুপমাই তেওঁৰ ননন্দ মহদা গোসাঁইৰ পত্নীক কয় যে পুলিচ বিষয়াৰ লগত বিয়া হ'লেও তেওঁ মানুহ হৈয়ে আছে। তেওঁ আৰু কয় যে নিজৰ দুখ-দুৰ্দশাৰ কথা তেওঁ আৰু নাভাবে, তেওঁ নিষ্পেষিত জনগণৰ দুখ-দুৰ্দশাৰ কথাহে চিন্তা কৰিব। গোসাঁইৰ ঘৈনীয়েকেও কয় যে তেওঁৰ চিন্তা মাত্ৰ স্বাধীনতাই মানুহক এতিয়াতকৈ ভাল কৰিবনে নকৰে সেইটোহে। বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'মৃত্যুঞ্জয়'ত দেশৰ স্বাধীনতাতকৈও মানুহৰ উত্তৰণহে প্ৰধান বিষয়বস্তু। তদুপৰি উপন্যাসখনত ভৱিষ্যতৰ সমাজৰ পৰিৱৰ্তনৰ ইঙ্গিত পোৱা যায়। বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যই তেওঁৰ উপন্যাসৰ নেপথ্যৰ কথা লেখোতে এঠাইত কৈছিল যে তেওঁ সদায় এটা অবিৰত পৰিৱৰ্তনৰ ইঙ্গিত দিবলৈ চায়। এনে ইঙ্গিতৰ অবিহনে অতীত আৰু ভৱিষ্যতৰ লগত বৰ্তমানৰ যোগসূত্ৰ হ'ব নোৱাৰে আৰু সেয়েহে ঔপন্যাসিক ভট্টাচাৰ্যই কয় যে তেওঁ উপন্যাসত সদায় এনেকুৱা এটা পৰিৱৰ্তনৰ ইঙ্গিত দিবলৈ যত্ন কৰে। (বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, 'মোৰ উপন্যাস ঃ নেপথ্যৰ কথা' *সংলাপ*, দ্বিতীয় বছৰ, পৃঃ ২৯৪)। এই পৰিৱৰ্তনৰ ইঙ্গিত আহিনা কোঁৱৰ আৰু ধনপুৰৰ কথাতো প্ৰকাশ পাইছে। যেতিয়া আহিনা কোঁৱৰে কয় যে স্বাধীনতাৰ পাছত তেওঁলোকে আকৌ ৰজাৰ শাসন আনিব তেতিয়া ধনপুৰে কয় যে ৰাজতন্ত্ৰৰ দিন উকলিল, অসম আৰু ভাৰতবৰ্ষৰ অন্য প্ৰদেশত সাংবিধানিক গণতন্ত্ৰহে প্ৰতিষ্ঠা হ'ব।

'ডাৱৰ আৰু নাই'ত ঔপন্যাসিকে সমাজৰ খন্তেকীয়া অসুখৰ পাছত আকৌ নৈতিক-পুনৰ্জন্ম হ'ব বুলি দৃঢ়তাৰে প্ৰকাশে কৰিছে ।অনুপমাৰ সম্বন্ধীয়া ককায়েক জীৱনৰ লগত কথা হোৱাৰ পৰা বাখৰে বিশ্বাস কৰিবলৈ লয় যে সমাজৰ পৰিৱৰ্তন আহিব, শান্তি, সুখ, সমৃদ্ধি আহিব বিশৃংখলতা আৰু ধ্বংসৰ মাজেদি।

আব্দুল মালিকৰ 'আধাৰ শিলাত' ছমীৰে ডাঃ মহচিন, চেনেহী আৰু জিনিয়াৰ মৰমৰ সান্নিধ্যলৈ আহি উপলব্ধি কৰে যে মৰম স্নেহেই জীৱনৰ আধাৰশিলা।

'জঙ্গম' উপন্যাসতো ঔপন্যাসিকে মানৱতাত বিশ্বাস প্ৰকাশ কৰিছে। দুৰ্গম পথত অভাৱনীয় কষ্ট খাই আৰু বহুদিন লঘোণে-ভোকে থকা মানুহখিনিয়ে কেতিয়াবা মানৱীয় অনুভূতি হেৰুৱাই পেলায়; কিন্তু ডাঃ বেৰীৰ প্ৰভাৱত তেওঁলোকে মানৱতা আকৌ ঘূৰাই পায়। চিন্‌টি আৰু মা-পু-ৰ প্ৰেমৰ যোগেদি ঔপন্যাসিক আচাৰ্যই দেখুৱাইছে ক্ষুধা, সীমাহীন কষ্ট, আৰু মৃত্যু ভয়েও মানুহৰ প্ৰেমৰ তাড়না শেষ কৰিব

নোৱাৰে। লছমীৰ কেঁচুৱাৰ দুৰ্গম পথত জন্মৰ যোগেদি মানুহৰ প্ৰজনন প্ৰক্ৰিয়া যে অবিৰত সেই কথা প্ৰকাশ কৰিছে। ভগনীয়াবিলাকৰ দুৰ্গম হাবি-জংঘল, পৰ্বত-পাহাৰৰ মাজেদি দীঘলীয়া যাত্ৰা জীৱনৰ পৰা মৃত্যুলৈ মানুহৰ যাত্ৰাৰ প্ৰতীক বুলি ক'ব পাৰি। মা-পুয়ে উপন্যাসৰ শেষৰ ফালে এইদৰে ভাবে—"চিৰ অঘৰী মানৱৰ এই নিৰবধি যাত্ৰা এই অনন্ত, অবিৰাম গতি! বিশাল সৃষ্টিৰ প্ৰাণকেন্দ্ৰ এই গতি, এই অন্তহীন জঙ্গমতা"! ফাদাৰ বেৰীয়ে উপন্যাসৰ শেষৰ ফালে মা-পুক কয়, "চিৰ-অঘৰী মানুহ আমি—দলে দলে নিত্য নতুন পৰিবেশত, নিত্য নতুন বেশত এই পুৰণি পৃথিৱীখনৰ মাজেদি অহা-যোৱা কৰি থাকিম। এয়া মানৱতাৰ আদিম প্ৰকৃতি—নতুন, পুৰণি সকলো পথ শেষ হৈ গ'লেও চলি থাকিব বিশ্বচক্ৰৰ এই যন্ত্ৰ।"

ঔপন্যাসিকে সামাজিক সমস্যাৰ ভিতৰলৈ সোমাই গৈ ব্যক্তিৰ মনৰ জটিলতা, দ্বন্দ্ব প্ৰকাশ কৰিবলৈ সমৰ্থ হ'ব লাগিব। সামাজিক সমস্যা এটাৰ উপৰুৱা কথাৰ জাল ফালি ঔপন্যাসিকে প্ৰকৃত সত্য উদ্‌ঘাটন কৰিব পাৰিব লাগিব। 'মৃত্যুঞ্জয়'ত ঔপন্যাসিকে ১৯৪২ ৰ আন্দোলনে সমাজৰ বিভিন্ন দিশত পেলোৱা প্ৰভাৱৰ বিষয়ে সম্যক ধাৰণা প্ৰকাশ কৰিবলৈ সক্ষম হৈছে। এই সম্যক ধাৰণাই তেওঁৰ দৃষ্টিভঙ্গীৰ প্ৰসাৰতা কৰি জীৱনক সম্পূৰ্ণভাৱে চাবলৈ সক্ষম কৰিছে।

উপন্যাসখনৰ ভাষা বিষয়বস্তুৰ লগত খাপ খোৱা হৈছে। তেওঁলোকৰ কথা-বতৰা, তেওঁলোকৰ চিন্তা, তেওঁলোকৰ শব্দৰ ব্যৱহাৰত চৰিত্ৰবিলাক সম্পূৰ্ণ বৈষ্ণৱ আদৰ্শৰ। শংকৰদেৱ, মাধৱদেৱ আৰু দামোদৰদেৱৰ প্ৰভাৱ তেওঁলোকৰ চৰিত্ৰত সু-স্পষ্ট। বৈষ্ণৱ দৰ্শনে গোসাঁই, মধু আৰু আন চৰিত্ৰবিলাকক নিস্পৃহতাৰে কাম কৰিবলৈ শক্তি দিয়ে। এই নিস্পৃহতাই তেওঁলোকক এটা দৃঢ় কৰ্তব্য জ্ঞানো দিয়ে।

প্ৰতীক আৰু কল্পচিত্ৰৰ ব্যৱহাৰৰ দ্বাৰা ঔপন্যাসিকে চৰিত্ৰবিলাকৰ মানসিক দ্বন্দ্বক এক বিশালতা দিবলৈ সক্ষম হৈছে। গোসাঁইৰ ঘৈনীয়েক আৰু ডিমিয়ে গোটেই নিশা জুৰি এজনী সুগৰী পহুৰ কান্দোন শুনিবলৈ পাইছে। তেওঁলোকে ভাবে যে মিলিটেৰীৰ দ্বাৰা ধৰ্ষিতা হৈ আত্মহত্যা কৰা সুভদ্ৰা এজনী সুগৰী পহু হ'ল। গোসাঁয়ে সেয়া অবাস্তৱ চিন্তা বুলি উৰুৱাই দিলেও মৃত্যুৰ আগমুহূৰ্তত তেওঁ নিজেও সুগৰী পহুৰ কান্দোন শুনিছে। সেই কান্দোন তেওঁৰ ঘৈনীয়েকৰ কান্দোন যেন লাগিছে। এনে মানৱীয় দুৰ্বলতাই গোসাঁইৰ চৰিত্ৰটোৰ মানৱীয় আবেদন বঢ়াই তুলিছে। উপন্যাসৰ

আন এটা কল্পচিত্ৰ হ'ল ধনপুৰৰ দ্বাৰা ফেঁচা এটা গুলিয়াই মৰা। ফেঁচা হ'ল মৃত্যু আৰু নিয়তিৰ প্ৰতীক। ধনপুৰে কয় যে ফেঁচাটো মাৰি সি সকলো অন্ধবিশ্বাস, পুৰণা ভাব-ধাৰণা আৰু ভয় ভাব ধ্বংস কৰিলে। এই কাৰ্যই ধনপুৰৰ চৰিত্ৰৰ কঠোৰতা প্ৰকাশ কৰিছে। বৃটিছৰ বিৰুদ্ধে সহিংস যুঁজ দিবৰ কাৰণে এনে কঠোৰতাৰেই আৱশ্যক হৈছিল। 'মৃত্যুঞ্জয়'ত প্ৰতীকৰ ব্যৱহাৰৰ আৰু দৃষ্টান্ত আছে। কেতিয়াবা এই প্ৰতীক পৰিবেশৰ অসাধাৰণ তীব্ৰতাত প্ৰকাশ পাইছে। উদাহৰণ স্বৰূপে গভীৰ ৰাতি গোসাঁই আৰু তেওঁৰ দলটোৰ হাবিৰ মাজেদি যাত্ৰাৰ বৰ্ণনা। 'মৃত্যুঞ্জয়'ত যেনে ধৰণে প্ৰতীকৰ ব্যৱহাৰ কৰিছে তেনে প্ৰতীক আমি সাধাৰণতে কবিতাতহে পাওঁ।

'ডাবৰ আৰু নাই'ত ঔপন্যাসিকে যুদ্ধকালীন সমাজৰ চৰিত্ৰৰ বাহ্যিক প্ৰকাশৰ ক্ষুদ্ৰতা অতিক্ৰম কৰি সমাজৰ অভ্যন্তৰলৈ সোমাই গৈ সত্য প্ৰতিফলিত কৰিবলৈ সক্ষম হৈছে। যুদ্ধৰ সময়ত বাখৰৰ মানসিক অৱস্থাৰ চিত্ৰ ঔপন্যাসিকে সফলতাৰে দাঙি ধৰিছে। বাখৰৰ মানসিক দ্বন্দই সেই সময়ৰ সকলো শিক্ষিত, সংবেদনশীল, সৎ যুৱকৰ মানসিক দ্বন্দ্বৰ প্ৰতিনিধিত্ব কৰে।

আলোচনাৰ শেষত এটা কথা ক'ব খোজো যে সামাজিক ঘটনাৱলীৰ লগত ঔপন্যাসিকৰ সম্বন্ধ ঘনিষ্ঠ হ'লে তেওঁৰ অভিজ্ঞতাও গভীৰ হয়। তেতিয়া তেওঁ কোনো এটা ঘটনাৰ ভিতৰলৈ সোমাই গৈ প্ৰকৃত ঐতিহাসিক সত্য উদ্ভাসিত কৰিব পাৰে। এই সম্পৰ্কত সমালোচক লুকাছৰ কথা প্ৰণিধানযোগ্য। "If a writer is deeply rooted in popular life, if his writing stems from his intimacy with the most important questions of popular life, he can plumb the real depths of historical truth." (গিয়ৰ্গ লুকাছ, *দ্য হিষ্ট্ৰিকেল ন'ভেল*, জাৰ্মান ভাষাৰ পৰা ইংৰাজীলৈ হান্না আৰু ষ্টেন্‌লে মিট্‌চেলে অনুবাদ কৰা, পৃঃ ৩৩১ আৰু ৩৩২)। এনে ইতিহাস চেতনাই দিয়ে জীৱনবোধৰ গভীৰতা।■

(তৃতীয় অধ্যায়)

# সামাজিক সমস্যা আৰু সমাজ সংস্কাৰৰ আদৰ্শ

যুদ্ধোত্তৰ কালত অসমীয়া ঔপন্যাসিকসকল সমাজ আৰু জীৱনৰ বিভিন্ন সমস্যাৰ প্ৰতি আকৃষ্ট হোৱা দেখা যায়। অসবৰ্ণ বিবাহ, বিধবা বিবাহ, পশ্চিমীয়া সভ্যতাৰ প্ৰসাৰ, নগৰীয়া সভ্যতাৰ বিকাশ, বৰ্ণ বিদ্বেষ, সাম্প্ৰদায়িক অসূয়া-অপ্ৰীতি, নিৰ্বাচনী-ৰাজনীতি, ৰাজনৈতিক-দুৰ্নীতি আদি হাজাৰটা সমস্যাই অসমীয়া উপন্যাসত ঠাই পাইছে।

দ্বিতীয় মহাযুদ্ধই সামাজিক বিন্যাসত বহুত পৰিৱৰ্তন সাধিলে। সহজলভ্য টকাই বহুতো নতুন ধনীৰ সৃষ্টি কৰিলে। চোৰাং বেপাৰী, ক'লা বেপাৰী, মজুতকাৰী আদি অসৎ ব্যৱসায়ীয়ে সমাজত গণ্যমান্য ব্যক্তিৰূপে আগ স্থান পালে; মানুহে মানবীয় প্ৰমূল্যত আস্থা হেৰুৱাই পেলালে। স্বাধীনতাৰ পাছৰ কালছোৱাত গণতন্ত্ৰ আৰু নিৰ্বাচনী ৰাজনীতিয়ে ৰঘুমলা স্বৰূপ এদল ৰাজনীতি কৰি খোৱা লোকৰ সৃষ্টি কৰিলে।

এই অধ্যায়ত বীণা বৰুৱাৰ "জীৱনৰ বাটত" (১৯৪৪) উপন্যাসৰ পৰা আলোচনা আৰম্ভ কৰা হৈছে। কুৰি শতিকাৰ দ্বিতীয়, তৃতীয় দশক এই উপন্যাসৰ পটভূমি হ'লেও এই সময়তেই পশ্চিমীয়া সভ্যতা আৰু বস্তুবাদী ভাবধাৰাৰ প্ৰভাৱত অসমীয়া সমাজত বহুতো গুৰুত্বপূৰ্ণ পৰিৱৰ্তনৰ সূচনা হয়। এই সময়তেই সহজ-সৰল, নিৰাড়ম্বৰ অসমীয়া সমাজ লাহে লাহে বস্তুবাদী সমাজৰ ফালে ঢাল লয়। অসমীয়া কৃষক আৰু গাঁৱলীয়া সমাজৰ এখন নিখুঁত চিত্ৰ আমি এই উপন্যাসত পাওঁ। তদুপৰি অসমৰ লোক-সংস্কৃতি আৰু জনবিশ্বাসত গভীৰ পৰিচয় থকা কাৰণে ঔপন্যাসিকে গাঁৱলীয়া সমাজৰ সামাজিক ৰীতি-নীতি, সৰল বিশ্বাস, গুৰুজনৰ প্ৰতি ভয়-ভক্তি, নিভাঁজ প্ৰেম-প্ৰীতি আদিৰ মনোৰম চিত্ৰ দাঙি ধৰিবলৈ সক্ষম হৈছে।

উপন্যাসৰ কাহিনী তগৰ আৰু কমলাকান্তৰ প্ৰেমক কেন্দ্ৰ কৰি গঢ় লৈ উঠিছে। নগৰীয়া ডেকা কমলাকান্ত বন্ধুৰ লগত গাঁৱলৈ যায় বন্ধুৰ ভনীয়েকৰ বিয়ালৈ বুলি। বন্ধুৰ দেউতাক ভোগদত্ত গোলাঘাট মহকুমাৰ মৰঙ্গি মৌজাৰ মৌজাদাৰ। বিয়াঘৰত কমলাকান্তই তগৰক লগ পায় আৰু প্ৰথম দৃষ্টিতেই প্ৰেমত পৰে। বিয়া কৰোৱাৰ প্ৰতিশ্ৰুতি দি তেওঁ তগৰৰ আঙুলিত এটি আঙঠি পিন্ধাই দিয়ে। নগৰলৈ ঘূৰি যোৱাৰ পাছত তগৰৰ দেউতাকে কমলাকান্তৰ দেউতাকৰ লগত যোগাযোগ কৰি বিয়াৰ বন্দবস্ত সম্পূৰ্ণ কৰে। কিন্তু এনেতে অৱস্থাই বেলেগ ৰূপ লয়। কমলাকান্তৰ বি, এ পৰীক্ষাৰ খবৰ ওলায় আৰু কমলাকান্তই সুখ্যাতিৰে প্ৰথম স্থান পাই বি, এ পাছ কৰে। এই ঘটনাই কমলাকান্তৰ জীৱনৰ সোঁত সম্পূৰ্ণ বদলি কৰি দিয়ে। কমলাকান্ত আৰু দেউতাক দুয়োৰে মন উচ্চাকাংক্ষী হৈ পৰে। দেউতাকে কমলাকান্তক হাকিম হোৱাটো বিচাৰে। কিন্তু সেই দিনত হাকিম হ'বলৈ ধনী, সমাজত প্ৰতিপত্তিশীল, ইংৰাজৰ অনুগত এজন ব্যক্তিৰ প্ৰশংসা পত্ৰৰ আৱশ্যক আছিল। এনে প্ৰশংসা পত্ৰ বিচাৰি কমলাকান্ত ৰায়বাহাদুৰ মাণিক হাজৰিকাৰ কাষ চাপিবলগীয়া হ'ব। ৰায়বাহাদুৰে জীয়েক সুপ্ৰভাক কমলাকান্তলৈ বিয়া দিবলৈ ইচ্ছা কৰি কমলাকান্তৰ পৰিয়ালৰ লগত বিশেষ ঘনিষ্ঠতাৰে মিলা-মিচা কৰে। চাহ বাগানৰ মালিক ৰায়বাহাদুৰৰ লগত সম্বন্ধ কৰাৰ সম্ভাৱনাত আহ্লাদিত হৈ কাছাৰীৰ কেৰাণী কমলাকান্তৰ দেউতাকে তগৰৰ দেউতাকৰ লগত কৰা বিয়াৰ বন্দবস্তৰ কথা পাহৰি পেলায়। কমলাকান্তইও নগৰৰ কৃত্ৰিম জীৱন আৰু ধনীৰ দুলালী বিলাসিনী সুপ্ৰভাৰ মোহত পৰি তগৰৰ নিভাঁজ প্ৰেমৰ কথা পাহৰি যায়। বস্তুবাদী কৃত্ৰিম জীৱনত মানৱ হৃদয়ত প্ৰেম-প্ৰীতি আদিৰ স্থান নাই। এনে জীৱনত টকাৰেহে সকলোকে জোখা হয়, প্ৰাচীন ৰীতি-নীতি আৰু মূল্যবোধৰ অৱক্ষয়ে দেখা দিয়ে। সুপ্ৰভাৰ প্ৰতিটো কথাতে তৰ্ক কৰা স্বভাৱৰ কাৰণে কমলাকান্তৰ জীৱন দুৰ্বিসহ হৈ পৰে আৰু মাজে মাজে তেওঁৰ মনে এৰি অহা সহজ-সৰল জীৱন আকৌ ঘূৰাই পাবলৈ বিচাৰে। কিন্তু তেওঁ টকা, ক্ষমতা, প্ৰতিপত্তিৰ বস্তুবাদী জীৱনত বন্দী হৈ ৰয়।

উপন্যাসখনৰ সূক্ষ্ম অধ্যয়নে আমাক সেই সময়ৰ অসমীয়া সমাজৰ বহুতো কথা জানিবলৈ দিয়ে। অসমীয়া মানুহ তেতিয়া নিজৰ গাঁওখনৰ পৰা খুব কমেইহে বাহিৰলৈ গৈছিল। ব্ৰাহ্মণৰ বাহিৰে অন্যজাতৰ লোকৰ পৰস্পৰৰ ভিতৰত বিয়া-বাৰুত বিশেষ বাধা নাছিল যদিও উজনি আৰু নামনি অসমৰ পৰিয়ালৰ মাজত বিয়াৰ

সম্বন্ধ হোৱাটো সমাজে ভাল চকুৰে নাচাইছিল। নগাঁৱৰ ৰহা অঞ্চলৰ ধৰণীয়ে গোলাঘাট মহকুমাৰ মৰঙ্গি অঞ্চলৰ তগৰক বিয়া কৰোৱাত গাঁৱত হুলস্থুল লাগিছিল। ধৰণীৰ খুৰাক সুনদে ধৰণীৰ মাক আহিনীক কয় যে উজনি অসমত থকা কলিতা আৰু কায়স্থ পৰিয়াল কেইটাৰ লেখ তেওঁৰ আঙুলিৰ মূৰতে আছে। পুতেকে এজনী আহোমনী বিয়া কৰাইছে বুলি সুনদে আহিনীক অভিযুক্ত কৰে।

সমাজত বিভিন্ন জাতৰ মাজত বিদ্বেষ ভাব নাছিল বুলিয়েই ক'ব পাৰি। গোসাঁই আৰু ব্ৰাহ্মণৰ উচ্চত্ব সকলোৱে সহজে মানি লৈছিল। গোসাঁইক সকলোৱে সন্মান কৰিছিল। শিষ্যসকলৰ ওপৰত গোসাঁইৰ অপাৰ আধ্যাত্মিক প্ৰভুত্ব আছিল। মানুহবিলাক সাধাৰণতে সৰল আৰু ধৰ্মভীৰু আছিল। শুকমল কছাৰী আছিল মোহন গাঁও বুঢ়াৰ হাতী মাউত। সি দোপাট কানীয়া আছিল। সি কানি মহলৰ পৰা পাৰ্মিটখন লৈ কানি নিবলৈ আহে। সেই সময়ত কানি মহলৰ সন্মুখত কংগ্ৰেছ ভলণ্টিয়াৰবিলাকে পিকেটিং কৰিছিল আৰু সেই ভলণ্টিয়াৰ বিলাকৰ মাজত মাণিক গোসাঁইৰ নুমলীয়া পুতেক ধনঞ্জয়ো আছিল। ভলণ্টিয়াৰৰ হকা-বাধা নামানি শুকমল আৰু আন কানীয়াবিলাকে যেতিয়া কানি কিনিবলৈ আগবাঢ়ি যায় তেতিয়া ধনঞ্জয়ে কানীয়া বিলাকক বাধা দিবলৈ কানি মহলৰ সন্মুখত দীঘল দি শুই পৰে। ক'ব নোৱাৰাকৈ শুকমলৰ ভৰি ধনঞ্জয়ৰ গাত লগাত শুকমল ভীষণভাবে ব্যতিব্যস্ত হৈ উঠে আৰু কানিৰ পাৰ্মিটখন ফালি পেলাই ঘৰলৈ ৰাওনা হয়। আজীৱন এটা কানীয়াই হঠাৎ কানি এৰাত পেটৰ বিষ আৰু গ্ৰহণী হৈ শুকমলৰ মৃত্যু হয়। মৃত্যু শয্যাত পৰি থকা অৱস্থাত মোহন গাঁওবুঢ়াই তালৈ কানি পঠিয়াই দিয়াতো সি কানি খাবলৈ অস্বীকাৰ কৰে।

দ্বিতীয় দশকলৈ অসমত ছোৱালীৰ বাল্য বিবাহ কলিতা আৰু কায়স্থসকলৰ মাজত বিশেষ ধৰণে কমি আহিছিল। কমলাকান্তৰ লগত প্ৰেমত পৰিবৰ সময়ত তগৰ পূৰ্ণবয়স্কা গাভৰু আছিল। অবিবাহিত ডেকা-গাভৰুৱে সেই দিনত মিলা-মিচা কৰাটো সমাজে ভাল চকুৰে নাচাইছিল। কমলাকান্তৰ লগত বন্দবস্ত হোৱা বিয়াখন ভাগি যোৱাত তগৰৰ বাপেক বাপুৰাম বৰা বিমূঢ় হৈ পৰাত মৌজাদাৰ ভোগদত্তৰ ঘৈণীয়েকে ধৰণী মাষ্টৰলৈ তগৰক বিয়া দিবলৈ উপদেশ দিয়ে। জীয়েক তগৰৰ প্ৰতি বাপুৰাম বৰাৰ অত্যধিক মৰম থকাত তগৰৰ এই কথাত মত আছেনে নাই সুধিব লাগে বুলি

কয়। মৌজাদাৰৰ ঘৈণীয়েকৰ সেই কথা শুনি খং উঠে। ছোৱালীৰ মত লোৱা কথাত তেওঁৰ ধৈৰ্যচ্যুতি ঘটে। তগৰক ধৰণী মাষ্টৰৰ লগত মিলা-মিচা কৰিবলৈ এৰি দিয়াত বাপুৰাম বৰাক তেওঁ ভৎৰ্সনাও কৰে।

গাঁৱৰ মানুহ প্ৰায় বিলাকেই খেতিয়ক আছিল। তেওঁলোকে সাধাৰণভাৱে খাই লৈ থাকি এটা সন্তোষৰ জীৱন যাপন কৰিছিল। গাঁৱৰ মানুহৰ মাজত মিলাপ্ৰীতি আছিল আৰু সময়ত পৰস্পাৰে পৰস্পৰক সহায় কৰিছিল। আজিকালি কিছুমান গাঁৱত যি চৰম দাৰিদ্ৰ দেখা যায় তেনে দাৰিদ্ৰ সেই সময়ৰ গাঁৱত দেখিবলৈ পোৱা নগৈছিল। ধৰণীৰ দেউতাক মোহন বায়নে নিজৰ পৈতৃক মাত্ৰ কেইদৰামান মাটিত খেতি কৰি পেটে-ভাতে খাই সন্তোষেৰে জীৱন কটাইছিল। ধৰণীৰ পাঁচ বছৰ বয়সত ক'লাজ্বৰত মোহন বায়নৰ মৃত্যু হয়। তেতিয়াৰ পৰা বিধবা আহিনী গাঁৱৰ মানুহৰ সহায়-সহানুভূতিৰ ওপৰতেই বৰ্তি আছিল। কিন্তু গাঁৱৰ মানুহৰ মাজত লাহে লাহে এই মিলাপ্ৰীতি নাইকিয়া হৈ আহিছিল। গাঁৱৰ মানুহৰ মাজত কাজিয়া হৈ গাঁওখন বিভিন্ন খেলত বিভক্ত হৈছিল। আগতে ভাদ মাহত গাঁৱৰ নামঘৰত প্ৰতিদিনে নাম-কীৰ্ত্তন হৈছিল। মহাপুৰুষ শঙ্কৰদেৱৰ মৃত্যু তিথিত তিনি দিনলৈ অখণ্ড নাম-কীৰ্ত্তন আৰু ভাওনা হৈছিল। কিন্তু লাহে লাহে গাঁৱৰ মানুহে এনে আনন্দ উৎসৱ কৰিব নোৱাৰা হৈ আহিছিল।

ছোৱালীৰ কাৰণে গা-ধন লোৱা প্ৰথা কলিতা আৰু কায়স্থ জাতৰ লোকৰ মাজত সম্পূৰ্ণ লোপ পোৱা নাছিল। সুনদে কয় যে তেওঁ পুতেক মনোহৰৰ কাৰণে তেতেলীসৰাৰ ভূঞা পৰিয়ালৰ ছোৱালী এজনী খুজিছে। কিন্তু ছোৱালীৰ বাপেকে ছকুৰি টকা গা-ধন বিচাৰিছে। মনোহৰে এনে গা-ধন লোৱা প্ৰথাৰ নিন্দা কৰাত সুনদে পুতেকক সঁকিয়াই দিয়ে যে ছোৱালীৰ বাপেকৰ গা-ধন লোৱাৰ সম্পূৰ্ণ অধিকাৰ আছে, কিয়নো বাপেকে ছোৱালীৰ লগত সৰুৰে পৰা ডাঙৰ কৰালৈ বহুত টকা খৰচ কৰিছে।

দণ্ডিনাথ কলিতাৰ 'অদৃষ্ট'(১৯৪৯) উপন্যাসত গাঁৱৰ সমাজৰ বহুতো সমস্যাৰ প্ৰতিফলন দেখিবলৈ পাওঁ। ঔপন্যাসিকে বিশেষকৈ গাঁওবাসীৰ অৰ্থনৈতিক দুৰৱস্থাৰ চিত্ৰ দাঙি ধৰিছে। উপন্যাসৰ কাহিনী জালি আৰু হালিৰ পৰিয়ালক কেন্দ্ৰ কৰি গঢ়ি উঠিছে। জালি আৰু হালিয়ে একেলগে থাকোতে খেতি-বাতি ভালকৈ কৰিব পাৰিছিল।

কিন্তু যৌথ পৰিয়াল ভাগি বেলেগ হোৱাৰ পাছত খেতি-বাতি কৰা আৰু গৰু-গাই চোৱাত দুয়োৰে অসুবিধা হয়। ফলত দুয়ো আৰ্থিক দুৰৱস্থাত পৰে। কলেৰাত পৰি জালিৰ তিনিটা ল'ৰাৰ মৃত্যু হোৱাত তাৰ অৱস্থা পানীত হাঁহ নচৰা হয়। গাঁৱত ভাল ডাক্তৰ নথকাত অশিক্ষিত গাঁওবাসীয়ে সাধাৰণতে বেজৰ চিকিৎসা কৰাইছিল। অভাৱ-অনাটন আৰু দুখ-কষ্টই মানুহবিলাকক সাধাৰণতে অদৃষ্টবাদী কৰিছিল। তিনিটাকৈ ল'ৰাৰ মৃত্যুৰ পাছত জালিয়ে কয় যে, ভগৱানৰ ইচ্ছাই সকলো।

জালিৰ মৃত্যুৰ পাছত তেওঁৰ বিধবা পত্নী সুভদ্ৰা সম্পূৰ্ণ অসহায় অৱস্থাত পৰে। কোনেও তেওঁক চাওঁতা-চিতোতা নাই। ব্ৰাহ্মণসকলৰ বাহিৰে অন্য জাতৰ মাজত যদিও বিধবাৰ পুনৰ বিয়া হোৱাত কোনো বাধা নাছিল; তথাপিও অন্য বহুতো কাৰণত সাধাৰণতে বিধবা পুনৰ বিয়াত সোমাব নোৱাৰিছিল। বয়স, ডাঙৰ ল'ৰা-ছোৱালী থকা আদি কাৰণত বিধবাৰ সাধৰণতে পুনৰ বিবাহ নহৈছিল। বহুতো ক্ষেত্ৰত এগৰাকী বিধবাই নিজেই পুনৰ বিয়া হ'বৰ মন নকৰিছিল, মৃত স্বামীৰ স্মৃতিকে লৈ জীয়াই আছিল। সুভদ্ৰাইও জালিৰ স্মৃতি আৰু জীয়েক কপাহীকে লৈ জীয়াই থাকে। কপাহীয়েও ইতিমধ্যে বিয়াৰ বয়স পায়।

ঔপন্যাসিকে ব্ৰাহ্মণ আৰু অন্য জাতৰ মাজত হোৱা অসবৰ্ণ বিবাহৰ ফলত উদ্ভৱ হোৱা সমস্যাৰ বিষয়েও আলোচনা কৰিছে। এনে অসবৰ্ণ বিবাহ কৰা ব্যক্তি আৰু তেওঁলোকৰ ল'ৰা-ছোৱালীৰ অৱস্থা নীহকুলৰ লোকৰ অৱস্থাতকৈও বেয়া আছিল আৰু বৰীয়া বুলি তেওঁলোকক সকলোৱে ঘৃণাৰ চকুৰে চাইছিল। বামুণ গাঁৱৰ ওচৰতে সাধাৰণতে এখন বৰীয়া গাঁও আছিল। চেনিৰামে ভদ্ৰ শৰ্মাৰ ছোৱালী ৰূপহীক বিয়া কৰোৱাৰ পাছত বৰীয়া গাঁৱলৈ আঁতৰি যায়।

যতীন গোস্বামীৰ "মাটিৰ বুকুত" (১৯৬৬) উপন্যাসত স্বাধীনতাৰ ঠিক পাছতে সামাজিক পৰিৱৰ্তনৰ পৰিপ্ৰেক্ষিতত বাল্যবিবাহ সমস্যাৰ বিশ্লেষণাত্মক চিত্ৰ দাঙি ধৰিছে। শিক্ষিত মানুহৰ জীৱনত তেতিয়া বহুতো বিসঙ্গতি আৰু বৈপৰীত্য দেখা পোৱা গৈছিল। এফালে এটা নগৰীয়া সভ্যতা আৰু আধুনিক জীৱন যাত্ৰা গা কৰি উঠা দেখা গৈছিল আৰু আনহাতে দেখা গৈছিল পুৰণি বিশ্বাস আৰু আচাৰ-অনুষ্ঠানৰ অন্ধ অনুকৰণ। এই শতিকাৰ তৃতীয় দশকত দেখা দিয়া আওপকীয়া যি যৌতুক

প্ৰথাৰ কথা প্ৰথম অধ্যায়ত কৈ অহা হৈছে তেনে যৌতুক প্ৰথা এই সময়ত চলি আছিল।

উপন্যাসত সমান্তৰালভাৱে দুটা কাহিনী আগবাঢ়ি গৈছে। এটা কাহিনী বীণা আৰু পৱিত্ৰৰ অপ্ৰীতিকৰ দাম্পত্য জীৱনক কেন্দ্ৰ কৰি আগবাঢ়িছে আৰু আনটো আগবাঢ়িছে দৰিদ্ৰ ব্ৰাহ্মণৰ কন্যা কিৰণ আৰু মৌজাদাৰৰ পুত্ৰ মহেশক কেন্দ্ৰ কৰি। বিনয় শৰ্মাই পুষ্পিতা হোৱাৰ আগতেই তেওঁৰ ছোৱালী কিৰণক বিয়া দিবলৈ যত্ন কৰে। কিন্তু যাৰে ওচৰলৈ যায় সেই ল'ৰাৰ বাপেকেই ল'ৰাৰ উচ্চ শিক্ষাৰ কাৰণে নাইবা বিয়াৰ খৰচ হিচাপে বহুত টকা দাবী কৰে। কিন্তু তেওঁৰ নিচিনা এজন দুখীয়া বামুণৰ কাৰণে সেইটো সম্ভৱপৰ নোহোৱাত তেওঁৰ জীয়েক অবিবাহিত হৈয়েই ৰয়। কিৰণ বিয়া নোহোৱাকৈ ঘৰতে পুষ্পিতা হোৱাত গাঁৱৰ সমাজে বিনয় শৰ্মাক এঘৰীয়া কৰে।

মহেশে সমাজ সেৱাত অনুপ্ৰাণিত হৈ গাঁৱৰ উন্নতিৰ কাৰণে বিভিন্ন কামত ব্ৰতী হয়। কিন্তু নিজৰ বিয়াৰ সংক্ৰান্তত তেওঁ কোনো কথা মুখ ফুটাই ক'বলৈ সাহস নকৰে। পৰিয়ালত তেওঁৰ পিতাকৰ কৰ্তৃত্বই আছিল প্ৰধান। বাপেকে শিৱসাগৰৰ এম এল এ গৌৰী বৰুৱাৰ কন্যা উষাৰ লগত তেওঁৰ বিয়া বন্দবস্ত কৰে। গৌৰী বৰুৱা চাহ বাগিচাৰ মালিক। তেওঁ মহেশক বিলাতলৈ উচ্চ শিক্ষাৰ কাৰণে পঠাবলৈ গাত লয়। মহেশে ডাঙৰ মানুহ হৈ সামাজিক সন্মান, প্ৰতিপত্তি লাভ কৰাৰ প্ৰলোভনত উষাক বিয়া কৰায়। কিন্তু মহেশৰ উষাৰ লগত দাম্পত্য জীৱন অসুখী হৈ পৰে। উষাই মহেশৰ পৰিয়ালৰ লগত খাপ খাবলৈ অসন্মত হয়।

পৱিত্ৰৰ দাম্পত্য জীৱনো একেদৰেই অসুখী হৈ পৰে। পৱিত্ৰ ডিব্ৰুগড়ত ডাক্তৰী পঢ়ি থাকোতেই গুৱাহাটীৰ হৰেন ফুকনৰ কন্যা বীণাক বিয়া কৰায়। পৱিত্ৰৰ দেউতাকে হৰেন ফুকনৰ পৰা পৱিত্ৰৰ পঢ়াৰ খৰচ হিচাপে তিনি হাজাৰ টকা লয়। হৰেন ফুকনে জীয়েকক পুষ্পিতা হোৱাৰ আগতেই বিয়া দিবলৈ যত্ন কৰা অৱস্থাত পৱিত্ৰৰ দৰে এটা ভৱিষ্যত সম্ভাৱনাৰে পূৰ্ণ ডেকা ল'ৰা পাই আগ্ৰহেৰে তিনি হাজাৰ টকা পৱিত্ৰৰ পঢ়াত খৰচ কৰিবলৈ গাত লয়।

কৃতকাৰ্যতাৰে ডাক্তৰী শিক্ষা শেষ কৰাৰ পাছত পৱিত্ৰই গাঁৱত ডাক্তৰী ব্যৱসায়

আৰম্ভ কৰে। আৰ্থিক অনাটনৰ সন্মুখীন হৈও আৰু শহুৰেকৰ পৰা গুৱাহাটীত গৈ ব্যৱসায় কৰিবলৈ তাগিদা পোৱা সত্ত্বেও পৱিত্ৰই দুখীয়া গাঁওবাসীৰ সেৱা কৰি নিজ আদৰ্শত অচল-অটল হৈ ৰয়। পৱিত্ৰৰ শহুৰেক হৰেন ফুকনে ভাবে যে পৱিত্ৰৰ আধুনিক চিন্তা-ধাৰাৰ অভাৱৰ কাৰণেই নতুনকৈ গঢ় লৈ উঠা নগৰীয়া সভ্যতাত খাপ খাব পৰা নাই। বীণাই পৱিত্ৰৰ ঘৰ এৰি বাপেকৰ ঘৰলৈ গুচি আহে। গাঁৱত থাকিবলৈ বীণা ৰাজী নহয়। বীণাই পৱিত্ৰৰ বাপেকে তাইৰ বাপেকৰ পৰা লোৱা তিনিহাজাৰ টকাৰ কথা পাহৰিব নোৱাৰে।

বীণাৰ দেউতাকৰ চৰিত্ৰত আমি বহুতো বৈপৰীত্য দেখিবলৈ পাওঁ। তেওঁ আধুনিক জীৱন যাপন কৰে আৰু পত্নীক কেন্দ্ৰ কৰি এটা সৰু পৰিয়ালৰ সমৰ্থন কৰে। পৱিত্ৰৰ ঘৰৰ পৰা গুচি অহাৰ পাছত বীণাক তেওঁ কলেজত নাম লগাই দিয়ে। নিজৰ জীয়েক দুজনীৰ তেওঁ পঢ়া-শুনাৰ যথেষ্ট যত্ন লয়। আনকি ঘৰুৱা শিক্ষকো নিয়োগ কৰে। বীণাই পৱিত্ৰৰ ঘৰৰ পৰা গুচি অহাৰ পাছত পূৰ্বৰ ঘৰুৱা শিক্ষক নগেনৰ লগত ঘনিষ্ঠভাৱে মিলা-মিচা কৰাত তেওঁ উৎসাহিত কৰে আৰু দুয়ো চিনেমা চাবলৈ গ'লেও একো নকয়। কিন্তু বাহিৰত যিমানেই আধুনিক নহওক লাগে প্ৰকৃততে তেওঁ এজন নৈষ্ঠিক ব্ৰাহ্মণহে। বীণাক তেওঁ বাল্য অৱস্থাতে বিয়া দিয়ে। যদিও খং আৰু অহংকাৰত বীণাক পৱিত্ৰৰ ঘৰলৈ ঘূৰি নাযাবলৈ কয়, পৱিত্ৰই পুনৰ বিয়া কৰাব খোজা বুলি গম পালত তেওঁৰ অহঙ্কাৰ ক'ৰবালৈ যায়। বীণাক নগেনৰ লগত পৱিত্ৰৰ ওচৰলৈ পঠিয়াই তেওঁ ক্ষান্ত নাথাকে, নিজেও পৱিত্ৰৰ ঘৰলৈ দৌৰি যায় আৰু পৱিত্ৰক পুনৰ বিয়া কৰোৱাৰ পৰা বিৰত কৰে। বীণাৰ বিবাহ-বিচ্ছেদ, তিৰোতাৰ পুনৰ বিবাহ এনেবোৰ কথা তেওঁ ভাবিবই নোৱাৰে।

বীনাও দেখাত এজনী সম্পূৰ্ণ আধুনিক গাভৰু যেন লাগিলেও প্ৰকৃততে তেওঁ অন্য দহজনী হিন্দু তিৰোতাৰ দৰে পুৰণি আচাৰ-নীতিত সম্পূৰ্ণ বিশ্বাসী বিবাহিতা তিৰোতা। গিৰীয়েকৰ ঘৰৰ পৰা গুচি অহাৰ পাছত তেওঁ পূৰ্বৰ ঘৰুৱা শিক্ষক নগেনক লগ পায়। বিয়াৰ আগতে তেওঁ এজনী সৰু ছোৱালী আছিল। ভালকৈ প্ৰেম-প্ৰীতিৰ কথা বুজি নাপাওঁতেই তেওঁৰ বিয়া হয়। পৱিত্ৰৰ লগত বিবাহিত জীৱনত অসুখী হৈ ঘূৰি অহাৰ পাছত নগেনৰ তেওঁ কাষ চাপি যায়। পৱিত্ৰৰ লগত কোনো পতী-পত্নীৰ

সম্বন্ধ তেওঁ অস্বীকাৰ কৰে। নগেনে অস্থিৰ মনৰ কাৰণে বীণাক ভৎর্সনা কৰে আৰু বিবাহিত জীৱনৰ পবিত্ৰতা ৰক্ষা কৰি চলিবলৈ উপদেশ দিয়ে।

কিন্তু এই একেজনী ব্যক্তিবাদী, অহঙ্কাৰী বীণাই পবিত্ৰই কিৰণক বিয়া কৰাব খুজিছে বুলি গম পাই পবিত্ৰৰ ওচৰলৈ দৌৰি যায় আৰু নিজৰ ভুলৰ কাৰণে ক্ষমা খোজে। পবিত্ৰই অন্য কাৰোবাক বিয়া কৰোৱাৰ কথা তেওঁ ভাবিবই নোৱাৰে।

ৰাধিকামোহন গোস্বামীৰ "চাকনৈয়া" (১৯৫২) আৰু "বা-মাৰলী"ত (১৯৫৮) আমি দ্বিতীয় মহাযুদ্ধৰ পাছত আধুনিকতাৰ নামত সমাজত গা কৰি উঠা অসততা, দেহসৰ্বস্বতা আৰু ঐতিহ্য আৰু মানৱীয় প্ৰমূল্যত আস্থাহীনতাৰ চিত্ৰ দেখিবলৈ পাওঁ। প্ৰাচীন ঐতিহ্য আৰু আধুনিকতা, সততা আৰু অসততা আৰু তথাকথিত বাস্তৱ আৰু আদৰ্শৰ সংঘাতৰ ফলত সমাজত অস্থিৰতা আৰু উদ্দেশ্যবিহীনতা দেখা দিছিল। সামাজিক পৰিবৰ্তনে সমাজত চাকনৈয়া আৰু বা-মাৰলীৰ সৃষ্টি কৰিছিল।

"চাকনৈয়া"ৰ কাহিনী আদৰ্শপৰায়ন যুৱক বিবেকক কেন্দ্ৰ কৰি গঢ় লৈ উঠিছে। বিবেকে নগৰীয়া কৃত্ৰিম জীৱনৰ লগত খাপ খাবলৈ অপাৰগ হৈছে। তেওঁৰ ককায়েক আৰু নবৌয়েকে দেউতাকক নানা কথা লগাই বিবেকৰ প্ৰতি তেওঁৰ মন বিতুষ্ট কৰি তোলে। ফলত পৈতৃক সম্পত্তিৰ পৰা তেওঁ বঞ্চিত হয়। বিবেকৰ কৃপণ বাপেকৰ কাৰণে টকাই সকলো। বাপেকৰ ব্যৱহাৰত ক্ষুব্ধ হৈ বিবেকে ঘৰ এৰি স্কুল শিক্ষয়িত্ৰী অমলাৰ ঘৰত থাকিবলৈ লয়। সি অমলাক নিজৰ বায়েক যেন ভাবিলেও সমাজে তাৰ বিৰুদ্ধে অপবাদ প্ৰচাৰ কৰে। অসহ্য হোৱাত বিবেকে অমলাৰ ঘৰো এৰে।

এই উপন্যাসত আমি অন্যহাতে দেখিবলৈ পাওঁ বিবেকবৰ্জিত, ধনলোভী শইকীয়াক। যুদ্ধৰ সময়ত মদৰ ব্যৱসায় কৰি তেওঁ ধনী হয়। তেওঁ নিজৰ সুন্দৰী জীয়েক শান্তিক ধনী দৰা ধৰিবৰ কাৰণে টোপ হিচাপে ব্যৱহাৰ কৰে। চাহ বাগানৰ মালিকৰ পুতেক হৰেনক প্ৰলোভিত কৰিবলৈ তেওঁ প্ৰথমে যত্ন কৰে। হৰেন কিছুদিন শান্তিৰ মোহত মজি থাকিলেও শেষত বাপেকৰ ইচ্ছা অনুসৰি প্ৰতিপত্তিশীল ৰায়বাহাদুৰৰ কন্যা জ্যোতিক বিয়া কৰায়। হৰেনৰ বাপেক চাহবাগানৰ মালিক সিদ্ধেশ্বৰ হাজৰিকাই শান্তিৰ বাপেক শইকীয়াই দিয়া শান্তি আৰু হৰেনৰ বিয়াৰ প্ৰস্তাৱ প্ৰত্যাখান কৰে। এইবাৰ শইকীয়াই আকৌ সুৰেন নামৰ আন এজন ডেকাক শান্তিৰ মোহত

পেলাবলৈ যত্ন কৰে। সুৰেন এজন ডেকা উকীল আৰু হৰেনৰ লগত প্ৰেমৰ প্ৰতিযোগিতাত তিষ্ঠিব নোৱাৰি আঁতৰি গৈছিল। সুৰেনে সকলো কথা জানিলেও শইকীয়াই দিয়া টোপ সহজে গিলে। শান্তিৰ ৰূপত মুগ্ধ হৈ তেওঁ হিতাহিত জ্ঞান পাহৰি পেলায় আৰু বাপেক ভবধৰ দত্তৰ অজ্ঞাতে শান্তিক বিয়া কৰায়।

এই উপন্যাসৰ অধ্যয়নৰ দ্বাৰা আমি পঞ্চাশৰ দশকৰ আৰম্ভণীৰ অসমীয়া সমাজখনৰ বহুত কথা জানিব পাৰো। অৱস্থাপন্ন পৰিয়ালত সেই সময়ত সাধাৰণতে ছোৱালীক সঙ্গীতৰ শিক্ষা দিয়া হৈছিল। দ্বিতীয় দশকৰ পৰাই এনে ব্যৱস্থা সমাজত চলি আছিল। বীণা বৰুৱাৰ "জীৱনৰ বাটত" উপন্যাসতো আমি দেখিবলৈ পাওঁ যে যেতিয়া কমলাকান্ত প্ৰথম মাকৰ লগত ৰায়বাহাদুৰ মাণিক হাজৰিকাৰ ঘৰলৈ যায় তেতিয়া সুপ্ৰভাই তেওঁলোকক গান গাই শুনায়। "চাকনৈয়া" উপন্যাসতো দেখিবলৈ পাওঁ যে শান্তিয়ে নৰেন আৰু সুৰেনক প্ৰায়ে গান গাই শুনায়। শিক্ষিত পৰিয়ালত ছোৱালীক মেট্ৰিক পৰ্যায়লৈকে পঢ়োৱাটো আন এটা নিয়ম আছিল। কিছুমান পৰিয়ালত ছোৱালীক স্কুলত নপঢ়ুৱাই ঘৰুৱা শিক্ষকৰ দ্বাৰা ঘৰতে মেট্ৰিক পৰীক্ষাৰ কাৰণে পঢ়ুৱাইছিল। সুৰেনৰ অনুৰোধত বিবেক শান্তিৰ ঘৰুৱা শিক্ষক হ'বলৈ সন্মত হয়।

পঞ্চাশৰ দশকৰ আৰম্ভণীতে কিছুমান পৰিয়ালত বাপেক-মাকে ছোৱালীক ডেকা ল'ৰাৰ লগত মিলা-মিচা কৰিবলৈ এৰি দিছিল। আধুনিক আদব-কায়দা সাধাৰণতে আঢ্যৱন্ত পৰিয়ালবিলাকে লোৱা নাছিল। লৈছিল দ্বিতীয় মহাযুদ্ধৰ সময়ত সহজলভ্য টকাৰ জোৰত সমাজত হঠাতে ওখ আসন পোৱা নতুনধনী পৰিয়ালবিলাকে। শান্তি এনেকুৱা এটা পৰিয়ালৰে ছোৱালী। শান্তিৰ বাপেক পূৰ্ণানন্দ শইকীয়া এনেকুৱা নতুন ধনী কাৰণেই আঢ্যৱন্ত প্ৰাচীন বংশ মৰ্যাদাৰ সিদ্ধেশ্বৰ হাজৰিকাৰ পৰিয়ালৰ লগত সম্বন্ধ কৰিবলৈ তেওঁ অশেষ যত্ন কৰে। নৱলব্ধ সামাজিক উচ্চ স্থান বজাই ৰাখিবলৈ তেওঁ সকলো প্ৰকাৰ আধুনিক আদব-কায়দা বিনাদ্বিধাই আয়ত্ব কৰিবলৈ যত্ন কৰে। নিজৰ গাভৰু জীয়েকক তেওঁ সুৰেনৰ লগত অকলে গাড়ীত সান্ধ্যভ্ৰমণৰ কাৰণে পঠায়। তেওঁৰ সু-সজ্জিত ড্ৰইং ৰূমত, কেতিয়াবা আনকি শান্তিৰ পঢ়া কোঠাত, সুৰেন বা নৰেনে শান্তিৰ লগত নিবিড় ঘনিষ্ঠতাৰে কথা পাতিব পাৰে। শইকীয়াই আনকি শান্তিক নৰেনৰ লগত বনভোজ খাবলৈ পঠায় আৰু আগদিনা গোটেই ৰাতি শান্তিক লগৰীয়াৰ লগত বনভোজৰ ঠাইত থাকিবলৈ অনুমতি দিয়ে।

কিন্তু ডেকা-গাভৰুৰ এনে অবাধ মিলা-মিচা সমাজত সকলোৱে সহজে মানি নলৈছিল। সুৰেনৰ লগত শান্তিক অবাধ মিলা-মিচা কৰিবলৈ দিয়াত অমলাই শইকীয়াক সমালোচনা কৰে। বিবেকে ভাবে যে পশ্চিমীয়া সভ্যতাৰ প্ৰভাৱত সমাজলৈ বিৰাট পৰিৱৰ্তন আহিছে। পৰিৱৰ্তনৰ ধামখুমীয়াত সমাজ দিশহাৰা হৈছে। নাৰী স্বাধীনতা, সহশিক্ষা আদি পশ্চিমৰ পৰা অহা ভাব-আদৰ্শত এখন পৰিৱৰ্তনমুখী সমাজে হাবু-ডুবু খাইছে।

ঔপন্যাসিকে বিধবাৰ সমস্যাৰ ওপৰতো আলোকপাত কৰিছে। অমলাই ভাবে যে বিধবাই এটা সাত্বিক, আড়ম্বৰহীন জীৱন যাপন কৰাটো পৱিত্ৰ কৰ্তব্য। অমলাৰ অন্তৰত তেওঁৰ মৃত গিৰীয়েঁকৰ প্ৰতি অচলা ভক্তি। কিন্তু অমলাই উপলব্ধি কৰে যে শিক্ষাৰ অবিহনে তেওঁৰ জীৱন অসহ্য হৈ উঠিলহেঁতেন। শিক্ষা থকাৰ কাৰণেইহে তেওঁ কাৰো ওপৰত নিৰ্ভৰ নকৰাকৈ স্কুল শিক্ষয়িত্ৰী হৈ এটা সন্মানৰ জীৱন যাপন কৰিব পাৰিছে। শিক্ষা নথকা তেওঁৰ নিচিনা বিধবাই পৰৰ দয়াৰ ওপৰত নিৰ্ভৰ কৰি আৰু বহুতো ক্ষেত্ৰত সমাজৰ পাপৰ ভৰ বহন কৰি জীয়াই থাকিবলৈ বাধ্য হৈছে।

"বা-মাৰলী" উপন্যাসখন জয়ন্তীৰ চৰিত্ৰক কেন্দ্ৰ কৰি গঢ় লৈ উঠিছে। জয়ন্তী এজনী স্বাধীনমনা তিৰোতা। তেওঁ গিৰীয়েকৰ পুৰণিকলীয়া ঘৰখনত খাপ খাবলৈ অপাৰগ হয়। জয়ন্তীৰ বান্ধৱী কমলা এজনী নাৰীসুলভ কমনীয়তা আৰু আধুনিক মাৰ্জিত ৰুচিৰ আদৰ্শ মহিলা। কমলাৰ গিৰীয়েক উচ্চ শিক্ষাৰ কাৰণে বিলাতলৈ গৈছিল আৰু কথা-বতৰা আৰু আচৰণত বিনয়ী আৰু অমায়িক, পোচাক-পৰিচ্ছদত বিশেষ ৰুচিবান। ঔপন্যাসিকে কমলাৰ গিৰীয়েকৰ চৰিত্ৰত পাশ্চাত্য সভ্যতাৰ সুফলৰ প্ৰভাৱ দেখুৱাইছে। পাশ্চাত্য আদৰ্শই তেওঁক এটা আধুনিক দৃষ্টিভঙ্গী দিছে। কিন্তু পশ্চিমৰ ভাব-আদৰ্শই বেছিভাগ মানুহকে উচ্ছৃংখল আৰু দিশহাৰা কৰিহে তুলিছিল, এটা প্ৰকৃত আধুনিক মন দিবলৈ সক্ষম হোৱা নাছিল।

প্ৰেম নাৰায়ণ দত্তৰ "আশাৰ অন্তৰালত" (১৯৬৩) উপন্যাসত আমি গাঁৱলীয়া আৰু নগৰীয়া সমাজৰ এটা তুলনামূলক বিশ্লেষণ পাওঁ। উপন্যাসখন ৰচিত হৈছিল পঞ্চাশৰ দশকৰ মাজ ছোৱাত। সেই সময়ত অসমত গাঁও, গাওঁবাসী আৰু গ্ৰামীণ সংস্কৃতিৰ প্ৰতি অৱজ্ঞা ভাবেৰে পূৰ্ণ এক নগৰীয়া সমাজ গা কৰি উঠিছিল।

উপন্যাসৰ প্ৰথম খণ্ডত ঔপন্যাসিকে আশালতা নামৰ এক তৰুণী বিধবাৰ জীৱন নিষ্ঠুৰ সামাজিক ব্যৱস্থাত কেনেকৈ নিষ্পেষিত হৈছে তাৰ চিত্ৰ দাঙি ধৰিছে। উপন্যাসৰ দ্বিতীয় খণ্ডত ঔপন্যাসিকে মাধুৰী আৰু মাকৰ যোগেদি কৃত্ৰিম নগৰীয়া জীৱনৰ চিত্ৰ দাঙি ধৰিছে। উপন্যাসৰ নায়ক কল্যাণক কৃত্ৰিম নগৰীয়া জীৱনৰ বিপৰীতে সৰল অকপট মন আৰু সুঠাম স্বাস্থ্যৰে আমাৰ আগত ঔপন্যাসিকে দাঙি ধৰিছে। মাধুৰী আৰু তেওঁৰ মাক চিনেমা, থিয়েটাৰ, পিক্‌নিক্‌ আদিক লৈ ব্যস্ত থাকে। সাধাৰণতে মাধুৰীৰ প্ৰেমিকবিলাকে এইবিলাকৰ খৰচৰ যোগান ধৰে। ঔপন্যাসিকে মাধুৰী আৰু মাকৰ ফোপোলা, তৰল অন্তঃসাৰশূন্য জীৱনৰ চিত্ৰ দাঙি ধৰিছে। মাধুৰীৰ মাকৰ অভিজাত, শিক্ষিত, উচ্চ সমাজত স্থান পাবলৈ ভীষণ আকাংক্ষা। কিন্তু তেওঁৰ শিক্ষা-সংস্কৃতিৰ বিষয়ে ধাৰণা তেনেই সীমিত। চিনেমা চোৱা, পিক্‌নিক্‌লৈ যোৱা, ভোজ-ভাত খোৱা— এই বিলাকেই তেওঁৰ কাৰণে উচ্চ সংস্কৃতি। কিন্তু ঔপন্যাসিকে নগৰীয়া সমাজ তৰঙ্গুৱা হিচাপে চিত্ৰিত কৰাৰ লগে লগে গাঁৱলীয়া সমাজো অন্ধবিশ্বাসী আৰু ধৰ্মীয় কথা কাণ্ডত ভণ্ড বুলি চিত্ৰিত কৰিছে।

হিতেশ ডেকাৰ "আজিৰ মানুহ" (১৯৫২) উপন্যাসত আমি শিক্ষাৰ প্ৰতি দুটা বিপৰীত দৃষ্টিভঙ্গীৰ সংঘাত দেখিবলৈ পাওঁ। উপন্যাসৰ নায়ক প্ৰতাপ এটা আদৰ্শবান যুৱক। প্ৰতাপ আৰু তেওঁৰ বন্ধু মহেশৰ কাৰণে জীৱনৰ উদ্দেশ্য হৈছে আদৰ্শৰ সন্ধান। তেওঁলোকে চৰকাৰী চাকৰি কৰি সহজলভ্য টকাৰে সমাজত প্ৰতিপত্তি লাভ কৰিবলৈ নিবিচাৰে। মহেশে ভূমিহীন খেতিয়কৰ মাজত নিজকে বিলীন কৰি দিয়ে। চৰকাৰে ভূমিহীন খেতিয়কক দিয়া মাটি ভাঙি খেতি কৰিবলৈ খেতিয়কৰ লগত মহেশ জঙ্ঘললৈ যায়। ইয়াতেই মহেশ আৰু প্ৰতাপৰ শহুৰেক গোপীকান্ত বৰুৱাৰ স্বাৰ্থৰ সংঘাত হয়। গোপীকান্ত বৰুৱাই তেওঁৰ মুছলমান ৰায়ত বিলাকৰ সহায়ত মহেশৰ বিৰুদ্ধে সিহঁতৰ ঘৰত জুই দিয়া অভিযোগ আনি মহেশক জেললৈ পঠাবলৈ সক্ষম হয়। ভাল খেতি আৰু বেছি লাভৰ আশাত তেওঁ তেতিয়াৰ পূব পাকিস্তান আৰু বৰ্তমান বাংলাদেশৰ মৈমনচিঙীয়াবিলাকক মাটিত বহুৱায়। মহেশৰ জেল হোৱাত প্ৰতাপে মহেশৰ আধৰুৱা কাম নিজৰ হাতত লয়। গোপীকান্ত বৰুৱাৰ মাটিৰ পৰা খেদাই দিয়া খেতিয়কবিলাকক লৈ প্ৰতাপে জঙ্ঘল ভাঙি সমবায় ভিত্তিত খেতি

আৰম্ভ কৰে। প্ৰতাপ আৰু মহেশে ভাবে যে শিক্ষা মানৱকল্যাণত নিয়োজিত হ'লেহে প্ৰকৃত কামত আহে। প্ৰতাপ আৰু মহেশ দুয়ো নিম্ন মধ্যবিত্ত পৰিয়ালৰ আৰু জীৱনত যথেষ্ট কষ্ট কৰি ডাঙৰ হোৱাৰ কাৰণে তেওঁলোকৰ স্বভাৱত এটা সহজাত স্বাধীনচিতীয়া ভাব দেখিবলৈ পোৱা যায়। তেওঁলোক দুয়ো গান্ধীজীৰ আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত।

গোপীকান্ত বৰুৱা আৰু তেওঁৰ জীয়েকৰ কাৰণে শিক্ষাৰ একমাত্ৰ উদ্দেশ্য হৈছে ধন-সম্পত্তি আৰু আৰ্থিক নিৰাপত্তা। তেওঁলোকে ভাবে যে সমাজত প্ৰতিপত্তি লাভৰ কাৰণেহে শিক্ষাৰ আৱশ্যক। চৰকাৰী চাকৰিত সোমাই ঘোচ খাই টকা অৰ্জাই হৈছে এজন শিক্ষিত মানুহৰ প্ৰধান কৰ্তব্য। তেওঁলোকৰ পৃথিৱীখন তেনেই ঠেক। সেইকাৰণেই তেওঁলোকে প্ৰতাপৰ আদৰ্শ বুজিবলৈ টান পায়। বীণাই প্ৰতাপক এৰি বাপেকৰ ঘৰলৈ গুচি আহে। তেওঁ ভাবে যে গাঁৱত কোনো শিক্ষিত মানুহ থাকিব নোৱাৰে। প্ৰতাপক নগৰত বেলেগে ঘৰ ল'বলৈ গোপীকান্ত বৰুৱা আৰু বীণাই বৰ জোৰ কৰে। গোপীকান্ত বৰুৱাই ভাবে যে আদৰ্শৰ পিছত দৌৰি জীৱনলৈ কোনো ধৰণৰ জটিলতা, অনিশ্চয়তা আদি চপাই ল'ব নালাগে। চপাই লোৱাটো মুৰ্খামি। সেয়েহে প্ৰতাপ তেওঁৰ দৃষ্টিত পাগল, সুস্থ মনৰ নহয়।

আব্দুল মালিকৰ "বিহ মেটেকাৰ ফুল"ৰ (১৯৬৯) প্ৰধান চৰিত্ৰ মৃগেন হৈছে এজন সৎ স্কুল শিক্ষকৰ ল'ৰা। তেওঁ নগৰৰ ধনী পৰিয়ালৰ এজনী ছোৱালী বিয়া কৰায়। প্ৰথমে মৃগেনে ডাঙৰ বিষয়া হোৱাৰ স্বপ্ন দেখিলেও শেষত খিলঙৰ এটা অফিচত কেৰাণী হ'বলগীয়াহে হয়। তেওঁৰ ঘৈণীয়েক কৰবীয়ে উপাৰ্জনতকৈ বহুত বেছি খৰচ কৰি এটা আড়ম্বৰপূৰ্ণ জীৱন যাপন কৰে আৰু ফলত মৃগেন টেটুলৈকে ধাৰত পোত খায়। মৃগেনে লাহে লাহে ব্যক্তিত্ব হেৰুৱাই ভাল বেয়া একো বিচাৰ কৰিব নোৱাৰা ক্লীবত পৰিণত হয়।

আমাৰ সমাজত বিয়া-বাৰুৰ ক্ষেত্ৰত সাধাৰণতে অভিভাৱকেই প্ৰধান ভূমিকা গ্ৰহণ কৰে। অৱশ্যে শিক্ষাৰ বিস্তাৰৰ লগে লগে ডেকা-গাভৰুৱে নিজে মনে বিচৰা সঙ্গী বাচি লোৱাৰ স্বাধীনতা যথেষ্ট লাভ কৰিছে। কিন্তু স্বাধীনোত্তৰ কালতো সমাজ আৰু অভিভাৱকৰ শাসনৰ পৰা এই ক্ষেত্ৰত ডেকা-গাভৰু সম্পূৰ্ণ মুক্ত হ'ব পৰা নাই। প্ৰেমনাৰায়ণ দত্তৰ "প্ৰণয়ৰ সোঁতি" (১৯৫৩) উপন্যাসত অভিভাৱকৰ দ্বাৰা বন্দৰস্ত

কৰা বিয়া সহজে মানি ল'বলৈ অসন্মত হোৱা এজন ডেকাৰ কাহিনীৰে গঢ় লৈ উঠিছে। এই উপন্যাসৰ জৰিয়তে ঔপন্যাসিকে দেখুৱাবলৈ যত্ন কৰিছে যে অভিভাৱকে নিজৰ পুত্ৰ-কন্যাৰ কেতিয়াও বেয়া নকৰে। ঔপন্যাসিকে প্ৰাচীন ভাৰতীয় ঐতিহ্য আৰু মূল্যবোধ যেনে গুৰুজনৰ প্ৰতি বিশেষকৈ পিতৃ-মাতৃৰ প্ৰতি ভয়, ভক্তি, শ্ৰদ্ধা আদিত বিশেষ আস্থা প্ৰকাশ কৰিছে।

আমাৰ সমাজে মাইকী মানুহৰ জীৱনৰ এটা সাধাৰণ ভুলো ক্ষমাৰ চকুৰে চাব নোৱাৰে। সহানুভূতিৰ পৰিবৰ্তে এনে মাইকী মানুহক সমাজে পতিতা বুলি নিৰাশ্ৰয় কৰি সমাজৰ বাজ কৰি দিয়ে। যোগশ দাসৰ "হেজাৰ ফুল" (১৯৬৭) উপন্যাসত এনে এটা সমস্যাৰেই বিশ্লেষণ দেখিবলৈ পাওঁ। পাশ্চাত্য সভ্যতাৰ প্ৰভাৱ সামাজিক জীৱনৰ সকলো দিশতে যথেষ্ট পৰিমাণে পৰিছে যদিও মাইকী মানুহৰ ক্ষেত্ৰত সমাজ একেই সংৰক্ষণশীল আৰু কঠোৰ হৈয়ে আছে। মতা মানুহৰ কাৰণে কিন্তু সামাজিক নীতি-নিয়ম যথেষ্ট শিথিল। ধনী সমাজত প্ৰতিপত্তিশীল মানুহৰ কাৰণে দুশ্চৰিত্ৰ হৈও সমাজত উচ্চ আসন পাই থকাতো নিচেই স্বাভাৱিক কথা। উপন্যাসৰ কাহিনী দাৰিদ্ৰ্যৰ লগত যুদ্ধ কৰি ভাগৰি পৰা আৰু সমাজত স্বীকৃতি পাবলৈ যত্ন কৰা কমলিনী নামৰ এগৰাকী তিৰোতাক কেন্দ্ৰ কৰি গঢ়ি উঠিছে। জীৱনৰ আদিতে কৰা এটা ভুলৰ কাৰণে সমাজে তেওঁক আদৰি ল'ব পৰা নাই। মনোমোহন বৰা নামৰ এজন ধনী লোকৰ লগত তেওঁ আনুষ্ঠানিক বিয়া নোহোৱাকৈয়ে স্ত্ৰী হিচাবে বাস কৰে। তেওঁ দুটা ল'ৰা-ছোৱালীৰ মাক হয়। মনোমোহন বৰাই পাছত নতুনকৈ বিয়া কৰালেও কমলিনীৰ আৰু ল'ৰা-ছোৱালী দুটিৰ প্ৰতি দায়িত্ব পাহৰি নাযায়। কিন্তু কমলিনীয়ে গোটেই জীৱন জুৰি অৱহেলা, লঘু-লাঞ্চনা ভোগ কৰিবলগীয়া হয়। কমলিনী বেয়া চৰিত্ৰৰ তিৰোতা নহয়, তেওঁ মনোমোহন বৰাৰ প্ৰতি শ্ৰদ্ধা- ভক্তিত অবিচল হৈ ৰয়। কিন্তু সামাজিক ৰীতি-নীতিৰ তেওঁ বলি হ'ব লগা হয়।

কুমাৰ কিশোৰৰ "বন্যা টৌত ব-দ্বীপ"(১৯৬৬) উপন্যাসত পৰিবৰ্তনৰ ধামখুমীয়াত এখন সমাজত সামাজিক আৰু পাৰিবাৰিক জীৱনত কি দৰে নানা দ্বন্দ্বই দেখা দিয়ে তাৰ বিশ্লেষণ দেখিবলৈ পোৱা যায়। এই সমাজে পশ্চিমৰ আধুনিক আদৱ-কায়দা গ্ৰহণ কৰে, কিন্তু ধ্যান-ধাৰণা, চিন্তা-ভাৱনাত সম্পূৰ্ণ পুৰণিকলীয়া হৈ

ৰয়। কুঞ্জন শ্বিলঙৰ এটা অফিচৰ কৰ্মচাৰী। মিঃ কাপুৰ তেওঁৰ ওপৰৱালা। কুঞ্জনৰ প্ৰতি ভ্ৰাতৃসুলভ মৰমৰ কাৰণে তেওঁ প্ৰায়ে কুঞ্জনৰ ঘৰলৈ যায়। কুঞ্জনৰ মৰমিয়াল পত্নী পাপৰিয়ে মিঃ কাপুৰক সহৃদয়তাৰে ব্যৱহাৰ কৰে। কিন্তু সমাজে এই সাধাৰণ কথাটোকে সহজে ল'বলৈ টান পায়।

যোগেশ দাসৰ "নেদেখা জুইৰ ধোঁৱা" (১৯৭২) উপন্যাসত দেখিবলৈ পাওঁ যে সমাজত যদিও আধুনিক শিক্ষা, সমাজবাদী ভাবধাৰা, বৈজ্ঞানিক চিন্তা প্ৰসাৰ হৈছে তথাপিও জাত-পাত, উচ্চ-নীচ আদি ভাবৰ পৰা সমাজ মুক্ত হ'ব পৰা নাই। উপন্যাসৰ এটা প্ৰধান চৰিত্ৰ ললিত হৈছে এজন উদ্যোগী ডেকা। তেওঁ নিজৰ অধ্যৱসায়, পৰিশ্ৰম আৰু সততাৰ বলত ব্যৱসায়ত প্ৰতিষ্ঠা লাভ কৰে। কিন্তু সমাজত তেওঁ সদায় অৱহেলা আৰু অৱমাননা পাবলগীয়া হয়। সমাজে পাহৰিব নোৱাৰে যে তেওঁৰ উপৰিপুৰুষ এসময়ত অনাঅসমীয়া মুছিয়াৰ আছিল। ঔপন্যাসিকে সত্ৰীয়া গোসাঁইৰ নৈতিক শিথিলতা আৰু কপট গাম্ভীৰ্যৰ লগত ললিতৰ সততা, আত্মনিৰ্ভৰশীলতা আৰু চাৰিত্ৰিক লালিত্যৰ তুলনামূলক চিত্ৰ দাঙি ধৰিছে। প্ৰয়াত ব্ৰহ্মানন্দ গোসাঁইৰ পুতেক বুলি সমাজত জনাজাত হ'লেও কৃষ্ণ গোসাঁই প্ৰকৃততে তেওঁৰ অবৈধ সন্তানহে। কৃষ্ণ গোসাঁইয়ে সত্ৰৰ সকলো আচাৰ-নীতি, পৰম্পৰা দলিয়াই পেলাই সত্ৰৰ পৰা দূৰত পাম ঘৰত মদাহীৰ জীৱন যাপন কৰে। কৃষ্ণ গোসাঁই টান নৰিয়াত পৰিলত কেৱল ললিতেহে মানৱীয় সহানুভূতিৰে তেওঁৰ চিকিৎসা আৰু শুশ্ৰূষা কৰে। সেয়েহে তেওঁ ললিতক কয়, 'ললিত, মই যি বুজিছো কামৰ পৰাহে মানুহৰ গুণাগুণ বিচাৰ হ'ব লাগে। হিন্দুৰ পুৰণি নিয়ম সেইটোৱেই আছিল। কিন্তু নিয়ম যেতিয়া কেৱল নিয়ম হৈ পৰিল তেতিয়াহে গুণ বিচৰাটো বন্ধ হৈ গ'ল। ধৰ্ম যেতিয়া অনুষ্ঠান হৈ পৰে তেতিয়া তাৰ ধৰ্মত্ব গুচে। তোমাৰ জাত লৈ বহুত কোৱা-বখনা হৈছে। তুমি কম মনোকষ্ট পোৱা নাই। কিন্তু মই ক'বলৈ গ'লে তোমাৰ ওপৰত কোনো ব্ৰাহ্মণ নাই। তুমি শ্ৰেষ্ঠ ব্ৰাহ্মণ। ময়ো আজিকালি নতুন মানুহ হ'বলৈ চেষ্টা কৰিছোঁ। মই পামত খেতি কৰিবলৈ লৈছোঁ। খেতিয়কেই মোৰ পৰিচয় হ'ব। মই অধিকাৰৰ ল'ৰা নহওঁ, অধিকাৰৰ ভায়েকো নহওঁ। মই তোমাৰ দৰে ব্ৰাহ্মণ হ'বলৈ চেষ্টা কৰিম।'

দীননাথ শৰ্মাৰ 'শান্তি'ত (১৯৬২) ৰায়বাহাদুৰ গোলাপ বৰুৱা এজন ধৰ্মীয়

আচাৰ-নীতিত পৰম নিষ্ঠাবান মানুহ। কিন্তু তেওঁৰ জীৱনলৈ এটাৰ পিছত এটাকৈ বিপদ আহে। তেওঁৰ ডাঙৰ ছোৱালী কুন্তলা বিয়াৰ এবছৰ নৌ হওঁতেই বিধবা হয়। কুন্তলাৰ বৰ্তমান বয়স মাথো পঁচিশ বছৰ। তেওঁৰ দ্বিতীয়জনী ছোৱালীৰ তৃতীয় সন্তান জন্মৰ পাছত অকালতে মৃত্যু হয়। তেওঁৰ তৃতীয়জনী ছোৱালীৰ স্বামী হঠাতে উন্মাদ হয়। চতুৰ্থজনী ছোৱালীৰ জীৱন মদাহী গিৰীয়েকৰ অত্যাচাৰত দুৰ্বিসহ হৈ পৰিছে। পঞ্চমজনী ছোৱালীৰো গিৰীয়েকৰ হঠাতে মৃত্যু হয়। ষষ্ঠজনী ছোৱালীৰ ওঠৰ বছৰ বয়সত অকালতে মৃত্যু হয়।

কিন্তু এই সকলো দুৰ্ভাগ্যৰ সত্বেও ৰায়বাহাদুৰ বৰুৱা ভগৱানৰ প্ৰতি বিশ্বাসত অচল-অটল হৈ ৰয়। তেওঁৰ সৰুজনী ছোৱালী শান্তিৰ ঘৰুৱা শিক্ষক ৰঞ্জনে কেতিয়াবা তেওঁৰ লগত কথা পাতোতে যুক্তি দেখুৱায় যে দুৰ্বল মানুহেহে ভগৱানৰ ওপৰত নিৰ্ভৰ কৰে। ৰায়বাহাদুৰে এনে চিন্তা ত্ৰুটিপূৰ্ণ আধুনিক শিক্ষাৰ ফল বুলি ভাবে।

কিন্তু তেওঁৰ জীৱনৰ সমস্ত বিশ্বাস ধ্যান-ধাৰণা দুটা ঘটনাই ধূলিসাৎ কৰে। বিধবা কুন্তলাই ৰঞ্জনৰ লগত পলাই যায় আৰু তেওঁ তোলনীয়া পুতেক ৰোহিতে এজনী বঙালী ছোৱালী বিয়া কৰায়। শান্তিৰ কথাৰ যোগেদি আমি ৰায়বাহাদুৰৰ ধৰ্মীয় আচাৰ-নীতিৰ সাৰশূন্যতাৰ বিষয়ে জানিব পাৰো। শান্তিয়ে দেউতাকক কয় যে জীৱনটো কেৱল ধৰ্মীয় ৰীতি-নীতি নহয়। জীৱনত শান্তি নিৰ্ভৰ কৰে সময়ৰ পৰিৱৰ্তনৰ লগত নিজকে খাপ খুৱাব পৰাতহে, ভগৱান হয়তো থাকিবও পাৰে, নাথাকিবও পাৰে। কিন্তু এই পৃথিৱীত প্ৰেম, দয়া, ক্ষমা আৰু মানৱীয়তা সদায় আছে।

স্বাধীনতাৰ কিছু আগৰ পৰা আমাৰ সমাজত মন্থৰ গতিত হ'লেও এটা নগৰীয়া সভ্যতা গা কৰি উঠিছে। সমাজবিজ্ঞানী মেক্স ওৱেবাৰে তেওঁৰ 'দ্য চিটি' গ্ৰন্থত নগৰ আৰু নগৰীয়া সভ্যতাৰ লক্ষণ এইদৰে দিছে - (ক) নগৰৰ সীমাৰ বাহিৰৰ ঠাইৰ লগত নগৰীয়া লোকৰ বিচ্ছিন্ন মনোভাব, (খ) নগৰৰ লোকসকলৰ মাজত ব্যক্তিগত কথা-বতৰা, পৰিচয়ৰ অভাৱ, (গ) কৃষিৰ সলনি ব্যৱসায় বাণিজ্যত অধিক নিৰ্ভৰশীলতা, (ঘ) অৰ্থনৈতিক তথা জীৱিকা ক্ষেত্ৰৰ বৈচিত্ৰ, (ঙ) স্থায়ী বজাৰ । (অৰুণ কুমাৰ মুখোপাধ্যায়, '*সাহিত্য সন্ধান* গ্ৰন্থত উদ্ধৃত, পৃঃ ৯২ ।)

নগৰীয়া জীৱনৰ এইবিলাক লক্ষণে মানুহক গাঁৱৰ পৰা, সমাজ জীৱনৰ পৰা

বিচ্ছিন্ন কৰি আনিলে । আমাৰ গাঁৱৰ সমাজ আছিল মাৰবন্ধা । ঘৰৰ পৰা দূৰলৈ মানুহ খুব কমেই গৈছিল। এতিয়াৰ দৰে আত্মীয় স্বজন সিঁচৰতি হৈ নাছিল। ৰাতিপুৱাৰ পৰা গধূলিলৈকে ইজনৰ লগত সিজনৰ দেখা-দেখি হৈ আছিল। কলেৰা, ক'লাজ্বৰ আদি মহামাৰী হ'লে, বানপানী আহিলে সকলোৰেই সমান বিপদ, সকলোৰেই সমানে চিন্তিত, ভাওনা-সবাহ আদিত সকলোৰে সমান আনন্দ। ধনতান্ত্রিক সভ্যতাৰ প্রভাৱত আমাৰ জীৱনৰ এই ৰূপ ভাগি গৈছে, দেখা দিছে বিচ্ছিন্ন নগৰীয়া সমাজ। গ্রামীণ সভ্যতাৰ ভাঙোন ধৰিছে, অথচ এটা নতুন শক্তিশালী ধনতান্ত্রিক সভ্যতাৰো উদয় হোৱা নাই ; যেনেকৈ উদয় হৈছিল ওঠৰ শতিকাৰ আৰু ঊনৈশ শতিকাৰ ইউৰোপত। তাৰ ফলত জন্ম হ'ল এক পংগু, বিকলাংগ, কিম্ভুত কিমাকাৰ সমাজ।

পদ্ম বৰকটকীৰ 'মনৰ দাপোণ' (১৯৫৮) আৰু খবৰ বিচাৰি (১৯৫৯) উপন্যাসত সেই সময়ৰ অসমৰ অলস, দেহসৰ্বস্ব নগৰীয়া সমাজৰ চিত্র পোৱা যায়। ঔপন্যাসিকে অন্তঃসাৰশূন্য, পশ্চিমৰ অন্ধ অনুকৰণৰ ক্লাবৰ জীৱনৰ তৰলতা উদঙাই দেখুৱাইছে। এই সমাজত প্রেম, দয়া, সহানুভূতিৰ স্থান নাই। সনাতন প্রমূল্যত আস্থা হেৰুৱাই এই সমাজে ইন্দ্রিয়সৰ্বস্ব জীৱনকেই প্রকৃত জীৱন বুলি ভাবে। এই সমাজত জানুৰ নিচিনা এজনী ছোৱালীয়ে প্রেম, ভালপোৱা বিচাৰি বিহ্বল হ'বলগীয়া হয়। সুস্থ যৌনজীৱনৰ ইয়াত স্থান নাই। যৌনজীৱন বুলিলে এই সমাজত যৌনব্যভিচাৰ বুজায়। আন এটা চৰিত্র শ্রীমতী বৰুৱাৰ নীতিহীন যৌনলিপ্সাও তেওঁৰ স্বামীৰ অৱহেলাৰ কাৰণেই হ'বলৈ পাইছে।

'খবৰ বিচাৰি'ত জানু অর্থাৎ শ্রীমতী মৃণাল দুৱৰাই অসুখী বৈবাহিক জীৱনৰ কাৰণে আত্মহত্যা কৰিছে। আন এটা চৰিত্র নীলা অর্থাৎ শ্রীমতী সলিল চৌধুৰী যৌনজীৱনত অসুখী হৈ ৰয়, কিয়নো তেওঁৰ স্বামী ৰাতি বহুত দেৰিকৈ অন্য পুৰুষৰ স্ত্রীৰ লগত যৌনবাসনা পূৰণ কৰি মাতাল অৱস্থাত ঘৰলৈ আহে ।

পদ্ম বৰকটকীৰ আন এখন উপন্যাস 'বিচাৰৰ বাবে' ত (১৯৬১) নগৰীয়া সমাজত নিচেই ওচৰৰ প্রতিবেশীজনৰ বিষয়েও একো জানিবলৈ ইচ্ছা নকৰা, গাঁৱৰ জীৱনৰ পৰা বিচ্ছিন্ন হোৱাৰ প্রয়াস, আৰু জীৱনধাৰণৰ এটা বাহ্যিক মানদণ্ড ৰাখিবলৈ গৈ নিজৰ জীয়েককে কামাতুৰ পৰপুৰুষৰ হাতত অর্পণ কৰিবলৈ কুণ্ঠাবোধ নকৰা

মধ্যবিত্ত অন্তঃসাৰশূন্য জীৱন প্ৰতিফলিত হৈছে।

যেতিয়া এখন সৰু নগৰ মহানগৰ হিচাপে ক্ৰমে গঢ় লৈ উঠে তেতিয়া সামাজিক আৰু পাৰিবাৰিক জীৱনত ডাঙৰ প্ৰভাৱ পৰে। ৰাজেন্দ্ৰনাথ হাজৰিকাৰ 'উৎকণ্ঠ মহানগৰী'ত (১৯৭১) এনেকুৱা সামাজিক পৰিৱৰ্তনে এটা পৰিয়াললৈ অনা অত্যধিক শাৰীৰিক আৰু মানসিক চাপৰ প্ৰতিফলন হৈছে।

স্বাধীনোত্তৰ কালত নিৰ্বাচনীৰাজনীতি, দলীয়ৰাজনীতি আৰু গণতন্ত্ৰই বহুতো সামাজিক পৰিৱৰ্তন আনিছে। বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'ৰঙা মেঘ' ত (১৯৭৩) জাত-পাতৰ সমস্যা আৰু বিবাহ, ধৰ্ম আৰু আন সামাজিক অনুষ্ঠানৰ প্ৰতি সংৰক্ষণশীল মনোভাব এনে সামাজিক পৰিৱৰ্তনৰ পটভূমিত অধ্যয়ন কৰা হৈছে। কৈৱৰ্ত সম্প্ৰদায়ৰ উজ্জ্বল মেধাসম্পন্ন শিক্ষিত যুৱক আনন্দই সাধাৰণ নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰা আৰু নিজৰ সম্প্ৰদায়ৰে এজনী শিক্ষিতা আকৰ্ষণীয় ছোৱালী কাঞ্চনক বিয়া কৰোৱাৰ মন কৰে। এই কথাকে কেন্দ্ৰ কৰি ঔপন্যাসিকে স্বাৰ্থৰ সংঘাত থকা দুটা বিপৰীত দলৰ মাজত দ্বন্দ্ব দেখুৱাইছে। এটা দলত আছে আনন্দ, কাঞ্চন, কাঞ্চনৰ দেউতাক প্ৰিয়ৰাম আৰু কাঞ্চনৰ ককায়েক ৰতন। তেওঁলোকে ৰাজনীতি আৰু ধৰ্মৰ নামত সমাজত কোনো দ্বন্দ্ব, ঈৰ্ষা, হাই-কাজিয়া নিবিচাৰে। আনটো দলত আছে কৈৱৰ্ত সম্প্ৰদায়ৰে এজন সম্পদশালী প্ৰতিপত্তিশালী মানুহ মহাজন আৰু পুৰোহিত সনাতন বাপু। তেওঁলোকে অনবৰতে স্বাৰ্থপৰ চিন্তাতে থাকে। মহাজনে নিজৰ ছোৱালী বিয়া দি উজ্জ্বল ভৱিষ্যতৰ আনন্দক তেওঁৰ কবললৈ আনিবলৈ বিচাৰে। ইয়াত সফল নহৈ তেওঁ আনন্দৰ শত্ৰু হৈ পৰে আৰু তাক অপকাৰ কৰিবলৈ যত্ন কৰে। সনাতন বাপুৱে ধনী মহাজনৰ পক্ষ লয়। তেওঁ হঠাতে আনন্দ আৰু কাঞ্চনৰ মাজত তেজৰ সম্বন্ধ আৱিষ্কাৰ কৰে আৰু সেই কাৰণে দুয়োৰে মাজত হ'বলগীয়া বিয়াৰ বিৰোধিতা কৰে। তেওঁ মহাজনৰ অপদাৰ্থ ল'ৰালৈ কাঞ্চনক বিয়া দিবলৈ কাঞ্চনৰ দেউতাক প্ৰিয়ৰামৰ ওপৰত হেঁচা দিয়ে। স্থানীয় এম এল এ চৌধুৰীৰ ঘৰত দিয়া ৰাজনৈতিক নেতাৰ এটা ভোজত সনাতন বাপুৱে মহাজনক প্ৰাৰ্থীত্ব দিবলৈ ওকালতি কৰে। চৌধুৰীয়ে এইবাৰ যিহেতু নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰিবলৈ অনিচ্ছা প্ৰকাশ কৰিছে আৰু আনন্দতকৈ মহাজনৰ নিৰ্বাচনত জয় লাভৰ সম্ভাৱনা বেছি সেইকাৰণে মহাজনকে সমষ্টিটোৰ

প্ৰাৰ্থীত্ব দিব লাগে বুলি তেওঁ যুক্তি দেখুৱায়। তেওঁৰ এনে যুক্তিৰ আধাৰ হ'ল জ্যোতিষৰ বিচাৰ। এই বিচাৰ মতে আনন্দতকৈ মহাজনৰ গ্ৰহৰ অৱস্থান ভাল।

আনন্দৰ মাজত সমাজ সংস্কাৰৰ উদ্যম আছে। আনন্দই ভাবে যে পিতৃ-মাতৃৰ কৰ্তৃত্বৰ মতে কেৱল কাম কৰিবলগীয়া হ'লে সমাজত কোনো সংস্কাৰ হ'ব নোৱাৰে। এনে সমাজত নিজৰ বিচাৰ-বিবেচনা মতে কোনেও কাম কৰিব নোৱাৰে। আনন্দই কাঞ্চনৰ কন্যায়েক আৰু ব্ৰাহ্মণ সম্প্ৰদায়ৰ ছোৱালী ৰুমিৰ বিয়ালৈ পূৰ্ণ সমৰ্থন জনায়।

লক্ষীনন্দন বৰাৰ 'গঙ্গা চিলনীৰ পাখি'ত (১৯৬৩) আমি দেখিবলৈ পাওঁ কেনেকৈ স্বাধীনোত্তৰ কালত বাট-পথ, যান-বাহনৰ উন্নতি, পঞ্চায়তিৰাজৰ প্ৰসাৰ আৰু নিৰ্বাচনীৰাজনীতিয়ে গাঁৱৰ পৰিবেশৰ বহুখিনি পৰিবৰ্তন কৰিছে। স্বাধীনোত্তৰ কালছোৱাত শিক্ষাৰ প্ৰসাৰ হৈছে, কলেৰা, ক'লাজ্বৰ আদি মাৰিমৰক কমি গৈছে, গাঁৱৰ মানুহে স্বায়ত্ব শাসনৰ সোৱাদ পাইছে; কিন্তু গাঁৱৰ আগৰ বান্ধ সুলকি পৰিছে। নিৰ্বাচনীৰাজনীতিয়ে গাঁৱৰ সৰল মানুহক ধূৰ্ত কৰিছে, খিয়লা-খিয়লি, হিংসা-দ্বেষ বৃদ্ধি পাইছে, গাঁৱৰ সমাজ বামুণ, কলিতা, কেওঁট, আহোম আদিত ভাগ ভাগ হৈ পৰিছে। আগেয়ে গাঁৱৰ মানুহে বিহু, নিশা বিহু, ভাওনা-সবাহত যি নিভাঁজ আনন্দ লাভ কৰিছিল, আজিকালি সেই আনন্দ হেৰুৱাই পেলাইছে। বনগীতৰ সুৱদী সুৰ, বৰগীতৰ আধ্যাত্মিক সুৰ আৰু প্ৰকৃতিৰ সৌন্দৰ্যই এতিয়া আৰু গাঁৱৰ মানুহৰ অন্তৰ স্পৰ্শ কৰিব নোৱাৰে।

'গঙ্গাচিলনীৰ পাখি'ৰ এটা প্ৰধান চৰিত্ৰ ভোগৰামে ফুলগুৰি, দলংঘাট হাটত বেপাৰ কৰি পৰিয়ালটো চলাই আছিল কিন্তু বেবেজীয়াৰ পৰা দলংঘাটলৈ এটা নতুন ৰাস্তা নিৰ্মাণ হোৱাৰ পাছত মাৰোৱাৰী মহাজনৰ সন্মুখত তাৰ নিচিনা সৰু বেপাৰী তিষ্ঠিব নোৱাৰা হ'ল। তদুপৰি মাৰোৱাৰী মহাজনে এতিয়া তাৰ পৰা মৰাপাট নিকিনি চিধা-চিধি গাঁৱৰ খেতিয়কৰ পৰা কিনি লয়।

কিন্তু এনে সময়তে ভোগৰামৰ জীৱনলৈ এটা ডাঙৰ সুযোগ আহে। ১৯৫২ ত প্ৰথম সাধাৰণ নিৰ্বাচন অনুষ্ঠিত হয়। নিৰ্বাচনৰ আগে আগে শাসক দলৰ প্ৰাৰ্থী সুবোধ শইকীয়া ভোগৰামৰ ওচৰলৈ আহে আৰু ভোগৰামক নিৰ্বাচনত সহায় কৰিবলৈ

কয়। নিৰ্বাচনৰ পাছত ভোগৰাম ডাঙৰ ঠিকাদাৰ হয় আৰু আগৰ সহজ-সৰল মানুহটোৰ ঠাইত এটা সম্পূৰ্ণ বেলেগ মানুহ হৈ পৰে। কোনো পাপলৈ ভয় নকৰা সি এটা অসৎ ব্যৱসায়ীত পৰিণত হয়। কাম আৰম্ভ কৰাৰ আগতেই তাৰ বিল পাচ হয়।

নিৰ্বাচনৰ পাছত একোৱেই আগৰ দৰে নাথাকিল। গাঁওবাসীয়ে সৰলতা চিৰদিনৰ কাৰণে হেৰুৱাই পেলালে। নিৰ্বাচনৰ আগতে দুখীয়া হ'লেও তেওঁলোকৰ মাজত একতা আছিল। কিন্তু নিৰ্বাচনে জাত-পাতৰ ভাব মনত সুমুৱাই দিয়াত, সেই একতা ধ্বংস পালে। নিৰ্বাচনৰ পাছতহে মানুহবিলাকে জানিব পাৰিলে যে কলিতা জাতিৰ ভিতৰতো পানী কলিতা, নট কলিতা, কুমাৰ কলিতা আৰু সোণাৰি কলিতাৰ ভাগ আছে।

সাধাৰণ নিৰ্বাচনে উপন্যাসৰ নায়িকা বাসন্তীৰ জীৱনৰ ওপৰতো প্ৰভাৱ পেলায়। বাসন্তীয়ে ধনঞ্জয় নামৰ এজন যুৱকক ভাল পায়। ধনঞ্জয় বাহিৰৰ পৰা আহি বাসন্তীহঁতৰ গাঁৱত থাকিবলৈ লয় আৰু হোমিওপ্যাথিক চিকিৎসাকে ধৰি আন বহু উপায়েৰে দুখীয়া গাঁওবাসীলৈ সেৱা আগবঢ়ায়। বাসন্তীৰ ককায়েক ভোগৰাম আৰু ধনঞ্জয়ো এসময়ত ভাল বন্ধু আছিল। ভোগৰামৰ আৰ্থিক দুৰৱস্থাৰ দিনত ধনঞ্জয়ে ভোগৰামক বহু প্ৰকাৰে সহায় কৰিছিল। ধনঞ্জয়ে ভোগৰামক চৰকাৰৰ পৰা কৃষি ঋণ দিয়াবলৈকো চেষ্টা কৰিছিল। এতিয়া সাধাৰণ নিৰ্বাচনে ধনঞ্জয়ক ভোগৰামৰ মনত ডাঙৰ শত্ৰুত পৰিণত কৰিছে। ধনঞ্জয়ে নিৰ্বাচনত সঞ্জীৱ বৰুৱা নামৰ এজন নিৰ্দলীয় প্ৰাৰ্থীক সমৰ্থন কৰিছিল। ফলত বাসন্তীয়ে ধনঞ্জয়ৰ লগত বিয়াৰ আশা হেৰুৱাই পেলায়।

হোমেন বৰগোহাঞিৰ 'পিতা পুত্ৰ'ৰ (১৯৭৫) পটভূমি হ'ল ম'হঘুলি নামৰ এখন ভিতৰুৱা গাঁও। স্বাধীনতাৰ আগলৈকে এই গাঁৱক আধুনিক সভ্যতাই চুব পৰা নাছিল। বেছিভাগ গাঁওবাসীৰে খেতিৰ মাটি নাছিল আৰু তেওঁলোকে গাঁৱৰে ভাল অৱস্থাৰ মানুহ শিৱনাথ গগৈৰ মাটিত আধিয়াৰ হিচাপে খেতি কৰি পেটে-ভাতে খাই আছিল। শিৱনাথৰ পৰিয়াল গাঁওখনৰ প্ৰাচীন পৰিয়াল আছিল। তদুপৰি তেওঁৰ আছিল শিক্ষা, ভাল আৰ্থিক অৱস্থা আৰু চাৰিত্ৰিক দৃঢ়তা। এইবোৰ কাৰণত তেওঁ মহঘুলি আৰু ওচৰৰ গাঁওবোৰৰ মানুহৰ সন্মানীয় ব্যক্তি আছিল। স্বাধীনতাৰ সময়লৈকে শিৱনাথৰ আৰ্থিক স্বচ্ছলতা, সামাজিক প্ৰতিপত্তি আৰু পৰিয়ালৰ সন্মান অটুট আছিল।

কিন্তু স্বাধীনতাৰ পাছত সমাজলৈ অহা প্ৰবল পৰিৱৰ্তনৰ সোঁতে শিৱনাথৰ প্ৰতিপত্তি আৰু সামাজিক সন্মানলৈ গড়াখহনীয়া আনিলে।

যুৱ প্ৰজন্মই বয়সস্থসকলৰ প্ৰতি সন্মান হেৰুৱাই পেলালে। সমাজে ব্যক্তিৰ ওপৰত অধিকাৰ হেৰুৱাই পেলালে আৰু ব্যক্তিয়ে সকলো সামাজিক ৰীতি-নীতি অৱজ্ঞা কৰিবলৈ ধৰিলে। সমাজলৈ দ্ৰুত গতিত পৰিৱৰ্তন আহিবলৈ ধৰিলে। মাত্ৰ দহ বছৰ আগতে মদ খোৱা কাৰণে দেৱীৰামক এঘৰীয়া কৰা হৈছিল; কিন্তু বৰ্তমান বেছিভাগ ডেকা ল'ৰায়েই লেতেৰা মদাহী। এতিয়া বেছিভাগ যুৱকেই একমাত্ৰ পৈত্ৰিক মাটি ডৰাতেই নিৰ্ভৰশীল নহয়। পিতৃ-মাতৃয়ে এতিয়া ত্যাজ্যপুত্ৰ কৰাৰ ভয় দেখুৱাই নিজৰ ইচ্ছা সিহঁতৰ ওপৰত জাপি দিব নোৱাৰে। যুৱ প্ৰজন্মক সেয়েহে এতিয়া জাত-পাতৰ বাধা অমান্য কৰিবলৈ আৰু অসবৰ্ণ বিবাহ কৰিবলৈ সাহসী কৰি তুলিছে। মাথো কেইবছৰমান আগতে শিৱনাথে তেওঁৰ জ্যেষ্ঠ পুত্ৰ গৌৰীনাথক অসবৰ্ণ বিবাহ কৰা কাৰণে ত্যাজ্যপুত্ৰ কৰিবলগীয়া হৈছিল। কিন্তু যোৱা কেইবছৰমানতে চাৰিখনকৈ অসবৰ্ণ বিবাহ গাঁওখনত হৈছে আৰু গাঁওবাসীয়ে সেই বিবাহ সহজভাৱে লৈছে। ইয়াৰ কাৰণ এয়ে যে নগৰীকৰণৰ যি প্ৰক্ৰিয়া আৰম্ভ হৈছে সেই প্ৰক্ৰিয়াই বাহিৰৰ পৰা বহুত মানুহ ম'হঘুলিলৈ আনিছে, এই মানুহবিলাকে ম'হঘুলিত স্থায়ীভাৱে বসবাস কৰিবলৈ লৈছে আৰু ফলত কেইবছৰমানৰ ভিতৰতে ম'হঘুলিত এক কচম'পলিটান সমাজ গঢ় লৈ উঠিছে। ৰক্ষণশীল সমাজে এঘৰীয়া কৰা লোকে এতিয়া নতুন সমাজ এখন পাইছে। সেয়েহে নতুন প্ৰজন্ম আৰু পুৰণি প্ৰজন্মৰ মাজত এক ডাঙৰ ব্যৱধান আহি পৰিছে।

দেৱেন্দ্ৰনাথ আচাৰ্যৰ 'অন্য যুগ অন্যপুৰুষ'ত (১৯৭০) আমি অসমৰ প্ৰাচীন পৰম্পৰাগত গাঁৱৰ সমাজৰ এক ছবি পাওঁ। গাঁৱৰ এনে সমাজ দ্ৰুতভাৱে লোপ পাই আহিছে আৰু অতীত হৈ পৰিছে। পৃথক, স্বকীয় বৈশিষ্ট্যপূৰ্ণ সংস্কৃতি, স্বকীয় জীৱন যাত্ৰাৰ প্ৰণালী, স্বকীয় ঐতিহ্য-পৰম্পৰা, স্বকীয় ৰীতি-নীতি, ভাব-চিন্তাত আৰু সামাজিক ব্যৱহাৰত সৰলতা এই সকলোবিলাক নগৰীকৰণৰ প্ৰক্ৰিয়াই ধ্বংস কৰি পেলাইছে। আমি ইচ্ছা কৰিলেও সেই দিনবিলাক ঘূৰাই পাব নোৱাৰো। সেই দিনবিলাক চিৰদিনৰ কাৰণে হেৰাই গৈছে।

গাঁৱৰ সমাজত যদিও দাৰিদ্ৰ্য, কাজিয়া, সৰু-সুৰা চুৰি আদি আছিল, এইবিলাকে গাঁৱৰ একতা ধ্বংস কৰিব নোৱাৰিছিল। দুৰ্ভাগ্য আৰু বিপদত পৰা মানুহৰ কাৰণে সহানুভূতিৰ অভাৱ নাছিল। গাঁওবাসীৰ বেছিভাগেই যদিও অভাৱ-অনাটনৰ মাজত বাস কৰিছিল, কোনো মতে পেটে-ভাতে খাই আছিল, তথাপিও গাঁৱত পৰস্পৰে পৰস্পৰক সহায় কৰিছিল, দুখত সহানুভূতি প্ৰকাশ কৰিছিল আৰু কোনো মানুহেই লঘোণে থাকিবলগীয়া নহৈছিল। বেছিভাগ বিবাদেই গাঁৱৰ মেলত মীমাংসা কৰা হৈছিল। ১৯১১ ৰ লোকপিয়লৰ চুপাৰিন্‌টেণ্ডেণ্ট জে, মেক্ সুইনিৰ প্ৰতিবেদনত উপন্যাসত চিত্ৰিত গাঁও মেলৰ এক হুবহু বৰ্ণনা পোৱা যায়। সত্ৰীয়া গোসাঁইসকলৰ গাঁওবাসীৰ ওপৰত থকা প্ৰভাৱৰ কথাও এই বৰ্ণনাত হুবহু চিত্ৰিত হৈছে।

উপন্যাসখনত আমি হিন্দু-মুছলমান একেলগে মিলাপ্ৰীতিৰে বাস কৰা এখন গাঁৱৰ ছবি পাওঁ। উপন্যাসৰ চৰিত্ৰ ফুলু এটা মুছলমান দৰ্জী। সি বামুণপুখুৰী চাহ বাগিচাত আছিল। ঘৈণীয়েক আৰু একমাত্ৰ সন্তানৰ মৃত্যুৰ পাছত সি বামুণপুখুৰীত থাকিব নুখুজিলে। বামুণপুখুৰী চাহ বাগিচাত চাকৰি কৰা নবীন বৰঠাকুৰে গৰখীয়া দ'লত দুপুৰা মাটি দি ফুলুক তাত বহিবলৈ দিয়ে। সেই সময়ত অসমীয়া মানুহ দৰ্জী প্ৰায় নাছিলেই। অসমৰ প্ৰায় বিলাক দৰ্জীয়েই মুছলমান আছিল। ফুলুৱে গৰখীয়া দ'লত নিজৰ ব্যৱসায় আৰম্ভ কৰে। অমায়িক ব্যৱহাৰ আৰু পৰোপকাৰী গুণৰ কাৰণে সি সকলোৰে প্ৰিয় হৈ পৰে। গৰখীয়া দ'লৰ মানুহবিলাকে ফুলুক আকৌ বিয়া কৰিবলৈ ধৰে। ৰজাহাউলিৰ জমীৰৰ জীয়েকৰ লগত ফুলুৰ বিয়াৰ বন্দবস্ত কৰে। যোৰহাট নগৰৰ সমীপৰ ৰজাহাউলিত জগন্নাথ বৰুৱা পথৰ দুয়ো দাঁতিয়ে কেইবাটাও অসমীয়া মুছলমান পৰিয়াল আছে। এই পৰিয়ালবিলাকৰ ল'ৰা-ছোৱালীয়ে বালিগাঁও আৰ্যবিদ্যাপীঠত সংস্কৃত পঢ়ে। হিন্দুসকলৰ লগত একেলগে তেওঁলোকে বিহু পাতে। (এই সম্পৰ্কত হলিৰাম ঢেকীয়াল ফুকনৰ '*অসম বুৰঞ্জী*' পৃঃ ৯০ দ্ৰষ্টব্য)। ১৮২৯ তে হলিৰাম ঢেকিয়াল ফুকনে লেখিছিল যে অসমৰ মুছলমানসকলৰ ওপৰত হিন্দু সংস্কৃতিৰ প্ৰভাৱ বহু পৰিমাণে পৰিছিল। তেওঁলোকে হিন্দুৰ আচাৰ-নীতি গ্ৰহণ কৰিছিল আৰু আনকি বিষহৰি, শুভচণ্ডী আদি পূজা কৰিছিল।

গৰখীয়া দ'লৰ মানুহে ফুলুক তাৰ ঘৰ সজাতো সহায় কৰি দিয়ে। এদিন

ফুলুৰ ঘৰত চুৰি হয়। চোৰে আন বস্তু একো নিনিয়ে, মাথো অলপমান চাউল নিয়ে। তদুপৰি চোৰে চৰুত থকা ভাত খায়। ফুলুৱে গাঁওবুঢ়াক চুৰিৰ ঘটনা জনায়। গাঁওবুঢ়াই ফুলুক পুলিচত এজাহাৰ নিদিবলৈ কয়, কিয়নো চোৰটো জৰুল গাঁৱৰে মানুহ। ফুলুৱে কাৰো ওপৰত সন্দেহ কৰিব নোখোজে বুলি আৰু মেল বহুৱাৰ আৱশ্যকো নাই বুলি গাঁওবুঢ়াক কয়। কিন্তু গাঁওবুঢ়াই এনেকুৱা অসামাজিক কাম প্ৰশ্ৰয় দিয়া উচিত নহয় বুলি অনতিপলমে মেল বহুৱায়। গাঁওবুঢ়াই কলিয়া নামৰ এটা এলেহুৱা ডেকাক সন্দেহ কৰি মেললৈ মাতি পঠায়। গোসাঁয়ে মেলত প্ৰধান মেলুৱৈ হিচাপে অধ্যক্ষতা কৰে আৰু কলিয়াই হিন্দু হৈ মুছলমানৰ চৰুত খোৱা অপৰাধ চুৰি কৰা অপৰাধতকৈও গুৰুতৰ অপৰাধ বুলি বিবেচনা কৰে। গোসাঁয়ে অপৰাধৰ শাস্তি হিচাপে প্ৰায়শ্চিত্তৰ ৰায় দিয়ে। কিন্তু কলিয়া যিহেতু দাল দৰিদ্ৰ আৰু তাৰ প্ৰায়শ্চিত্ত কৰাৰ শক্তি নাই, গোসাঁয়ে সেয়েহে তাক প্ৰায়শ্চিত্তৰ খৰচৰ বাবদ নিজৰ পৰাই টকা পাঁচটা দিয়ে। গোসাঁয়ে আৰু কয় যে কলিয়াৰ নিচিনা যোত্ৰহীন এটা চোৰ কেৱল প্ৰায়শ্চিত্তৰ দ্বাৰা শুদ্ধ পথলৈ আনিব নোৱাৰি। সমাজে তাক জীৱিকাৰ এটা উপায় দিব লাগিব। ফুলুৱে মেলুৱৈ ৰাইজক সেৱা কৰি কলিয়াক দৰ্জীৰ কাম শিকোৱাৰ অনুমতি লয়। গোসাঁয়ে মেলুৱৈ ৰাইজৰ হৈ ফুলুক অতি সন্তোষ মনেৰে অনুমতি দিয়ে।

মহম্মদ পিয়াৰৰ 'সংগ্ৰাম' (১৯৪৯) আৰু 'হেৰোৱা স্বৰ্গ' (১৯৫২) হিন্দু-মুছলমান একতাৰ ওপৰত ৰচিত উপন্যাস। 'সংগ্ৰাম'ৰ কাহিনী ৰফিক নামৰ এটা দৰিদ্ৰ মুছলমান যুৱকক কেন্দ্ৰ কৰি গঢ় লৈ উঠিছে। ৰফিকে সামাজিক অন্যায় আৰু সামাজিক বৈষম্যৰ বিৰুদ্ধে যুঁজ দিবলগীয়া হৈছে। সি খান বাহাদুৰৰ প্ৰাসাদোপম ঘৰৰ দাঁতিত এটা জুপুৰিত বাস কৰে। মাকৰ মৃত্যুত অন্তিম সংস্কাৰ কৰিবলৈ টকাৰ অভাৱত সি খান বাহাদুৰক পৈতৃক মাটি বেচি পেলায়। এটা হিন্দু পৰিয়ালত ঘৰুৱা শিক্ষকতা কৰি সি জীৱিকা উলিয়ায়। সৰুৰে পৰা অকলশৰীয়া হোৱা কাৰণে ৰফিক স্বাভাৱিকতে আৱেগিক আৰু ভাবপ্ৰৱণ হৈ পৰে। হিন্দু পৰিয়ালটোৰ মৰম-স্নেহৰ সংস্পৰ্শলৈ আহি তাৰ জীৱনলৈ নতুন আশা আহে। তাৰ ছাত্ৰী অঞ্জলি আৰু অঞ্জলিৰ বায়েক অনিমাই তাক সহোদৰ ভ্ৰাতৃৰ দৰে ভাবে। এনেকুৱা মৰম-স্নেহৰ প্ৰভাৱত ৰফিক মৰমিয়াল আৰু পৰোপকাৰী হৈ পৰে।

অনিমাক দেউতাকে বিয়া দি উলিয়াই দিয়ে; কিন্তু তাই সোনকালে বিধবা হৈ পিতৃ গৃহলৈ ঘূৰি আহে। ৰফিকে অনিমাক পঢ়া-শুনাত ব্যস্ত থাকি তাইৰ দুখ পাহৰি থাকিবলৈ উপদেশ দিয়ে। সি তাৰ বন্ধু জীৱনক অনিমাক বিয়া কৰাবলৈ ৰাজি কৰোৱাৰ যত্ন কৰে।

ঔপন্যাসিক মহম্মদ পিয়াৰে তেওঁৰ দুয়োখন উপন্যাসৰ যোগেদি সমাজলৈ সাম্প্রদায়িক মিলাপ্রীতি অনাৰ সচেতনভাৱে যত্ন কৰিছে। উপন্যাস দুখন ৰচনাৰ কালত সমগ্র দেশ জুৰি হিন্দু-মুছলমানৰ সম্পর্কত এটা উত্তেজনা বিৰাজ কৰিছিল। সেই সময়ৰ পূব পাকিস্তানৰ পৰা অসমলৈ মুছলমান লোকৰ সোঁত বৈছিল আৰু ফলত দুয়ো সম্প্রদায়ৰ মাজত অবিশ্বাস আৰু সন্দেহৰ ভাব সোমাইছিল। ঔপন্যাসিকে এটা মুছলমান যুৱকৰ এটা হিন্দু পৰিয়ালৰ লগত একান্ত আত্মীয়তা দেখুৱাই পৰম্পৰাগত হিন্দু-মুছলমানৰ সু-সম্পর্কৰ বিষয়ে পঢ়ুৱৈৰ মনোযোগ আকর্ষণ কৰিছে।

ঔপন্যাসিকে দুয়ো সম্প্রদায়ৰ সামাজিক আচাৰ-নীতি সমালোচনাত্মক দৃষ্টিৰে পৰীক্ষা কৰিছে। তেওঁ হিন্দুৰ বিধবা প্রথাৰ চোকা সমালোচনা কৰিছে। হিন্দুৰ সামাজিক নীতিয়ে এজনী কম বয়সৰ ছোৱালীকো গোটেই জীৱন বিধবা হৈ কটাবলৈ বাধ্য কৰে। একেদৰে মুছলমানৰ টালাক প্রথাৰো ঔপন্যাসিকে চোকা সমালোচনা কৰিছে। মুছলমান আইনে উপায়হীন অৱস্থাত যেতিয়া এগৰাকী মহিলাই বৈবাহিক বিশ্বস্ততা হেৰুৱাই পেলায় তেতিয়াহে টালাক দিয়াৰ ব্যৱস্থা কৰিছিল। কিন্তু বর্তমান মন গ'লেই টালাক দিব পৰা হ'ল। দুখীয়া পৰিয়ালৰ ছোৱালীবিলাককহে সাধাৰণতে টালাক দিয়ে, ধনী পৰিয়ালৰ ছোৱালীক নহয়। যেতিয়া জীৱনে হিন্দু আইনতো বিবাহ বিচ্ছেদৰ সোনকালে ব্যৱস্থা হোৱাৰ কথা কৈছে, তেতিয়া ৰফিকে এনে ব্যৱস্থাই সমাজৰ ক্ষতি সাধন কৰিব বুলি কৈছে। (১৯৫৫ ৰ হিন্দু বিবাহ আইনৰ ১০ আৰু ১৩ দফাত বিবাহ বিচ্ছেদ অন্তর্ভুক্ত কৰা হৈছে)। এতিয়া কাজিয়া-পেচাল হ'লে বা কিবা মত বিৰোধ হ'লে স্বামী-স্ত্রীয়ে আকৌ সমিলমিলেৰে বিবাহিত জীৱনত খাপ খাবলৈ যত্ন কৰে। কিন্তু বিবাহ-বিচ্ছেদৰ ব্যৱস্থা হ'লে সাধাৰণ কথাতেই বিবাহ-বিচ্ছেদ হ'ব। ৰফিকে ভাবে যে মুছলমান ছোৱালীবিলাকক শিক্ষা নিদিয়াৰ কাৰণে সিহঁত আর্থিকভাৱে সদায় পৰনির্ভৰশীল। ফলত বিবাহ বিচ্ছেদৰ পাছত সমাজে সিহঁতক এটা

যৌননৈতিকতাহীন জীৱন যাপন কৰিবলৈ বাধ্য কৰে।

আব্দুল মালিকে তেওঁৰ 'অন্য আকাশ অন্য তৰা'ত (১৯৬২) এই একেটা সমস্যাকে ভিন্ন পটভূমিত উপস্থাপন কৰিছে।

নিলীমা দত্তৰ 'আকাশবন্তি'ত (১৯৬৭) আমি উদাৰ মানৱতা আৰু ঠেক মনৰ সাম্প্ৰদায়িকতাৰ মাজত দ্বন্দ্ব দেখিবলৈ পাওঁ। উপন্যাসৰ কাহিনী অতি কম বয়সতে পিতৃ-মাতৃক হেৰুওৱা এজনী ছোৱালীক কেন্দ্ৰ কৰি গঢ় লৈ উঠিছে। ১৯৪৬ ত কলিকতাত সাম্প্ৰদায়িক সংঘৰ্ষত ছোৱালীজনীৰ দেউতাক কুতুবুদ্দিনৰ মৃত্যু হয়। বিভূতি বৰুৱা আৰু তেওঁৰ পত্নী কুসুমে ছোৱালীজনী ডাঙৰ-দীঘল কৰে। বিভূতি বৰুৱা এজন বিদ্ৰোহী আছিল আৰু কলিকতাত ছদ্মবেশত বাস কৰিছিল। পুলিচৰ হাতত ধৰা পৰা আৰু গ্ৰেপ্তাৰ হোৱাৰ আশংকা কৰি বিভূতি বৰুৱাই তেওঁৰ তোলনীয়া ছোৱালী আকাশবন্তিক অসমলৈ লৈ গৈ তাত পঢ়াবলৈ ককায়েকলৈ চিঠি লিখে। সেইমতে ককায়েক ৰত্ন বৰুৱাই আকাশবন্তিক অসমলৈ লৈ আহে। ৰত্ন বৰুৱাৰ ঘৰত তাই যেনেদৰে আদৰ চেনেহ পাব লাগিছিল তেনেদৰে নাপায়। যাহওক স্কুলীয়া শিক্ষা শেষ কৰাৰ পাছত তাই কটন কলেজত নাম লগায়। তাতে তাইৰ কলেজৰ শিক্ষক অজিত শইকীয়াৰ লগত ঘনিষ্ঠ সম্পৰ্ক গঢ় লৈ উঠে। হোষ্টেল চুপাৰিন্টেণ্ডেণ্ট অলকা বৰুৱাৰ যোগেদি তাই আৰু তাইৰ আচল ককাক গিয়াচুদ্দিনে পৰস্পৰে পৰস্পৰক চিনি পায়। অলকা বৰুৱা আৰু আকাশবন্তিৰ মাক শান্তি শৈশৱত খেলৰ লগৰী আছিল। তেওঁলোকে গিয়াচুদ্দিনৰ বাগিচাত খেলিছিল আৰু গিয়াচুদ্দিনলৈ বৰ ভয় কৰিছিল। গিয়াচুদ্দিন গোৱালপাৰাৰ বৰ ধনী আৰু প্ৰতাপী মানুহ আছিল। তেওঁৰ একমাত্ৰ পুত্ৰ কুতুবুদ্দিনে হিন্দু ছোৱালী শান্তিক বিয়া কৰায় আৰু ৰক্ষণশীল বাপেকৰ ভয়ত কলিকতালৈ পলাই যায়। কলিকতাৰ সাম্প্ৰদায়িক সংঘৰ্ষত কুতুবুদ্দিনৰ মৃত্যুৱে গিয়াচুদ্দিনৰ মনলৈ পৰিৱৰ্তন আনে। তেওঁ এতিয়া মানুহক মানুহ হিচাপে চাব পাৰে, হিন্দু-মুছলমান হিচাপে নহয়। অজিত শইকীয়াই আকাশবন্তিৰ জন্মৰ ৰহস্য জানিব পাৰি প্ৰথমে তাইক বিয়া কৰাবলৈ ইতস্ততঃ কৰে; কিন্তু শেষত তেওঁৰ উদাৰ মানৱীয় অনুভূতিৰ ওচৰত সাম্প্ৰদায়িক চিন্তা-অনুভূতিয়ে হাৰ মানে।

হিতেশ ডেকাৰ 'মাটি কাৰ'ত (১৯৫৮) অনাঅসমীয়া একাংশ শিক্ষিত মানুহে

অসমীয়া মানুহক নিজৰ ৰাজ্যতে সংখ্যালঘু কৰাৰ ষড়যন্ত্ৰ, অসমীয়া মাটিৰ গৰাকীৰ জাতিদ্ৰোহী কাম আৰু সমসাময়িক সাম্প্ৰদায়িক সমস্যা চিত্ৰিত হৈছে। ঔপন্যাসিকে অসমৰ বিভিন্ন সাম্প্ৰদায়িক গোটৰ মাজত একতাৰ ওপৰত জোৰ দিছে। পমুৱা মুছলমান, বড়ো আৰু চাওতালসকলে মিলি এখন সমবায় কৃষিপাম আৰু এখন স্কুল খোলা ঔপন্যাসিকে দেখুৱাইছে।

আশীৰ দশকৰ প্ৰথম ভাগত অসমত বিদেশী নাগৰিক বিতাৰণৰ কাৰণে যি ছবছৰীয়া অসম আন্দোলন হৈছিল তাৰ পটভূমিতো কেইখনমান অসমীয়া উপন্যাস ৰচিত হৈছে। এই বিলাকৰ ভিতৰত উল্লেখযোগ্য হ'ল ৰীতা চৌধুৰীৰ 'অবিৰত যাত্ৰা' (১৯৮১), লক্ষ্মীনন্দন বৰাৰ 'আকৌ শৰাইঘাট' (১৯৮১) আৰু দিপালী ভট্টাচাৰ্যৰ 'মাতৃ' (১৯৮৩)। এই উপন্যাসবিলাকত ঔপন্যাসিকে সমস্যাৰ গভীৰতালৈ সোমাই এটা বিষয়নিষ্ঠ বিশ্লেষণ আগবঢ়াব পৰা নাই। উপন্যাসকেইখন আন্দোলন চলি থকা সময়তে ৰচিত হোৱা কাৰণে সমস্যাটো সম্পূৰ্ণ আবেগবিহীন হিচাপে চোৱা ঔপন্যাসিকসকলৰ কাৰণে সহজ নাছিল। শান্তিপূৰ্ণভাৱে আন্দোলন কৰা জনতাৰ ওপৰত পুলিচ আৰু প্ৰশাসনৰ অত্যাচাৰ-আতিশয্যৰ বৰ্ণনা উপন্যাসকেইখনত পোৱা যায়। চৈয়দ আব্দুল মালিকৰ 'ৰূপাবৰিৰ পলশ'ৰ (১৯৮০) বিষয়বস্তু হ'ল পূব বঙ্গ বা এসময়ৰ পূব পাকিস্তানৰ (বৰ্তমান বাংলাদেশ) পৰা খেতিৰ মাটিৰ হেঁপাহত প্ৰব্ৰজন কৰা লাখ লাখ কৃষকৰ সমস্যা। উপন্যাসত বৰ্ণিত সময় হ'ল ১৯৩৬ ৰ পৰা ১৯৬৫ লৈ। ঔপন্যাসিকে প্ৰব্ৰজনৰ সমস্যাটো বহল মানবীয় পটভূমিত চাবলৈ সক্ষম হৈছে আৰু সমস্যাটোৰ সামাজিক, ৰাজনৈতিক, অৰ্থনৈতিক তাৎপৰ্যৰ বিষয়নিষ্ঠ বিশ্লেষণ আগবঢ়াইছে।

স্বাধীনোত্তৰ কালছোৱাত অসমীয়া তথা ভাৰতীয় সমাজ দুৰ্নীতিৰ দুৰ্গন্ধময় পঙ্কিলতাত কেনেকৈ পতিত হৈছে সেই কথা সকলোৱে উপলব্ধি কৰিছে। কি ৰাজনৈতিক, কি সামাজিক, সকলো দিশতে দুৰ্নীতিৰ কদৰ্য, কদাকাৰ ৰূপ পৰিলক্ষিত হৈছে । ৰাস্তা-ঘাট আদিৰ উন্নতি, অৰ্থনৈতিক পৰিকল্পনা, নিৰ্বাচনীৰাজনীতি আদি সামাজিক তথা অৰ্থনৈতিক বিবৰ্তনৰ ফলস্বৰূপে সমাজত কিছুমান ৰঘুমলা সদৃশ নেতাৰ সৃষ্টি হ'ল। বহুতো অসমীয়া উপন্যাসতদুৰ্নীতি, সমাজৰ অৱক্ষয় আৰু ক্ষয়িষ্ণু

মূল্যবোধৰ প্ৰতিফলন দেখিবলৈ পোৱা যায়। সেয়েহে স্বাধীনোত্তৰ কালছোৱাৰ বেছিভাগ ঔপন্যাসিকৰ উপন্যাসত আমি শুনিবলৈ পাও এটা আশাভঙ্গৰ সুৰ। স্বাধীনতা লাভৰ মুহূৰ্তত তেওঁলোকৰ মনত অঙ্কিত হৈছিল এখন নতুন ভাৰতবৰ্ষৰ ছবি, য'ত নাথাকিব দাৰিদ্ৰ্যৰ কৰাল ৰূপ, অৰ্থনৈতিক অসাম্য আৰু দুৰ্নীতি। কিন্তু তেওঁলোকৰ মোহ অতি শীঘ্ৰেই ভঙ্গ হ'ল।

আব্দুল মালিকৰ 'ত্ৰিশূল'ত (১৯৬৮) প্ৰধান চৰিত্ৰ আদৰ্শবাদী ডেকা মৃণাল ৰাজনৈতিক নেতাৰ দুৰ্নীতি আৰু স্বাৰ্থপৰতাত হতাশাগ্ৰস্ত হৈ পৰিছে। মৃণালে আশা কৰিছিল যে স্বাধীনতাই নতুন যুগৰ সূচনা কৰিব, য'ত প্ৰাচুৰ্যৰ উপৰিও থাকিব অৰ্থনৈতিক আৰু সামাজিক ন্যায়। স্বাধীন ভাৰত নতুন ভাৰত হিচাপে গঢ়ি উঠিব। দাৰিদ্ৰ্য আৰু অজ্ঞতাত পোত খাই থকা এখন প্ৰাচীন দেশ আজিৰ যুগৰ পোহৰত নতুন হৈ গঢ়ি উঠিব। ভাৰতৰ মাটিত নতুন মৰ্যাদা প্ৰতিষ্ঠিত হ'ব। মৃণালৰ তেওঁৰ দদায়েক প্ৰবীৰ চৌধুৰীৰ ওপৰত গভীৰ আস্থা। প্ৰবীৰ চৌধুৰীয়ে দেশৰ স্বাধীনতাৰ হকে নিস্বাৰ্থভাৱে দেহে কেহে খাটিছিল, যথেষ্ট ত্যাগ আৰু কষ্ট স্বীকাৰ কৰিছিল। তেওঁৰ সাংগঠনিক পাৰদৰ্শিতাও আছিল অপৰিসীম। কিন্তু স্বাধীনতাৰ পাছত মন্ত্ৰী হিচাপে ক্ষমতালৈ অহাৰ লগে লগে প্ৰবীৰ চৌধুৰীয়ে তেওঁৰ কেৰাণী জোৱায়েকক ডাঙৰ বিষয়াৰ পদবী দিলে আৰু ভতিজাকহঁতক বিদেশলৈ পঠালে। মৃণালে অতি দুখেৰে দেখিবলৈ পালে যে যিবিলাক লোকে এসময়ত দেশৰ স্বাধীনতাৰ হকে নিস্বাৰ্থভাৱে লাগিছিল সেইবিলাক লোকেই স্বাধীনতাৰ পাছত জঘন্য, নিৰ্লজ্জ, সুবিধাবাদী, ভ্ৰষ্ট ৰাজনৈতিক নেতাত পৰিৱৰ্তিত হ'ল।

যোগেশ দাসৰ "উৎকণ্ঠ উপকণ্ঠ"তো(১৯৭০) আমি একেই হতাশাৰ সুৰ শুনিবলৈ পাওঁ। বৰ্তমানৰ প্ৰৌঢ় মনোৰঞ্জন কাকতী ডেকা বয়সত আছিল এজন বিপ্লৱী। তেওঁ এখন নতুন বৰ্ণহীন, জাতিহীন, শ্ৰেণীহীন সমাজ গঢ়াৰ স্বপ্ন দেখিছিল। কিন্তু স্বাধীনতাৰ পাছত তেওঁ উপলব্ধি কৰিছে যে তেওঁৰ গোটেই জীৱনটোৱেই এটা বিৰাট পণ্ডশ্ৰম হ'ল। চাৰিওফালে তেওঁ কেৱল নৈতিক অধঃপতনকে দেখিবলৈ ধৰিলে। তেওঁৰ এসময়ৰ সহকৰ্মী বন্ধু ৰাভাক তেওঁ কয় যে নগৰে চহৰে যিমানবোৰ ডাঙৰ কাম হৈছে তাৰ এটায়ো সাধাৰণ মানুহক চুবগৈ পৰা নাই । মানুহৰ যি অৱস্থা আছিল

সেয়ে থাকিল, বা তাতকৈ বেয়াহে হৈছে।

ভূপেন শৰ্মাৰ "উড্ডীন উত্তৰীয়"ত (১৯৭৫) জগদবন্ধু দত্ত এজন সৎ নিস্বাৰ্থ স্বাধীনতা যুঁজাৰু। তেওঁ স্বাধীনতাৰ পৰা বহুত আশা কৰিছিল। কিন্তু স্বাধীনতাৰ পাছত তেওঁৰ সকলো ধ্যান ধাৰণাই ধূলিসাৎ হৈ যাব ধৰিছে। তেওঁ যি সপোন দেখিছিল সি সামান্যভাৱেও নফলিয়ালে যেন লাগিছে। তেওঁৰ অন্তৰ নৈৰাশ্যৰে ভৰি পৰিছে। তেওঁ দেখিবলৈ পাইছে যে মানুহবোৰ ভীষণ বদলি গৈছে। মানুহক টকাৰে জোখা মনোবৃত্তিত তেওঁ আহত হৈছে। ভাল মানুহ নোহোৱা হৈ গৈছে। স্বাধীনতাৰ মূল্য কি কোনেও নুবুজা হৈছে। ক'লা বজাৰত মানুহে টকা আৰ্জিছে, মাটি-বাৰী, ঘৰ-সম্পত্তি কৰিছে। টকাৰ নিচাত মানুহে ন্যায়-অন্যায়ৰ জ্ঞান পাহৰি গৈছে। বুদ্ধিজীৱীসকলে শাসক শক্তিৰ বহতীয়া হৈ বুদ্ধি-বৃত্তিৰ বেশ্যালি কৰিছে। স্বাধীন চিন্তা কৰা সাহস তেওঁলোকে হেৰুৱাই পেলাইছে। জগদবন্ধু দত্তই ভাবে যে স্বাধীন চিন্তা নথকা মানেই বুদ্ধিজীৱীৰ মৃত্যু।

পদ্ম বৰকটকীৰ "জীৱন অৰণী"ত (১৯৬৯) আমি দেখিবলৈ পাওঁ কেনেকৈ সুবিধাবাদী ৰাজনৈতিক নেতাই দাৰিদ্ৰ্যগ্ৰস্ত জনসাধাৰণৰ অজ্ঞতা, সৰলতা আৰু সহজ বিশ্বাসপ্ৰৱণতাৰ সুবিধা লৈ তেওঁলোকক শোষণ কৰে।

হোমেন বৰগোহাঞিয়ে "কুশীলৱ"ত (১৯৭০) ভ্ৰষ্ট নীচ দলীয় ৰাজনীতিৰ নিৰ্মম চল-চাতুৰ্য আৰু ৰাজনৈতিক চক্ৰান্ত উদঙাই দেখুৱাইছে।

লক্ষীনন্দন বৰাৰ "বলুকাত বিজুলী"ত (১৯৬৯) নাৰীদেহ লোভী ৰাজনৈতিক নেতাৰ আৰু চৰকাৰী বিষয়াৰ নীচতা, শঠতা আৰু নিৰ্মমতা দেখিবলৈ পাওঁ। প্ৰধান চৰিত্ৰ নকুল কাকতীয়ে কয়, "এসময়ত যিটো মানুহে যুদ্ধৰ সময়ত পাহাৰী ছোৱালী চালান অহা দেখি হৰি হৰি মানিছিল এতিয়া নিজৰ গাঁৱৰ ছোৱালীৰ দালাল হৈ পৰিছে। তদুপৰি কেৱল মিলিটেৰীয়েইতো গ্ৰাহক নহয়। আজিকালিতো লুট্‌চা মানুহৰ অভাৱ নাই। দেশৰ একো ভাল হোৱা নাই। কেৱল নতুন নতুন চাকৰি ওলাইছে, কিছুমান মানুহ হঠাৎ ধনী হৈছে। সিফালেতো বেপাৰী আৰু পাবত গজা নেতা সোপা আছেই। ইহঁত চব চণ্ডাল, লুট্‌চা, নিষ্ঠুৰ পাপী"। ঔপন্যাসিকৰ হতাশা এই উপন্যাসত স্পষ্টভাৱে ফুটি উঠিছে তলৰ কথাখিনিত —"দেশত হাঁহাকাৰ। খাদ্যাভাৱৰ, ক্ষুধাৰ, আকালৰ

আৰু দাৰিদ্ৰ্যৰ হাঁহাঁকাৰ। এফালে একশ্ৰেণীৰ প্ৰাচুৰ্য আৰু আনফালে অগণন লোকৰ নিষ্পেষণ দেখি যি কোনো যুক্তিবাদী মানুহেই ভাবিবলৈ বাধ্য হ'ব যে ভাৰতৰ পৰাধীনতা আৰম্ভ হৈছে ১৯৪৭ ৰ ১৫ আগষ্টৰ পৰাহে।”

বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য ৰ প্ৰথম উপন্যাস'ৰাজপথে ৰিঙিয়ায়'ত (১৯৫৫) দেশৰ স্বাধীনতাই সাধাৰণ মানুহক একো দিব পৰা নাই আৰু এই স্বাধীনতা ভুৱা স্বাধীনতা এই ভাব প্ৰকাশ পাইছে। উপন্যাসৰ কাহিনী এটা বিদ্ৰোহী যুৱক মোহনৰ এদিনৰ কাৰ্যাৱলীক লৈ গঢ় লৈ উঠিছে। দিনটো হ'ল ১৯৪৮ ৰ ১৫ আগষ্ট; প্ৰথম স্বাধীনতা বাৰ্ষিকী। মোহনে তাৰ সকলো উদ্যম, চিন্তা আৰু কাৰ্য এখন প্ৰকৃত স্বাধীন সমাজতান্ত্ৰিক ৰাষ্ট্ৰ গঠনত উৎসৰ্গিত কৰে। এই সমাজত কোনো অৰ্থনৈতিক বৈষম্য আৰু নিষ্পেষণ নাথাকিব। ৰাজপথলৈ ওলাই আহি অগণন শ্ৰমিকৰ লগত এক হৈ যোৱাৰ আহ্বান মোহনৰ কাৰণে আটাইতকৈ শক্তিশালী আহ্বান।

মোহনে এখন প্ৰচাৰ পত্ৰ প্ৰকাশ কৰে, সেই পত্ৰত মোহনে লিখে যে জনসাধাৰণে যদি স্বাধীনতা পালে তেন্তে তেওঁলোকৰ শাসন ক'ত ? কৃষকৰ কৃষিভূমিৰ ওপৰত অধিকাৰ ক'ত। শ্ৰমিকৰ অধিকাৰৰ স্বীকৃতি ক'ত ? এই স্বাধীনতা সকলোৰে কাৰণে নহয়, মাথোঁ এমুঠি মানুহৰ কাৰণেহে। এই স্বাধীনতা আমাৰ সাধাৰণ মানুহৰ নহয়, ধনী মিলৰ মালিক, ক'লা বেপাৰী আৰু মাটিৰ গৰাকী আঢ্যৱন্ত সকলৰ কাৰণেহে এই স্বাধীনতা। আমাক এই ভুৱা স্বাধীনতা নালাগে, আমাক লাগে সঁচা স্বাধীনতা। মোহনৰ স্বাধীনতাৰ বিষয়ে এই ভাব সেই সময়ৰ কমিউনিষ্টসকলৰ ভাবৰ অনুৰণন।

লক্ষীনন্দন বৰাৰ “ছাঁ জুইৰ পোহৰত” আন এখন উপন্যাস য'ত আমি ৰাজনীতি আৰু প্ৰশাসনত দুৰ্নীতি দেখিবলৈ পাওঁ। মুৰুলী বৰা নামৰ এজন আদৰ্শবাদী মেধাবী ডেকা সোণবৰিয়াল গাঁৱৰ উচ্চ ইংৰাজী স্কুলখনত শিক্ষকতা কৰিবলৈ আহে, তেওঁ অন্য চাকৰি লৈ গাঁৱৰ পৰা আঁতৰি যাব নিবিচাৰে। যিহেতু তেওঁৰ নিজৰ গাঁও আৰু ওচৰচুবুৰীয়া গাঁওবিলাকৰ মানুহবিলাকে সততে তেওঁৰ পৰামৰ্শ বিচাৰি আহে। তেওঁ সেই গতিকে তেওঁলোকৰ মাজত থাকিবলৈ বিচাৰে। তেওঁৰ নিজৰ গাঁও দেওৱাৰ পৰা আহি মানুহবোৰে তেওঁক জনাইছি যে দেওৱা বিলখন চৰকাৰে ডাক কৰিব খুজিছে। ৰাইজৰ মাজত গণ্ডগোল লাগিছে। কেইটামানক এৰেষ্ট কৰিলে। মুৰুলীৰ

বৰ খং উঠে। এই মানুহবোৰে জীৱনত পালে কি?— দাৰিদ্ৰ্য অৱহেলা, কষ্ট, বেমাৰ-আজাৰ। কেৱল দুৰ্গতি। কাষতে বিলখন আছিল। তাতে মাছ মাৰি এসাজ মাছে-পুঠিয়ে তেওঁ খাব পাৰিছিল। কিন্তু এতিয়া সেইকণ সুবিধাৰ পৰাও সিহঁতক বঞ্চিত কৰিব খুজিছে। চৰকাৰক ৰাজহ লাগে; সঁচা কথা। কিন্তু ৰাজহ উলিওৱাৰ আৰু বহুত বুদ্ধি আছে। কেৱল দুখীয়াৰ ওপৰত কৰ-কাটল লগাই নহয়। আয়কৰবোৰ ভালকৈ তুলিলেই হ'ল। কিন্তু ধনীবিলাকে আয়কৰ সহজে ফাঁকি দিব পাৰে। দুখীয়া মানুহবিলাকে চৰকাৰক খাজনা, কৰ-কাটল হিচাপে যিমানখিনি টকা দিয়ে, সিমানখিনি টকাৰ আধাও জানো কাম পাইছে! উন্নয়নশীল ৰাষ্ট্ৰত উন্নয়নৰ কামত চৰকাৰে বহু টকা খৰচ কৰে। কিন্তু উন্নয়নৰ ফল ভোগ কৰে মুষ্টিমেয় কিছু লোকে। ৰাইজৰ কৰ-কাটলৰ বিনিময়ত কিছু সংখ্যক চাকৰিয়াল, ঠিকাদাৰ, ইঞ্জিনিয়াৰ ধনী হৈছে। দুখীয়া ৰাইজৰ কিছু দুখ-দুৰ্গতি গুচিলহেঁতেন যদি চৰকাৰী চাকৰিয়ালবিলাকৰ সততা আৰু দেশ প্ৰেম থাকিলহেঁতেন। কিন্তু গোটেই প্ৰশাসনেই দুৰ্নীতিগ্ৰস্ত।

দেওৰা, খলপীয়া, শিলজুপুৰী আৰু কুসুম্বৰী অঞ্চলত সদায় বানপানী হয়। কাঠফুলাবৰি নামৰ গো-চাৰণ ভূমিয়েই এই অঞ্চলৰ মানুহৰ আশ্ৰয় স্থল। বাৰিষা এইবোৰ ঠাইত নৰকৰ অৱস্থা। মানুহে ঘৰৰ ভিতৰতে চাং পাতি থাকিব লগা হয়। শস্য, গৰু-গাই, আনকি মানুহো বানপানীয়ে উটুৱাই নিয়ে। দ গাঁওখন পানীত ডুবিলে মানুহ-দুনুহ, গৰু-গাই কাঠফুলাবৰিতে উঠেহি। কিন্তু এতিয়া সেইখন কাঠফুলাবৰিতে ভগনীয়া বহুৱাব খুজিছে। কাঠফুলাবৰিত ভগনীয়া বহুওৱাৰ বহুত কথা। অহাবাৰলৈ নিৰ্বাচনৰ সমষ্টিবোৰ পুনৰ গঠন কৰা হ'ব, নিৰ্বাচনত উঠিবলৈ বিচৰা প্ৰতাপী নেতাৰ সুবিধামতে সমষ্টিবোৰ পুনৰ গঠন কৰা হ'ব। দেওৰা, খলপীয়া, শিলজুপুৰী আৰু কুসুম্বৰী গাঁও যি সমষ্টিত পৰিব, সেই সমষ্টিৰ পৰা এজন মন্ত্ৰী উঠিব। তেওঁ ভগনীয়াবোৰক ভোট নিদিলে পিছদিনাই তাৰ পৰা উঠাই দিম বুলি ভয় খুৱাইছে। মুকলীয়ে কাঠফুলাবৰিত ভগনীয়া বহুওৱাৰ প্ৰতিবাদ কৰে। তেওঁ চৰকাৰৰ অপ্ৰিয় হয় আৰু শান্তি-শৃঙ্খলা ৰক্ষাৰ অজুহাতত তেওঁক জেলত ভৰাই থোৱা হয়।

মুকলীয়ে বাতৰি কাকতত প্ৰবন্ধ লেখে। সেই প্ৰবন্ধত তেওঁ লেখে যে বৰ্তমান বিজ্ঞানসন্মত পদ্ধতিৰ প্ৰসাৰ প্ৰচেষ্টা কোনো অদ্বিতীয় প্ৰচেষ্টা নহয়। যি কোনো

চৰকাৰেই এইবোৰ কাম কৰিব। মাথোন সেই কাৰণেই নেহৰু বৰণীয় হোৱা নাই। বৰ্তমান যুগৰ সমাজৰ অৱক্ষয়, আদৰ্শৰ মৃত্যু আৰু নৈতিক অধঃপতন দেখি মুৰুলীয়ে ভাবিবলৈ বাধ্য হয়—আমি যেন ক'ৰবাত কিবা এটা ডাঙৰ ভুল কৰিলো। মুৰুলীয়ে আৰু ভাবে যে দেশৰ যুৱক-যুৱতীক দোষ দি কোনো লাভ নাই। যৌৱনে বিচাৰে মনৰ সমগ্ৰ সত্তাৰে পূজা কৰিবৰ যোগ্যতা থকা এজন নায়কক। তেনে এজন নায়ক, নেতা বা সাধকে উদ্দীপনা দি যৌৱনৰ কল্পনাক ধন্য কৰে। কিন্তু সেইজন লোকনায়কৰ আৱিৰ্ভাৱ হৈছে জানো? যুৱক-যুৱতীয়ে কাক ভাৰসা কৰিব? স্বাৰ্থপৰ, পৌৰুষশূন্য নেতৃত্বক? কপটালিক? জড় মানসিকতাৰ বুদ্ধিজীৱীক?

বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'মুনিচুনিৰ পোহৰ'ৰ (১৯৭৯) বিষয়বস্তু হ'ল ইন্দিৰা গান্ধীয়ে ১৯৭৫ত ঘোষণা কৰা জৰুৰীকালীন অৱস্থাৰ সময়ত দুৰ্নীতি আৰু গণতান্ত্ৰিক অধিকাৰ খৰ্ব কৰাৰ ভাৰতীয় ৰাজনীতিৰ নিৰ্লজ্জ অধ্যায়। সেই সময়ত সমাজবাদী গণতন্ত্ৰৰ নামত সংসদ স্বেচ্ছাচাৰী হৈ পৰিছিল, শাসকদলৰ স্বাৰ্থই জাতীয় স্বাৰ্থতকৈ আগস্থান পাইছিল। প্ৰশাসনৰ মানদণ্ড পৰি আহিছিল আৰু পুলিচৰ আতিশয্য বাঢ়িছিল। কাৰ্যপালিকাই ন্যায়পালিকা আৰু বিধানমণ্ডলৰ ক্ষমতা হস্তগত কৰিছিল। বিৰোধী নেতাক জেলত সুমুৱাই থৈছিল। ব্যক্তিস্বাধীনতা একেবাৰে লোপ পাইছিল। সংসদ, ন্যায়পালিকা, কাৰ্যপালিকা সকলো এগৰাকী নেতাৰ আঙুলিৰ নিৰ্দেশত চলিছিল।

ঔপন্যাসিকে দেখুৱাইছে যে এনেকুৱা অস্বাভাৱিক অৱস্থাত কেৱল স্বাৰ্থপৰ, অসৎ ৰাজনৈতিক নেতাইহে সুবিধা পাইছিল। শাসকদল আৰু প্ৰশাসনৰ হাতলৈ বিস্তৰ ক্ষমতা অহাত ক্ষমতাৰ অপব্যৱহাৰ হৈছিল। ৰাজনৈতিক আৰু সামাজিক প্ৰতিদ্বন্দ্বিৰ বিৰুদ্ধে ক্ষমতা প্ৰয়োগত বহুতো নেতা ব্যস্ত হৈ পৰিছিল। নিষ্ঠাৰে দেশৰ মঙ্গল চিন্তা কৰা লোক সকলক আভ্যন্তৰীণ সুৰক্ষা আইন আৰু ৰাষ্ট্ৰীয় সুৰক্ষা আইনৰ অধীনত জেলত সুমুৱাই থৈছিল। জয়প্ৰকাশ নাৰায়ণৰ নিচিনা ৰাষ্ট্ৰীয় নেতা আৰু অসমত দেৱেশ্বৰ শৰ্মাৰ দৰে আশীৰ উৰ্দ্ধৰ নেতাইও বন্দীৰ জীৱন কটাবলগীয়া হৈছিল।

উপন্যাসৰ প্ৰধান চৰিত্ৰ মীনধৰে গুৱাহাটীৰ কলেজৰ শিক্ষকতাৰ পদ ইস্তফা দি গাঁৱলৈ আহি গঠনমূলক কামত নিজকে নিমজ্জিত কৰে। মীনধৰৰ পত্নী অলকা এজনী বিলাসী তিৰোতা। তাই স্বাৰ্থপৰ প্ৰকৃতিৰ আৰু মীনধৰ আৰু মীনধৰৰ আদৰ্শৰ

প্ৰতি তাইৰ কোনো শ্ৰদ্ধা নাই। গাঁওবাসীৰ প্ৰতি তাইৰ মনত ঘৃণাৰ বাহিৰে একো নাই আৰু সেয়েহে তাই গাঁও এৰি গুৱাহাটীলৈ ঘূৰি যায়। কিন্তু জৰুৰীকালীন সময়ত তাই শাসকীয় দলত এক প্ৰভাৱশালী আসন পাবলৈ সক্ষম হয়। স্বামীৰ গাঁওখনেই তাই নিৰ্বাচনী সমষ্টি হিচাপে বাচি লয়। গাঁওবাসীৰ আৱেগক লৈ নিকৃষ্ট খেলা খেলি তাই ব্যক্তিগত ৰাজনৈতিক অভিলাষ পূৰণ কৰাৰ পথ লয়।

হোমেন বৰগোহাঞিৰ "পিতা পুত্ৰ"ত (১৯৭৫) যি কেশৱ মণ্ডলে এসময়ত গান্ধীৰ আদৰ্শৰ আহ্বানত সৰ্বস্ব ত্যাগ কৰি স্বাধীনতা যুঁজত জপিয়াই পৰিছিল সেই কেশৱ মণ্ডলেই স্বাধীনতাৰ পাছত চোৰাং বেপাৰী ৰেব মহাজনৰ লগ লাগে। ৰেব মহাজন আচলতে চহৰৰ মানুহ। যুদ্ধৰ সময়ত তেওঁ ম'হঘুলিলৈ আহে। চেনি, নিমখ আৰু কেৰাচিনৰ চোৰাং কাৰবাৰ কৰি তেওঁ লাখ টকা ঘটিলে। তদুপৰি তেওঁ ম'হঘুলিকে কেন্দ্ৰ কৰি চাৰিওফালৰ মিচিং গাঁওবোৰত কানিৰ চোৰাং ব্যৱসায়ো আৰম্ভ কৰিলে। তেওঁ আছিল বৃটিছ চৰকাৰৰ দাসানুদাস আৰু কংগ্ৰেছ ভলণ্টিয়াৰৰ ঘোৰ শত্ৰু। বৃটিছ শাসনৰ শেষ বছৰ কেইটাত অৰ্থাৎ দ্বিতীয় মহাযুদ্ধৰ প্ৰায় আৰম্ভণীৰে পৰাই দেশৰ সৰ্বসাধাৰণ ৰাইজে আটাইতকৈ বেছি কষ্ট পাইছিল নিত্য ব্যৱহাৰ্য বয়-বস্তুৰ নাটনিত আৰু আকাশ লংঘা চৰা দামত; লগতে লাভখোৰ আৰু চোৰাং কাৰবাৰীৰ অবাধ অত্যাচাৰত। এই সমস্যাটোৱেই হৈ পৰিছিল বিদেশী শাসনৰ অভিশাপৰ প্ৰতীক স্বৰূপ। গতিকে সৰ্বসাধাৰণ ভাৰতীয়ৰ কাৰণে স্বাধীনতাৰ আটাইতকৈ ডাঙৰ আকৰ্ষণ হৈ পৰিছিল লাভখোৰ আৰু চোৰাং কাৰবাৰীৰ অত্যাচাৰৰ পৰা নিষ্কৃতি পোৱাৰ নিশ্চিত প্ৰতিশ্ৰুতি। সেই কাৰণেই নেহৰুৱে বৰ কথাৰে ঘোষণা কৰিছিল যে ক্ষমতা পালেই তেওঁ লাভখোৰ আৰু চোৰাং বেপাৰীক হাতৰ কাষতে পোৱা লেম্প পষ্টটোত ওলোমাই ফাঁচী দিব।

দেশ স্বাধীন হোৱাৰ লগে লগে ৰেব মহাজনে কংগ্ৰেছত যোগ দিয়ে। কেশৱ মণ্ডলে নিজে প্ৰতিদ্বন্দ্বিতা নকৰি গাঁও পঞ্চায়তৰ সভাপতিৰ পদবীটো এৰি দিয়ে। কেশৱ মণ্ডলৰ সমৰ্থনত ৰেব মহাজন মণ্ডল কংগ্ৰেছৰো সভাপতি হয়। ৰেব মহাজন আৰু কেশৱ মণ্ডল এতিয়া ম'হঘুলিত সৰ্বেসৰ্বা। তেওঁলোকৰ কথামতে চৰকাৰ চলে, তেওঁলোকৰ মুখৰ কথাই আইন, দেশত আৰু কোনো আইন-কানুন নাই। সকলো চৰকাৰী চাকৰিয়ালেই তেওঁলোকক ভয় কৰে ; কিয়নো তেওঁলোকে চৰকাৰী

চাকৰিয়ালক অন্য ঠাইলৈ বদলি কৰাব পাৰে, পদোন্নতি কৰাব পাৰে, নাইবা কামৰ পৰা বৰ্খাস্ত কৰাব পাৰে। নিঃকিন খেতিয়কে ভাবে যে বৃটিছৰ দিনবোৰেই ভাল আছিল। শিৱনাথৰ মনত ভাব হয়, কেশৱ মণ্ডলে জানো এদিন ক্ষমতা, প্ৰতিপত্তি, বিলাস-সম্ভোগ পোৱাৰ আশাতেই নিৰাপদ জীৱনৰ আৰাম এৰি স্বাধীনতা যুঁজত নামিছিল? তেওঁ কি কোনো আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত হোৱা নাছিল? শিৱনাথে ভাবে যে মহাত্মা গান্ধীৰ ব্যক্তিত্বই কেশৱ মণ্ডিলৰ নিচিনা মানুহকো স্বাধীনতাৰ আদৰ্শৰে উজ্বল কৰি তুলিছিল। ফটিকে কেশৱ মণ্ডলৰ অৱস্থাটোৰ কথা শিৱনাথক বুজাই কয় যে কেশৱ মণ্ডলে দিনৰ দিনটো মেল-মিটিং কৰি ঘুৰি ফুৰে। দুটাকৈ ল'ৰা চহৰৰ স্কুলত হোষ্টেলত ৰাখি পঢ়ুৱাইছে। গতিকে তেওঁ ৰেব মহাজনৰ ওপৰত টকা-পইচাৰ কাৰণে নিৰ্ভৰ কৰিব লগা হয় আৰু ৰাজহুৱা ধন আত্মসাৎ কৰিবলগীয়া হয়। নলীনাদ বহুওৱা, ৰাস্তা নিৰ্মাণ কৰা আদিৰ কাৰণে চৰকাৰে মঞ্জুৰ কৰা বেছিভাগ টকা কেশৱ মণ্ডল আৰু ৰেব মহাজনৰ জেপত সোমায়। ৰাইজে কাৰো ওচৰত আপত্তি কৰিব নোৱাৰে। কিয়নো এচ.ডি.অ', ইঞ্জিনিয়াৰ, মন্ত্ৰী সকলো একগোট। মথাউৰিটো ঠিকাদাৰ, অভাৰচিয়াৰ, ইঞ্জিনিয়াৰৰ কাৰণে কামধেনু স্বৰূপ হৈছে।

শিৱনাথৰ মাজু পুতেক কালিনাথে বিশ্ববিদ্যালয়ৰ পৰা ঘৰলৈ আহি দেখে যে মহঘুলিৰ বেছিভাগ ডেকা ল'ৰাই মদাহী হৈ পৰিছে। তেওঁ অবৈধ মদৰ প্ৰচলনৰ বিপক্ষে জনমত গঠন কৰিবলৈ এখন সভাৰ আহ্বান কৰে আৰু ৰেব মহাজন, কেশৱ মণ্ডল, স্কুলৰ প্ৰধান শিক্ষক বসন্ত বৰা আৰু স্থানীয় এম, এল, এ বিশ্ব হাজৰিকাক নিমন্ত্ৰণ কৰে। কিন্তু কোনো এজনেই কালিনাথে আহ্বান কৰা সভালৈ নাহে। কেশৱ মণ্ডল আৰু ৰেব মহাজনে বিশ্ব হাজৰিকাক অসন্তুষ্ট কৰিব নুখুজিলে। নিৰ্বাচনৰ সময়ত আবকাৰী পৰিদৰ্শক সুৰেন মহন্তই বিশ্ব হাজৰিকাক বহুত টকা দি সহায় কৰে। কালিনাথে ৰাইজৰ প্ৰতিনিধি হিচাপে শ্বিলঙলৈ গৈ সুৰেন মহন্তৰ অন্য ঠাইলৈ বদলিৰ দাবী কৰি এখন স্মাৰক পত্ৰ দিয়ে। কিন্তু তেওঁ মন্ত্ৰীৰ পৰা কোনো আদেশ পত্ৰ আনিবলৈ অপাৰগ হয়। গুৱাহাটীত তেওঁ বন্ধু সৌমিত্ৰৰ ঘৰত আলহী হয়। সৌমিত্ৰই এটা বৰ আৱশ্যকীয় প্ৰশ্ন কৰে। কালিনাথে সামান্য এজন আবকাৰী কৰ্মচাৰীৰ বদলিৰ হুকুমটোকে মন্ত্ৰীৰ হতুৱাই কৰাই ল'ব নোৱাৰিলে, এনে স্থলত তেওঁ আন হাজাৰটা বৃহৎ সমস্যা সংসদী গণতন্ত্ৰৰ ভেকো-ভাওনাৰ দ্বাৰা সমাধান কৰিব পাৰিব জানো? যুগ যুগ ধৰি পুঞ্জীভূত

হোৱা দাৰিদ্র্য, শোষণ আৰু অন্যায় -অবিচাৰৰ প্ৰতিকাৰ তেওঁ কেনেকৈ কৰিব? ইয়াৰ উত্তৰত কালিনাথে কয় যে যি গণতন্ত্ৰই ৰেব মহাজন বিশ্ব হাজৰিকাৰ দৰে চৰিত্ৰৰ সৃষ্টি কৰে সেই গণতন্ত্ৰত তেওঁৰ বিশ্বাস নাই। তেওঁ বিচাৰে সেই গণতন্ত্ৰ যি গণতন্ত্ৰত সমাজৰ দৰিদ্রতম মানুহজনো সৰ্বপ্ৰকাৰ অৰ্থনৈতিক আৰু ৰাজনৈতিক দাসত্বৰ পৰা মুক্ত হয়। সৌমিত্ৰই কয় যে নতুন শোষণহীন সমাজ গঢ়াৰ মাথো এটাই পথ আছে সেইটো হৈছে সশস্ত্ৰ বিপ্লৱৰ পথ। কালিনাথে কিন্তু ভাবে যে প্ৰথমে বিপ্লৱৰ ক্ষেত্ৰ তৈয়াৰ কৰিব লাগিব, সকলো মানুহকে শিক্ষিত আৰু সজাগ কৰি তুলিব লাগিব।

শেষত আমি অসমীয়া ঔপন্যাসিকৰ সামাজিক আৰু ৰাজনৈতিক সমস্যাবিলাকৰ প্ৰতি দৃষ্টিভঙ্গী বিচাৰ কৰি চোৱাৰ প্ৰয়োজন। ঔপন্যাসিকসকলে কেনেকুৱা এখন সমাজৰ কথা চিন্তা কৰে? বেছিভাগ ঔপন্যাসিকে দৃঢ় বিশ্বাস কৰে যে ব্যক্তিৰ জীৱনৰ প্ৰতি দৃষ্টিভঙ্গী, ব্যক্তিৰ ৰুচি-অভিৰুচি আৰু জাতীয় চৰিত্ৰৰ পৰিৱৰ্তনৰ অবিহনে সুদূৰপ্ৰসাৰী সামাজিক আৰু অৰ্থনৈতিক পৰিৱৰ্তনৰ সম্ভৱ নহয়। তেওঁলোকে উপলব্ধি কৰে যে প্ৰতিজন মুনিহ, তিৰোতা আৰু শিশুৱে অন্ন, বস্ত্ৰ আৰু স্বাস্থ্যসন্মত বাসস্থান পোৱা উচিত। তেওঁলোকে সমাজৰ আটাইতকৈ ডাঙৰ অন্যায় ধনীৰ দ্বাৰা দৰিদ্ৰৰ শোষণ উদঙাই দেখুৱাইছে। তেওঁলোকে তেওঁলোকৰ উপন্যাসত দেখুৱাইছে যে ধনী-দুখীয়াৰ বিৰাট ব্যৱধানৰ মূলতে হ'ল ব্যক্তিগত সম্পত্তি। ব্যক্তিগত সম্পত্তিয়ে মানুহক স্বাৰ্থপৰ কৰে, টকা আৰু ভোগৰ অভিলাষী কৰে। এই দুৰন্ত অভিলাষে মানুহৰ পাৰিবাৰিক জীৱনলৈ ধ্বংস আৰু অশান্তি আনে, নৈতিক চেতনা বিনাশ কৰে আৰু মানুহক অত্যাচাৰী কৰি তোলে। কিন্তু ঔপন্যাসিকসকলে বিচৰা সমাজখন মাৰ্ক্সীয় সমাজ বুলিও ক'ব নোৱাৰি। তেওঁলোকে ব্যক্তিগত সম্পত্তিৰ সম্পূৰ্ণ বিলোপ সাধনৰ কথা কোৱা নাই। বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য আৰু হোমেন বৰগোহাঞিৰ উপন্যাসত আনকি মাৰ্ক্সীয় ভাবধাৰাৰ চৰিত্ৰবিলাকেও নিজে এখন ধুনীয়া ঘৰ সজাৰ কথা ভাবে। "পিতা পুত্ৰ"ত শিৱনাথক এজন ব্যক্তিত্বসম্পন্ন মানুহ হিচাপে অঙ্কণ কৰা হৈছে। শিৱনাথৰ এই ব্যক্তিত্ব বহুতো পৰিমাণে তেওঁৰ সম্পত্তি আৰু আৰ্থিক অৱস্থাই দিছে। সম্পত্তিয়ে তেওঁক নিৰাপত্তা দিয়াৰ উপৰিও তেওঁৰ ৰুচিবোধ, চৰিত্ৰৰ গভীৰতা আৰু তেওঁৰ ধ্যান-ধাৰণাক গঢ় দিছে। ইয়াৰ দ্বাৰাই এটা কথাই প্ৰতিপন্ন হয় যে ঔপন্যাসিকসকলে ব্যক্তিৰ ব্যক্তিত্বৰ বিকাশত ব্যক্তিগত সম্পত্তিৰ

উপযোগিতা উপলব্ধি কৰে। তেওঁলোকে সম্পত্তিৰ অধিকাৰ সৰ্তহীন বুলি বিবেচনা নকৰে; আৰু ভাবে যে সম্পত্তিআহৰণত নিয়ন্ত্ৰণৰ আৱশ্যক। কিন্তু তেওঁলোকে নিজৰ পৰিশ্ৰমৰ দ্বাৰা অৰ্জা সম্পত্তিয়ে সমাজৰ অপকাৰ কৰে বুলি নাভাবে। লোকৰ পৰিশ্ৰমৰ ওপৰত ব্যক্তিগত সম্পত্তিৰ সৌধ ৰচনা কৰিলেহে সমাজৰ অপকাৰ হয়। ঔপন্যাসিকসকলে ভাবে যে সম্পত্তি আহৰণত নিয়ন্ত্ৰণৰ দ্বাৰা মানুহৰ ভোগ-লিপ্সা, মানুহৰ দুৰন্ত স্বাৰ্থপৰতা প্ৰতিৰোধ কৰা যাব পাৰে আৰু ব্যক্তিগত সম্পত্তি সমাজৰ সকলোৰে কল্যাণৰ কাৰণে নিয়োজিত হ'ব পাৰে।

বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য, হোমেন বৰগোহাঞি আৰু লক্ষীনন্দন বৰাৰ উপন্যাসত আমি চৰকাৰৰ বিত্তীয় আৰু শিল্পনীতিৰ চোকা সমালোচনা পাওঁ। তেওঁলোকে শিল্পৰ বিকেন্দ্ৰীকৰণ আৰু অধিক কৰ্মী নিয়োগ কৰিব পৰা শিল্পৰ পৃষ্ঠপোষকতা কৰে। পদ্ম বৰকটকীৰ বাহিৰে বাকীসকল ঔপন্যাসিকত গান্ধীৰ প্ৰভাৱ যথেষ্ট। কিন্তু তেওঁলোকে গান্ধীৰ "ন্যাসী সূত্ৰ"ক বিশ্বাস নকৰে। তেওঁলোকে বিশ্বাস কৰে যে যি ব্যক্তিৰ কৰ্মপ্ৰেৰণা আছে, অভিলাষ আছে, যোগ্যতা আছে সেই ব্যক্তিয়ে সমাজত উচ্চ স্থান অধিকাৰ কৰিব পাৰে। এনে প্ৰতিভাবান ব্যক্তিৰ বুদ্ধি-বৃত্তিৰ যাতে পূৰ্ণ বিকাশ হ'ব পাৰে আৰু সেই বুদ্ধি-বৃত্তি তুচ্ছ ব্যক্তিগত স্বাৰ্থ পূৰণত নিয়োজিত নহৈ বৃহত্তৰ সামাজিক স্বাৰ্থত নিয়োজিত হ'ব পাৰে তাৰ কাৰণে অনুকূল সামাজিক পৰিবেশ সৃষ্টি কৰাৰ আৱশ্যকতা ঔপন্যাসিকসকলে অনুভৱ কৰে। বেছিভাগ ঔপন্যাসিকেই নৈতিক-চেতনাহীন ৰাজনৈতিক নেতাবিলাক যে গণতন্ত্ৰৰ শত্ৰু সেই বিষয়ে জনসাধাৰণ সচেতন হোৱাটো বিচাৰে। তেওঁলোকে ৰাজনৈতিক আৰু সামাজিক জীৱনত নৈতিক আৰু আধ্যাত্মিক মূল্যবোধ সঞ্চাৰ কৰি সমাজ আৰু জাতিক নিশ্চিত ধ্বংসৰ মুখৰ পৰা উদ্ধাৰ কৰিব খোজে।

সমাজৰ প্ৰকৃত পৰিৱৰ্তন গণতান্ত্ৰিক পদ্ধতিৰে, আইন প্ৰণয়নৰ দ্বাৰা সাধিব পাৰিনে? হোমেন বৰগোহাঞিয়ে তেওঁৰ "পিতা-পুত্ৰ"ত এই প্ৰশ্নৰ এটা নিৰ্ভৰযোগ্য উত্তৰ বিচাৰিছে। শোষণ, অন্যায় বিনা প্ৰতিবাদে মানি লোৱা নাইবা সহিংস বিপ্লৱ; নিৰ্মম প্ৰতিযোগিতা নাইবা ৰাষ্ট্ৰৰ অত্যধিক প্ৰাধান্য, ব্যক্তিগত জীৱনত হস্তক্ষেপ— এই দুই পথৰ মাজত হয়তো অন্য এটা পথ আছে আৰু ঔপন্যাসিকসকলে সেই সুগম সামাজিক ন্যায়ৰ পথৰ সন্ধান কৰিছে।■

(চতুৰ্থ অধ্যায়)

# অৰ্থনৈতিক সমস্যা আৰু আদৰ্শ

সমাজ আৰু ব্যক্তিজীৱন অৰ্থনৈতিক শক্তিৰ দ্বাৰা নিয়ন্ত্ৰিত হয়। অসমীয়া উপন্যাসত অৰ্থনৈতিক শক্তিয়ে অনা সামাজিক পৰিৱৰ্তন আৰু ব্যক্তিজীৱনত তাৰ প্ৰভাৱৰ বিশ্লেষণ পোৱা যায়। বীণা বৰুৱাৰ 'জীৱনৰ বাটত' উপন্যাসত গ্ৰাম্য অৰ্থনীতিৰ ভাঙোন আৰু কৃষিজীৱী মানুহৰ চিত্ৰ পোৱা যায়। নগাঁও জিলাৰ ৰহা ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰত অৱস্থিত। কলং আৰু কপিলী নদীও ৰহাৰ মাজেদি বৈ গৈছে। এসময়ত কামপুৰ, বাৰপুজীয়া, চৰাইবাঁহী, দন্দুৱা আৰু গেৰুকাবোকানি মৌজাৰ গাঁওবিলাকক ধৰি গোটেই অঞ্চলটোৱেই সম্পদশালী আছিল। খেতিয়কে কলং, কপিলী আৰু ব্ৰহ্মপুত্ৰৰ পাৰত মাহ, সৰিয়হ, আলু, কুঁহিয়াৰ আদি সকলোধৰণৰ খেতি কৰিছিল। কৃষকৰ ভঁৰাল পূৰ্তি হৈ আছিল। ব্ৰহ্মপুত্ৰৰ পানী পাৰলৈ বৈ আহি গাঁওবিলাকৰ মাটি পলস পেলাই সাৰুৱা কৰিছিল। খাল-ডোং, জান-জুৰি, নৈ-বিল মাছেৰে ওপচাই পেলাই ব্ৰহ্মপুত্ৰই গাঁওবাসীৰ জীৱনলৈ আৰু প্ৰাচুৰ্য কঢ়িয়াই আনিছিল। কিন্তু মৈমনচিঙীয়াবিলাকে ব্ৰহ্মপুত্ৰৰ গোটেই পাৰ দখল কৰাত অসমীয়া খেতিয়কৰ কাৰণে বহ্মপুত্ৰৰ পাৰৰ সাৰুৱা মাটি অলপো নৰ'লগৈ। ব্ৰহ্মপুত্ৰৰ বাঢ়নী পানীয়ে এতিয়া গাঁৱলৈ সোমাই আহি গাঁৱৰ মাটি সাৰুৱা কৰিব নোৱাৰা হ'ল। তদুপৰি আচাম-বেংগল ৰেইলৱে আৰু শিলঘাট-চাপৰমুখ ৰেইলৱেই কপিলীৰ গতিপথত বাধা দি প্ৰতিবছৰ বানপানীৰ সৃষ্টি কৰিছে। যি বছৰত বৰষুণ নহয় সেই বছৰত খৰাঙৰ কাৰণে খেতি কৰিব নোৱাৰা হয়। বানপানী আৰু খৰাং এই দুয়োটা সমস্যা ৰেল লাইন বন্ধাৰ কাৰণে সৃষ্টি হোৱা সমস্যা।

ঔপন্যাসিকে কুটীৰ শিল্পৰ ভাঙোনৰ বিৱৰণ দাঙি ধৰিছে। এসময়ত দীঘল দাৰিৰ কাঁটনি তিৰোতাই পাটসূতা কাটিছিল আৰু পাটকাপোৰ বৈছিল। ফুলগুৰি আৰু জালুগুটিৰ লালুং, হাৰি, কৈবৰ্ত আৰু কছাৰী তিৰোতাই এড়ি সূতা কাটিছিল

আৰু এড়ি কাপোৰ বৈছিল। অসমৰ গাঁৱৰ তিৰোতাৰ পাট আৰু এড়ি পলু পোহা আৰু সূতা কটা এটা বহুদিনীয়া বৃত্তি আছিল। মাৰোৱাৰী বেপাৰীয়ে মিলত বোৱা কাপোৰ বজাৰত উলিয়াই দিলত তাঁতত বোৱা কাপোৰৰ আদৰ কমি আহিল। ফলত গাঁৱৰ তিৰোতাই সূতা কটা আৰু কাপোৰ বোৱা এৰি পেলালে। কঁহাৰ গাঁৱৰ কলিতাবিলাকে এতিয়াও কাঁহৰ বাচন তৈয়াৰ কৰে। কুমাৰ গাঁৱৰ হীৰাবিলাকে মাটিৰ বাচন এতিয়াও তৈয়াৰ কৰে। কিন্তু সস্তাতে মেচিনত তৈয়াৰি চীনামাটিৰ বাচন পাব পৰা কাৰণে কুটীৰ শিল্পজাত বস্তুৰ চাহিদা কমি আহিছে। সকলো কুটীৰ শিল্পয়েই মৃতপ্ৰায় অৱস্থাত।

ধৰণীয়ে ৰিলিফ্ কমিটি গঠন কৰি দুখীয়া গাঁওবাসীক সহায় কৰাৰ যত্ন কৰে। খেতিয়কৰ সাহায্যৰ কাৰণে ধান সংগ্ৰহ কৰে। খেতিয়কৰ হৈ কৃষি ঋণ বিচাৰি সি চৰকাৰক এখন স্মাৰক পত্ৰ দিয়ে।

সেই সময়ৰ অৰ্থনৈতিক অৱস্থাই উপন্যাসৰ কাহিনী আৰু চৰিত্ৰৰ ওপৰত ডাঙৰ প্ৰভাৱ পেলাইছে। পৈতৃক মাটি ভাগ হৈ যোৱাত ধৰণীৰ দেউতাক মোহন বায়নে মাথো কেইডৰামান মাটিহে পায়। গতিকে পৰিয়াল চলাবৰ কাৰণে তেওঁ গাঁৱৰ অন্য খেতিযকৰ সহায়ৰ ওপৰত নিৰ্ভৰ কৰিবলগীয়া হৈছিল। মোহন বায়নৰ অকাল মৃত্যুৰ পাছত তেওঁৰ বিধবা পত্নী আহিনীয়ে সম্পূৰ্ণভাৱে ওচৰচুবুৰীয়াৰ ওপৰত নিৰ্ভৰ কৰি জীৱন নিৰ্বাহ কৰিছিল। কিন্তু ধৰণী ডাঙৰ হৈ ডেকা হোৱাৰ সময়লৈ সমাজলৈ ডাঙৰ পৰিৱৰ্তন আহে। সামাজিক সম্বন্ধত টকাই ক্ৰমান্বয়ে আগস্থান পাবলৈ ধৰে। ধৰণীয়ে সেই কাৰণে খেতিৰ সলনি অন্য জীৱিকাৰ সন্ধান কৰিবলগীয়া হয়। প্ৰথমবাৰৰ কাৰণে চৰকাৰে এখন উইভিং স্কুল স্থাপন কৰে। ধৰণীয়ে সেই স্কুলত নাম লগায়। কিন্তু এই বৃত্তিমুখী শিক্ষা সাং কৰিও সি স্বাধীন ব্যৱসায়ৰ কথা ভাবিব নোৱাৰিলে। গতিকে সি উইভিং প্ৰশিক্ষকৰ চাকৰি বিচাৰিবলগীয়া হয়। কিন্তু সেই সময়লৈ বোৱা-কটা শিল্প মৃতপ্ৰায় হৈ আহিছে। বৃটিছ চৰকাৰৰ বোৱা-কটা উৎসাহিত কৰা প্ৰচেষ্টাত সঁচা আগ্ৰহ নাছিল। চৰকাৰে লাংকাছায়াৰ আৰু মান্‌চেষ্টাৰলৈ কপাহ ৰপ্তানি কৰি সেইবিলাক ঠাইৰ পৰা মিলৰ কাপোৰ আমাৰ দেশলৈ আনিছিল আৰু সস্তা দৰত বেচিব পাৰিছিল।

মৰঙিত উইভিং প্ৰশিক্ষক হিচাপে চাকৰি পোৱাৰ পাছত ধৰণী উপন্যাসৰ

নায়িকা তগৰৰ সান্নিধ্যলৈ আহে। ধৰণী যদি মৰণ্ডিলৈ নাহিলহেঁতেন তগৰৰ জীৱনৰ গতিয়েই বেলেগ হ'লহেঁতেন। ধৰণীয়ে অসমীয়া তিৰোতাৰ জন্মগত বোৱা-কটাৰ প্ৰতিভা দেখি মুগ্ধ হয়। কুটীৰ শিল্পৰ মৃতপ্ৰায় অৱস্থা দেখি বৃটিছৰ দ্বাৰা আমাৰ দেশ নিষ্পেষিত হোৱাৰ বিষয়ে ধৰণী সচেতন হৈ পৰে। ক্ৰমে সি স্বাধীনতা আন্দোলনৰ প্ৰতি আকৰ্ষিত হয়। ধৰণী এজন মৰমিয়াল স্বামী আৰু পিতৃ। তাৰ পৰিয়ালৰ প্ৰতি দায়িত্ব জ্ঞান নোহোৱা নহয়। কিন্তু পৰিস্থিতিয়ে তাক পৰিয়ালৰ সম্পূৰ্ণ বোজা ঘৈণীয়েক তগৰৰ ওপৰত এৰি দিবলৈ বাধ্য কৰিছে।

কমলাকান্তৰ চৰিত্ৰতো আমি সেই সময়ৰ অৰ্থনৈতিক অৱস্থাৰ প্ৰভাৱ দেখিবলৈ পাওঁ। সেই সময়ত চাকৰি খুব কম আছিল। গতিকে চৰকাৰী চাকৰিৰ প্ৰতি অসমীয়া শিক্ষিত যুৱকৰ প্ৰবল মোহ আছিল। চৰকাৰী এটা প্ৰশাসনীয় পদবীৰ মোহ কমলাকান্তৰ কাৰণে উলাই কৰিব পৰা বিধৰ নাছিল। সেয়েহে নিজৰ আৱেগ-অনুভূতিতকৈ বৈষয়িক কথাই আগস্থান পালে।

বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'ৰঙামেঘ'ত মাছমৰীয়া সম্প্ৰদায়ৰ অৰ্থনৈতিক জীৱনৰ বিৱৰণ পাওঁ। স্বাধীনতাৰ পাছত বেছিভাগ মাছমৰীয়াই তেওঁলোকৰ বৃত্তিত স্বাধীনতা হেৰুৱাই পেলায় আৰু দিন হাজিৰা কৰা শ্ৰমিকত পৰিৱৰ্তিত হয়। প্ৰিয়ৰামৰ দৰে কঠিন পৰিশ্ৰম কৰা মাছমৰীয়া মহাজনৰ দ্বাৰা নিষ্পেষিত হয়। চৰকাৰে মহাজনক মাছ ধৰিবৰ আৰু বেচিবৰ কাৰণে একচেটিয়া পাৰ্মিট দিছে। প্ৰিয়ৰাম আৰু অন্য মাছমৰীয়াবিলাকে স্বাধীনতা হেৰুৱাই পেলাইছে। সিঁহত মহাজনৰ তলতীয়া কৰ্মচাৰী হৈ পৰিছে। মহাজনৰ নিচিনা ডাঙৰ মাছ ব্যৱসায়ীবিলাক ধনী হৈ গৈ আছে আৰু প্ৰিয়ৰামৰ দৰে সৰু মাছমৰীয়াবিলাক দুখীয়া হৈ গৈছে। ব্যৱসায় আৰু ৰাজনৈতিক স্বাৰ্থৰ জোটে মাছমৰীয়াবিলাকক তেওঁলোকৰ পৰম্পৰাগত জীৱিকাৰ পৰা অপসাৰিত কৰিছে।

লক্ষ্মীনন্দন বৰাৰ 'গঙ্গা চিলনীৰ পাখি', হোমেন বৰগোহাঞিৰ 'পিতা পুত্ৰ' আৰু বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'আই'ত (১৯৬০) গাঁওবাসীৰ দৰিদ্ৰতা, সুদখোৰ মহাজনৰ দ্বাৰা দুখীয়া গাঁওবাসীৰ নিষ্পেষণ, গ্ৰামীণ অৰ্থনীতিৰ ভাঙোন, ইয়াৰ ফলত সমাজৰ একতা শিথিল হৈ অহা আৰু নৈতিক অৱক্ষয় দেখুওৱা হৈছে। বেছিভাগ গাঁওবাসীয়েই ধৰুৱা হৈ থাকে। সাধাৰণতে তেওঁলোকে সৰিয়হ খেতিৰ কাৰণে মাৰোৱাৰী মহাজনৰ

পৰা টকা ধাৰে লয়। খেতি চপোৱাৰ সময়ত মহাজনবিলাকে অতি সস্তা দৰত সৰিয়হ কিনি লৈ সেইবিলাক চৰা দামত বিক্ৰী কৰি বৃহৎ পৰিমাণৰ লাভ কৰে। দুখীয়া খেতিয়কবিলাকে উৎপাদিত বস্তুৰ উচিত মূল্য নাপায়। লক্ষ্মীনন্দন বৰাৰ 'গঙ্গা চিলনীৰ পাখি'ত ধনঞ্জয়ে পাভচিলাত এখন সমবায় সমিতি খোলাৰ কথা ভাবে। ইয়াৰ দ্বাৰা দুখীয়া খেতিয়কবিলাকক মহাজনৰ কবলৰ পৰা ৰক্ষা কৰিব পৰা যাব। হোমেন বৰগোহাঞিৰ 'পিতাপুত্ৰ'ত দেখুৱাইছে যে বেছিভাগ খেতিয়কেই শিৱনাথৰ আধিয়াৰ। মহঘূলিৰ সিটো পাৰত ওখ মাটিত বহুতো খেতিয়কে আহুধানৰ খেতি কৰে। কিন্তু ভাদ মাহৰ আগে আগে সিহঁতৰ ভঁৰাল খালী হৈ যায়। সিহঁতে খাদ্যৰ অভাৱত লঘোণে থাকিবলগীয়া হয়। ফলত সিহঁত মহাজনৰ কাষ চাপিবলগীয়া হয়।

ঔপন্যাসিকে দেখুৱাইছে কেনেকৈ অৰ্থনৈতিক গাঁথনিৰ পৰিৱৰ্তনে ব্যক্তিৰ জীৱন আৰু চৰিত্ৰত প্ৰভাৱ পেলায়। 'গঙ্গা চিলনীৰ পাখি'ত আমি দেখিবলৈ পাওঁ কেনেকৈ ভোগৰামৰ দৰে এটা সহজ-সৰল, সৎ গাঁৱলীয়া মানুহ সময়ৰ প্ৰভাৱত এটা দুৰ্নীতিগ্ৰস্ত ঠিকাদাৰত পৰিৱৰ্তিত হৈছে। কৃষিৰ অনুন্নত অৱস্থা, সমাজলৈ অহা পৰিৱৰ্তন আৰু নতুন বৈষয়িক মূল্যবোধে সুবোধ শইকীয়া আৰু ভোগৰামৰ দৰে চৰিত্ৰৰ সৃষ্টি কৰিছে। এওঁলোকে কোনো বেয়া কাম কৰিবলৈ কুণ্ঠাবোধ নকৰে।

'আই'ৰ কাহিনী এগৰাকী মৰমিয়াল বামুণৰ বিধবাক কেন্দ্ৰ কৰি গঢ় লৈ উঠিছে। তেওঁ গোটেই গাঁওখনৰে মৰমৰ আই। ঔপন্যাসিকৰ উদ্দেশ্য হৈছে পাঠকৰ সন্মুখত ভাঙোনমুখী গ্ৰামীণ সমাজৰ চিত্ৰ দাঙি ধৰা। আমি আই আৰু তেওঁৰ পুত্ৰ বাছাৰ মাজেৰে এই ভাঙোন আৰু অৱক্ষয় দেখিবলৈ পাওঁ। চৰকাৰে বলবৎ কৰা আধিয়াৰ আইনৰ নিচিনা নতুন নতুন আইনে কেনেকৈ গাঁৱৰ মিলাপ্ৰীতি ধ্বংস কৰি হিংসা-বিদ্বেষ বিয়পাইছে সেই কথা ঔপন্যাসিকে গভীৰ উপলব্ধিৰে চিত্ৰিত কৰিছে।

উপন্যাসৰ পটভূমি হ'ল যোৰহাট নগৰৰ ওচৰৰ দিহা নৈৰ পাৰৰ এখন সৰু গাঁও। গাঁওখনত মাত্ৰ এঘৰ ব্ৰাহ্মণ মানুহ আছে, বাকীবিলাক শূদ্ৰ। জাতি-ভেদ থকা সত্ত্বেও সকলো পৰিয়ালৰ মাজত মিলাপ্ৰীতি আছে। কিন্তু এজনৰ পিছত সিজনকৈ পুৰণা মানুহবোৰ মৰি শেষ হোৱাত পৰিয়ালবিলাকৰ মাজত থকা এই মধুৰ সম্পৰ্ক ক্ৰমে নাইকিয়া হ'ল। উপন্যাসৰ এটা প্ৰধান চৰিত্ৰ বুঢ়া ভকতৰ মৃত্যুৰ পাছত তেওঁৰ পৰিয়ালটোলৈ ভাঙোন আহে। তেওঁৰ তিনিওটা ল'ৰায়েই অপদাৰ্থ হয়। প্ৰথমটো

চোৰ, দ্বিতীয়টো ভণ্ডুৰা আৰু তৃতীয়টো ঘৰুৱা ভৃত্য হয়। কেউটাৰে খেতি-বাতিত আগ্ৰহ নোহোৱা হোৱাত বাছাৰ মাকক তেওঁৰ আধিৰ ভাগ দিব নোৱাৰা হয়। বাছাৰ ককায়েক বৰমইনাই সেইকাৰণে বুঢ়াভকতৰ ল'ৰা কেইটাৰ পৰা আধিৰ মাটিখিনি লৈ ল'বলৈ বাধ্য হয়। বৰমইনাই তাত হালোৱা ধৰি নিজে খেতি কৰিবলৈ লয়। ফলত দুয়োটা পৰিয়ালৰ মাজত থকা বহুদিনীয়া মিলাপ্ৰীতি, ঘনিষ্ঠ সম্বন্ধত ফাট মেলে। বৰমইনাও নিজে খেতি কৰোঁতাত বহুত অসুবিধাৰ সন্মুখীন হয়। দৰ্মহা দি ৰখা হালোৱাই তাক নানা অশান্তি দি হায়ৰাণ কৰে। ফলত খেতি ভাল নহয়। আধিয়াৰ আইন কৰাৰ আগতে গাঁওবাসীৰ মাজত একতা আছিল। আধি ব্যৱস্থাই বিধবা আৰু শাৰীৰিকভাৱে অক্ষম লোকক নিৰাপত্তা দিছিল আৰু খেতিৰ মাটি সঘনে ভাগ ভাগ হোৱাত বাধা দিছিল। বাছাৰ মাকে তেওঁৰ সন্তানক তুলি-তালি, শিক্ষা দি ডাঙৰ-দীঘল কৰিব পাৰিছিল আধিয়াৰ বুঢ়াভকত আৰু তেওঁৰ পৰিয়ালৰ সহায়ৰ কাৰণেহে। বুঢ়াভকতৰ পৰিয়ালেও টকা-পইচা আৰু আন সহায়ৰ কাৰণে বাছাৰ মাকৰ ওপৰত নিৰ্ভৰশীল আছিল। ঔপন্যাসিকে ইন্দ্ৰেশ্বৰ ঠিকাদাৰৰ যোগেদি স্বাধীনোত্তৰ কালত এটা ডাঙৰ ব্যৱসায়ী শ্ৰেণী গঢ় লৈ উঠা দেখুৱাইছে। ইন্দ্ৰেশ্বৰ ঠিকাদাৰে প্ৰথমে দ্বিতীয় মহাসমৰৰ সময়ত মিলিটেৰী ঠিকাদাৰ হিচাপে বিস্তৰ টকা আৰ্জে। এতিয়া তেওঁ মাৰোৱাৰী মহাজনৰ লগ লাগি গাঁৱৰ পৰা ধান কিনি চাউলৰ ব্যৱসায় কৰে। এই ব্যৱসায়ত তেওঁ প্ৰচুৰ লাভ কৰে। তদুপৰি তেওঁ গাঁৱৰ খেতিয়কক অধিক সুদত ধন ধাৰে দিয়ে। গাঁৱৰ মানুহবিলাকৰ অৱস্থা দিনে দিনে শোচনীয় হৈ পৰে। ফলত গাঁওখনৰ বেছিভাগ মাটিয়েই ইন্দ্ৰেশ্বৰ ঠিকাদাৰৰ হাতলৈ যায়।

বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ বল্লৰীত (১৯৭৩) মাটিৰ এই সমস্যা আৰু ভূ-স্বামী আৰু ভূমিহীন খেতিয়কৰ মাজত কাজিয়া আৰু গাঁৱৰ মানুহৰ যোত্ৰবান আৰু যোত্ৰহীন এই দুই ভাগত বিভক্ত হোৱাৰ চিত্ৰ দেখিবলৈ পাওঁ। চৰকাৰৰ বিভিন্ন উন্নয়নমূলক আঁচনিয়ে এমুঠি ধনী খেতিয়কককহে লাভবান কৰিছে, দুখীয়া খেতিয়কক নহয়। মিষ্টাৰ দত্তৰ মাটিৰ মাজেদি আচাম অইল কোম্পানীয়ে পাইপ লাইন নিয়ে। মিঃ দত্তৰ গাঁৱত বহুত একৰ মাটি আছে। তেওঁ কোম্পানীৰ পৰা ক্ষতিপূৰণ হিচাপে বুজন পৰিমাণৰ টকা পায়। মিঃ দত্তৰ আধিয়াৰ বিলাকেও ক্ষতিপূৰণ বিচাৰে; কিন্তু কোম্পানীৰ আধিয়াৰক ক্ষতিপূৰণ দিয়া কোনো নিয়ম নাই। মিঃ দত্তই বাকীসকল আধিয়াৰৰ

পৰাও মাটি লৈ লয় আৰু সেই মাটিত ধান আৰু মৰাপাটৰ পাম খোলে। মৈমনচিঙীয়া বনুৱা লগাই ব্যৱসায়িক ভিত্তিত খেতি কৰি তেওঁ বহুতো লাভ কৰে। আনহাতে মাটিহীন খেতিয়কবিলাকৰ পৰা আধি মাটি কেইডৰাও লৈ লোৱাত সিহঁতে মাগি খাবলৈ বা চুৰি কৰিবলৈ বাধ্য হয়। কিছুমানে লোকৰ ঘৰত হালোৱা সোমায় আৰু আন কিছুমানে নগৰত ৰিক্সা চলাবলৈ লয়। ঔপন্যাসিকে দেখুৱাইছে কেনেকৈ স্বাধীনোত্তৰ কালত অৰ্থনৈতিক পৰিৱৰ্তনৰ কাৰণে গাঁও আৰু নগৰৰ অঞ্চলত নতুন সামাজিক শ্ৰেণী গঢ় লৈ উঠিছে। গাঁও অঞ্চলত খেতিৰ স্থানৰ পৰা বাহিৰত থকা মাটিৰ মালিক, ৰায়ত, কৃষক মালিক, কৃষি শ্ৰমিক, ব্যৱসায়ী আৰু সুদত টকা ধাৰে দিয়া মহাজন আদি নতুন সামাজিক শ্ৰেণীৰ উদ্ভৱ হৈছে। উৎপাদন বজাৰমুখী হৈ পৰিছে।

হোমেন বৰগোহাঞিৰ 'হালধীয়া চৰায়ে বাওধান খায়' (১৯৭৩) উপন্যাসত খেতিয়কৰ জীৱন, দুৰ্নীতিপৰায়ণ ৰাজনৈতিক নেতা আৰু দুৰ্নীতিপৰায়ণ চৰকাৰী বিষয়াৰ দ্বাৰা দুখীয়া খেতিয়কৰ নিষ্পেষণ দেখিবলৈ পাওঁ। উপন্যাসৰ প্ৰধান চৰিত্ৰ ৰসেশ্বৰ এটা দুখীয়া খেতিয়ক। সি তাৰ সৰু মাটি টুকুৰাত খেতি কৰি কোনো মতে এসাজ খাই এসাজ নেখাই পৰিয়ালটো চলাই আছিল। গাঁৱৰ প্ৰতাপী মানুহ সনাতন শৰ্মাই কাগজ-পত্ৰ জাল কৰি তাৰ সেই মাটিকণো হস্তগত কৰে। ৰসেশ্বৰে আধি কন্‌চিলিয়েশ্যন ব'ৰ্ডৰ ওচৰত সনাতন শৰ্মাৰ বিৰুদ্ধে গোচৰ দিয়ে। এই ব'ৰ্ড চৰকাৰে আধিয়াৰক সুৰক্ষা দিবৰ কাৰণে কৰিছে। ব'ৰ্ডখনত তিনিজন সদস্য থাকে। এজন সদস্য হ'ল চাব্‌ডেপুটি কলেক্টৰ, আন এজন সদস্য হ'ল মাটিৰ মালিকৰ প্ৰতিনিধি আৰু তৃতীয়জন হ'ল আধিয়াৰৰ প্ৰতিনিধি। চাবডেপুটি কালেক্টৰজনেই ব'ৰ্ডৰ অধ্যক্ষ। ৰসেশ্বৰে ন্যায় পোৱাৰ আশা কৰে; কিন্তু তাৰ আশা অথলে যায়। ধনীয়ে আইন কিনিব পাৰে। ৰসেশ্বৰে ঘৰৰ সকলো সা-সম্পদ বেচি আধি ব'ৰ্ডৰ সদস্য আৰু কাছাৰীৰ দুৰ্নীতিপৰায়ণ বিষয়াক সন্তুষ্ট কৰাৰ যত্ন কৰে। মণ্ডল, পেস্কাৰ, এচ ডি চি, আদি ব'ৰ্ডৰ সদস্য সকলোৱেই ৰসেশ্বৰৰ তেজ সোহে। ঔপন্যাসিকে গোচৰ নিষ্পত্তিত অযথা বিলম্ব হোৱাৰ প্ৰতি আমাৰ দৃষ্টি আকৰ্ষণ কৰে। ৰসেশ্বৰে কঠিয়া ৰুৱৰ সময় উকলি যোৱাৰ আগতে ৰায় আশা কৰিছিল। কিন্তু যেতিয়া গোচৰ দিয়াৰ পৰা শুনানিৰ দিন ধাৰ্য কৰাতেই সাত মাহ লাগি গ'ল তেতিয়া হতাশাত ভাগি পৰে। ৰসেশ্বৰে সোনকালে

গোচৰৰ শুনানিৰ দিন স্থিৰ কৰাবলৈ গৈ পেস্কাৰক ভেটি দিয়ে। তাৰ ল'ৰাটোক স্কুল এৰুৱাই লোকৰ ঘৰত চাকৰ থয়। সি আৰু তাৰ ঘৈণীয়েক দুয়ো দিন হাজিৰা কৰিবলৈ লয়। কিন্তু গোচৰৰ ৰায় তাৰ বিৰুদ্ধে যায়। ৰসেশ্বৰে সকলো হেৰুৱাই দাল দৰিদ্ৰত পৰিণত হয়।

সনাতন শৰ্মাই সাধাৰণ নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰে আৰু ৰসেশ্বৰে তেওঁৰে প্ৰচাৰ-পত্ৰ গছ-বেৰ আদিত লগাই ফুৰে। এই কামৰ কাৰণে সি সনাতন শৰ্মাৰ পৰা দিনে পঁচিশ টকাকৈ হাজিৰা পায়। ঔপন্যাসিকে ৰসেশ্বৰৰ ভাগ্যৰ বিপৰ্যয় আৰু পৰিস্থিতিৰ উপহাস উপন্যাসখনত ফুটাই তুলিছে।

ঔপন্যাসিকে আইনৰ সুৰুঙাবিলাকৰ প্ৰতিও আমাৰ দৃষ্টিগোচৰ কৰিছে। সনাতন শৰ্মাৰ নিৰ্বাচন সভাত শাসক দলে ধনী মাটিগিৰীৰ পৰা মাটি অধিগ্ৰহণ কৰাৰ প্ৰতিশ্ৰুতি দিয়ে। কিন্তু ৰসেশ্বৰে ভাবি আচৰিত হয় যে সনাতন শৰ্মাৰ ছশ বিঘা মাটি আছে, সেই মাটি চৰকাৰে অধিগ্ৰহণ কৰিব পাৰিব জানো বুলি সি ভাবে। ১৯৫৬ৰ চিলিং আইনে এজন ব্যক্তিয়ে ১৫০ বিঘাতকৈ বেছি মাটি ৰাখিব নোৱাৰা কৰিছিল। ১৯৭০ আৰু ১৯৭২ৰ সংশোধনে এই সীমা ক্ৰমে ৭৫ বিঘা আৰু ৫০ বিঘালৈ নমায়। এই চিলিং আইন মতে সনাতন শৰ্মাৰ চিলিঙৰ ওপৰৰ মাটি চৰকাৰে অধিগ্ৰহণ কৰিব লাগে। কিন্তু সনাতন শৰ্মাই আইনক ফাঁকি দিয়াৰ পথ বিচাৰি লয়। চিলিং আইনখন কৰাত সক্ৰিয় ভূমিকা লোৱা এজন এম এল এ আৰু এই আইন কাৰ্যকৰী কৰাৰ দায়িত্বত থকা এজন বিষয়াই সনাতন শৰ্মাক তেওঁৰ মাটি ঘৈণীয়েক আৰু ল'ৰা-ছোৱালীৰ নামলৈ নিবলৈ পৰামৰ্শ দিয়ে।

প্ৰফুল্ল দত্ত গোস্বামীৰ 'কেঁচা পাতৰ কপনি'ৰ (১৯৫০) বিষয়বস্তু হ'ল পুৰণি অৰ্থনৈতিক বিন্যাসৰ শেষত এক নতুন অৰ্থনৈতিক বিন্যাসৰ আৰম্ভণী। উপন্যাসখন ৰচনাৰ সময়ত কৃষি ৰায়তৰ স্বাৰ্থক সুৰক্ষা দি কেইবাখনো বিশেষ আইন কৰা হৈছিল। জনসাধাৰণৰ মাজত এক নতুন সচেতনতা আহি পৰিছিল। দ্বিতীয় মহাযুদ্ধ তেতিয়া শেষ হৈছেহে। মূল্যবৃদ্ধিৰ হেঁচাত সাধাৰণ মানুহৰ জীৱনলৈ ভাবিব নোৱাৰা কষ্ট আৰু দাৰিদ্ৰ্য আহিছিল।

উৎপল এজন মাটিৰ মালিকৰ ল'ৰা। ৰায়তবিলাকৰ সকলোৱেই কছাৰী আৰু মিকিৰ। সিহঁতে সময়ে অনা প্ৰভাৱৰ ফলত খাজনা দিবলৈ অমান্তি হৈছিল। দেউতাকে

উৎপলক খাজনা সংগ্ৰহৰ কাৰণে ফুলবাৰী গাঁৱলৈ পঠায়। ফুলবাৰী নগাঁও জিলাৰ পৰা ছমাইল দূৰত্বত মিকিৰ পাহাৰৰ নামনিত। ৰায়তবিলাকৰ দাৰিদ্ৰ্য আৰু কষ্টই উৎপলক সিহঁতৰ প্ৰতি সহানুভূতিশীল কৰি তোলে। কিন্তু তাৰ দেউতাকে ৰায়তৰ পৰা যিকোনো প্ৰকাৰে খাজনা তুলিবলৈ যত্ন কৰে আৰু সিহঁতৰ বিৰুদ্ধে মোকৰ্দমা তৰে।

উৎপলৰ চৰিত্ৰত আমি সেই সময়ৰ উদাৰ সমাজবাদী চিন্তাৰ প্ৰভাৱ দেখিবলৈ পাওঁ। তদুপৰি তেওঁৰ চৰিত্ৰত অস্থিৰতা, কিবা এটা কৰাত স্থিৰ সিদ্ধান্তৰ অভাৱ দেখা যায়। এনে অস্থিৰতা আৰু স্থিৰ সিদ্ধান্তৰ অভাৱ সেই সময়ৰ যুৱকসকলৰে এটা চাৰিত্ৰিক গুণ আছিল। পাঁচবছৰীয়া পৰিকল্পনা তেতিয়াও আৰম্ভ হোৱা নাই। চাকৰি বা নিয়োগৰ আন ব্যৱস্থা সীমিত আছিল। শিল্প-বাণিজ্যত অসমৰ পিছপৰা অৱস্থাৰ বিষয়ে অসমীয়া যুৱকসকল ক্ৰমে সচেতন হৈ পৰিছিল। একাংশ যুৱকে স্বাধীন ব্যৱসায় কৰিবলৈ আগবাঢ়ি আহিছিল। কিন্তু তেওঁলোকৰ দৃঢ় সংকল্পৰ অভাৱ আছিল। তদুপৰি তেওঁলোকৰ শিল্প এটাক গঢ়া দিয়াৰ বিষয়ে কোনো জ্ঞান আৰু ধাৰণা নাছিল, কোনো প্ৰশিক্ষণ আৰু অভিজ্ঞতা নাছিল, মূলধন নাছিল আৰু সবাতোকৈ নাছিল শিল্প এটা গঢ় দিয়াৰ বা ব্যৱসায়ৰ কাৰণে লগা মানসিক প্ৰবৃত্তি। উৎপলে এখন মনোহাৰী দোকান দিয়ে আৰু সিহঁতৰ ৰায়ত একালৰ তাৰ সহপাঠী নিতাইক দোকান চোৱা-চিতা কৰিবৰ কাৰণে নিযুক্ত কৰে। কিন্তু নিতাইৰ দোকানখনত কোনো আগ্ৰহেই নাই। নিতায়ে সেই সময়ৰ আই এ পৰীক্ষা পাছ কৰি চৰকাৰী চাকৰি বিচাৰে। কিন্তু চৰকাৰী চাকৰি নাপাই সি জীৱন আৰু কামৰ প্ৰতি আগ্ৰহ হেৰুৱাই পেলায়। নিতাইৰ মনত এটাই ভাব আছিল যে যিহেতু সি পাছ পৰা কছাৰী সম্প্ৰদায়ৰ ল'ৰা, তাৰ পৰিয়াল আৰু নিজৰ সামাজিক উত্তৰণৰ একমাত্ৰ পথ হৈছে কিবা এটা সম্মানীয় চৰকাৰী চাকৰি সংগ্ৰহ কৰা। এই সম্পৰ্কত ১৯৩১ৰ চেন্সাচ চুপাৰিন্‌টেণ্ডেণ্ট মুলান চাহাবৰ মন্তব্য প্ৰণিধানযোগ্য। মুলান চাহাবে তেওঁৰ প্ৰতিবেদনত লেখিছিল যে এটা ল'ৰাই মেট্ৰিক পাছ কৰি, কলেজত পঢ়ি, চৰকাৰী চাকৰি এটা যোগাৰ কৰিহে নিজে আৰু পৰিয়ালটোক ওপৰলৈ উঠাব পাৰে বুলি সমাজত এটা ধাৰণা আছিল। কোনো এটা জনগোষ্ঠী বা সম্প্ৰদায়ৰ সন্ত্ৰম জোখাৰ মাপকাঠি আছিল সেই সম্প্ৰদায়ৰ কিমান সংখ্যক মানুহ চৰকাৰী চাকৰিত আছে তাক ভিত্তি কৰি। (*চেন্সাচ অৱ ইণ্ডিয়া*, অসম, ১৯৩১, তৃতীয়

খণ্ড, পৃ ১৩২)। নিতায়ে দোকানখনত কোনো আগ্ৰহ নথকাত কামলৈ অৱহেলা কৰে। ফলত উৎপলৰ ব্যৱসায়ত লোকচান হয় । গোৱালপাৰা জিলাৰ গৌৰীপুৰত উৎপলে মাৰোৱাৰী ব্যৱসায়ী গিৰিধাৰীলালৰ লগত যৌথ ভাবে ব্যৱসায় আৰম্ভ কৰে । কাঠৰ ব্যৱসায়ত উৎপলৰ লাভো হয় । কিন্তু লাভ হোৱাৰ স্বত্বেও সি ব্যৱসায়ত যথোচিত গুৰুত্ব নিদিয়ে । গিৰিধাৰীলালৰ লগত ব্যৱসায় সম্পৰ্কে কোনো কথা পতাৰ পৰা সি আঁতৰি থাকে। ব্যৱসায় কৰাৰ কাৰণে সি উপযুক্ত নহয়। তাৰ ব্যৱসায় কৰাৰ প্ৰকৃতি নাই। গৌৰীপুৰৰ পৰা আহি সি এটা চৰকাৰী অফিচত কেৰাণী কামত সোমায়। কিন্তু, চৰকাৰী চাকৰিতো তাৰ আগ্ৰহ নাই । তাৰ দেউতাকৰ মৃত্যুত সি ঘৰলৈ আহি কতৃপক্ষক একো নজনোৱাকৈ কামত বহুদিন অনুপস্থিত থাকে।

'কেঁচা পাতৰ কপনি' এখন চৰিত্ৰ প্ৰধান উপন্যাস। ঔপন্যাসিকৰ উদ্দেশ্য চৰিত্ৰৰ মানসিক প্ৰক্ৰিয়া বিশ্লেষণ কৰা । উপন্যাসৰ প্ৰধান চৰিত্ৰ উৎপল বহুলোকৰ সান্নিধ্যলৈ আহে। সি জীৱনৰ বাটত ব্যৱসায়ী গিৰীধাৰীলালক লগ পায়, শিল্পী ৰবীন কুমাৰক লগ পায়, এলেহুৱা তৰল ডেকা প্ৰবীণক লগ পায়, হতাশাগ্ৰস্ত কছাৰী যুৱক নিতাইক লগ পায়, দুৰ্ভগীয়া কছাৰী ছোৱালী বহাগীক লগ পায, খাছী দেহোপজীৱিনি কাদ্ৰপক লগ পায়। এই সকলো লোকেই তাৰ মনত বিভিন্ন ধৰণে প্ৰভাৱ পেলায়, কিন্তু কোনেও তাৰ মনত স্থায়ী সাঁচ বহুৱাব নোৱাৰে। ঔপন্যাসিকে এই সকলো চৰিত্ৰ আনিছে উৎপলৰ জীৱনৰ উদ্দেশ্যহীনতা, কোনো সিদ্ধান্ত লোৱাত অপাৰগতা আৰু জীৱনৰ প্ৰতি এটা ইতিবাচক দৃষ্টিভঙ্গীৰ অভাৱ চিত্ৰিত কৰিবলৈ। উৎপল নীলিমা নামৰ এজনী গাভৰুৰ সংস্পৰ্শলৈ আহে; কিন্তু তাইৰ লগত কোনো স্থায়ী সম্বন্ধ স্থাপন কৰিবলৈ সি ভয় কৰে। তাৰ একালৰ সহপাঠী, স্কুলৰ শিক্ষয়িত্ৰী মিনতিয়েও তাক পাবলৈ আশা কৰি তাৰ সান্নিধ্য বিচাৰে; কিন্তু সি তাইৰ প্ৰতি কোনো আসক্তি অনুভৱ নকৰে। উৎপলক নীলিমা আৰু মিনতিৰ সান্নিধ্যলৈ আনি ঔপন্যাসিকে দেখুৱাইছে যে উৎপলে নিজৰ মনে কি বিচাৰে সেই কথাই নাজানে, কি বিচাৰে নাজানে কাৰণে পোৱা বস্তুও সি স্থায়ীভাৱে পাবলৈ নিবিচাৰে।

তিলক দাসৰ 'দুজন বেকাৰ'ত (১৯৪২) নিবনুৱা সমস্যা আৰু ইয়াৰ ফলত যুৱকৰ মনলৈ অহা অসহায় ভাব আলোচনা কৰা হৈছে। বৰ্তমানৰ শিক্ষা ব্যৱস্থাই ছাত্ৰক উৎপাদনশীল জীৱন যাপন কৰিবলৈ সক্ষম কৰি নোতোলে। সমগ্ৰ শিক্ষা

ব্যৱস্থাটোৰে পৰিৱৰ্তনৰ আৱশ্যক হৈছে। শিক্ষা ব্যৱস্থা আৰু সমাজৰ অৰ্থনৈতিক গাঁথনিৰ মাজত সু-সামঞ্জস্য থকাৰ প্ৰয়োজন।

লক্ষ্মীনন্দন বৰাৰ 'উত্তৰ পুৰুষ'ত (১৯৭০) প্ৰতাপ কাকতী এটা নিবনুৱা বিজ্ঞান স্নাতক। সি সমাজত এটা অৰ্থপূৰ্ণ জীৱন যাপন কৰিবলৈ অপাৰগ হৈ অপৰাধ জগতত সোমাই পৰে। তাৰ যৌৱনৰ গৌৰৱ, তাৰ পুৰুষোচিত বল-বীৰ্য, তাৰ সকলো শক্তি অসামাজিক কামত প্ৰয়োগ হয়। ঔপন্যাসিকে প্ৰতাপ কাকতীৰ যোগেদি নিবনুৱা জীৱন যাপন কৰিবলৈ বাধ্য কৰাৰ কুফল আৰু ইয়াৰ সুদূৰপ্ৰসাৰী পৰিণামৰ বিষয়ে আমাৰ দৃষ্টি আকৰ্ষণ কৰিছে।

ত্ৰিশৰ দশকত অসমীয়া শিক্ষিত মধ্যবিত্ত শ্ৰেণী বহু পৰিমাণে অসমৰ অৰ্থনৈতিক অনগ্ৰসৰতাৰ বিষয়ে সচেতন হৈ পৰে। মূলধন গঢ়ি তুলি বিনিয়োগৰ দ্বাৰাহে যে অৰ্থনৈতিক উন্নয়ন সাধন কৰিব পাৰি সেই কথা তেওঁলোকে উপলব্ধি কৰে। সঞ্চয় আৰু বিনিয়োগ উৎসাহিত কৰিবৰ কাৰণে শিক্ষিতসকলৰ মাজৰ কেইজনমানে এটা বেংক আৰু এটা বীমা কোম্পানী খুলিছিল। বেংকটোৰ নাম আছিল গুৱাহাটী বেংক আৰু বীমা কোম্পানীটোৰ নাম আছিল ভাস্কৰ ইন্‌চিউৰেঞ্চ কোম্পানী। অম্বিকাগিৰী ৰায়চৌধুৰীৰ নেতৃত্বত শিক্ষিত অসমীয়াই ৰাজনৈতিক, অৰ্থনৈতিক আৰু সামাজিক ক্ষেত্ৰত নিজৰ অস্তিত্ব আৰু স্বকীয়ত্ব প্ৰতিপন্ন কৰিবলৈ যত্ন কৰিছিল। সুৰেশ গোস্বামীৰ 'সাত ৰঙৰ নতুন কাৰেং' (১৯৪৯) উপন্যাসত উপন্যাসৰ নায়ক ৰবীনে অসমীয়া চাহবাগিচাৰ মালিকৰ খৰচী স্বভাৱৰ সমালোচনা কৰিছে। ৰবীনে ভাবে যে মটৰ গাড়ী কিনি আৰু অট্টালিকা সদৃশ ঘৰ সাজি টকা খৰচ কৰাতকৈ তেওঁলোকে চাহ শিল্পতে টকা বিনিয়োগ কৰি উৎপাদন বৃদ্ধি কৰিবলৈ যত্ন কৰিব লাগে। অসমত সঞ্চয় আৰু বিনিয়োগ সঠিকভাৱে হ'ব লাগে বুলি ৰবীনে বিশ্বাস কৰে। যেতিয়া সঞ্চয়কাৰীসকলে বেংকৰ পৰা একেলগে সকলোৱে জমা টকা উঠাই লোৱাত ব্ৰহ্মপুত্ৰ বেংক লিমিটেড সংকটৰ সন্মুখীন হয় তেতিয়া ৰবীনে সঞ্চয়কাৰীসকলক সম্বোধন কৰি কয় যে তেওঁলোকে টকা উলিয়াই নেপেলাই যিমান পাৰে জমা থ'ব লাগে। মুদ্ৰাস্ফীতিৰ সময়ত টকা বেছিকৈ খৰচ কৰা জ্ঞানীৰ কাম নহয়। অসমৰ বেংক ব্যৱস্থাক গঢ় দি তুলি অসমৰ অৰ্থনীতিৰ উন্নতি কৰিবলৈ ৰবীনে সঞ্চয়কাৰীসকলক অনুৰোধ জনায়। অনাঅসমীয়া বেংকবিলাকলৈ আঙুলিয়াই

ৰবীনে কয় যে এই বেংকবিলাকে অসমৰ পৰা বহুতো টকা বাহিৰলৈ লৈ গৈছে। ৰবীনে ভাবে যে অসমৰ প্ৰাকৃতিক আৰু মানৱ সম্পদৰ উচিত ব্যৱহাৰ হোৱা নাই। ৰবীনে অসমৰ অৰ্থনীতি নতুনকৈ গঢ়াৰ সপোন দেখে।

অসমৰ অৰ্থনীতিত চাহ শিল্পই এটা বিশেষ ভূমিকা গ্ৰহণ কৰি আহিছে। চাহ বাগিচাৰ কেৰাণী বহুতো অসমীয়া উপন্যাসত এটা পৰিচিত চৰিত্ৰ। উজনি অসমৰ প্ৰতিখন গাঁৱতে দুই বা তিনিটা সচ্ছল পৰিয়াল দেখিবলৈ পোৱা যায় আৰু এই পৰিয়ালবিলাকৰ অন্ততঃ এজন সদস্য চাহ বাগিচাৰ চাকৰিয়াল। চাহ বাগিচাৰ চাকৰিয়ালে দৰ্মহাৰ উপৰিও বহুতো আন সা-সুবিধা পায় কাৰণে আৰু তেওঁলোকৰ দৈনন্দিন জীৱনৰ খৰচ অতি কম কাৰণে দৰ্মহাৰ বেছি অংশই জমা কৰি ৰাখিব পাৰে আৰু সা-সম্পত্তি কৰিব পাৰে। কিন্তু তেওঁলোকে লোকচানৰ ভয়ৰ কাৰণে ব্যৱসায়-বাণিজ্যত টকা বিনিয়োগ কৰিব নুখুজি কেৱল খেতিৰ মাটি কিনাত টকা বিনিয়োগ কৰে। চাহ  বাগিচাৰ বাবু আৰু শ্ৰমিকৰ জীৱনৰ বৰ্ণনা আমি কেইবাখনো অসমীয়া উপন্যাসত দেখিবলৈ পাওঁ। তাৰে কেইখনমান হ'ল ৰাস্না বৰুৱাৰ (বিৰিঞ্চি কুমাৰ বৰুৱা) 'সেউজী পাতৰ কাহিনী' (১৯৫৯) আব্দুল মালিকৰ 'প্ৰাচীৰ আৰু প্ৰান্তৰ' (১৯৬৮) আৰু শীলভদ্ৰৰ 'তৰঙ্গিণী' (১৯৭১)।

'তৰঙ্গিণী'ত শীলভদ্ৰই প্ৰসঙ্গক্ৰমে চাহ শিল্পই সন্মুখীন হোৱা সমস্যাৰ কথা আলোচনা কৰিছে। উৎপাদনত অধিক খৰচ, বিশ্বৰ অন্য চাহ উৎপাদনকাৰী দেশৰ লগত প্ৰতিযোগিতা, নানা ধৰণৰ কৰ-কাটল আৰু অধিক  পৰিমাণৰ আৱকাৰী শুল্ক এইবিলাকেই চাহ শিল্পৰ প্ৰধান সমস্যা। উপন্যাসৰ এটা প্ৰধান চৰিত্ৰ ৰাজখোৱাই কয় যে চাহ শিল্পৰ অস্তিত্বই লোপ পাবৰ ভয় হৈছে। ইউৰোপিয়ান মালিকসকলে ভাৰতীয় মালিকক চাহ বাগিচা বেচি দিছে। এই ভাৰতীয় মালিকসকলৰ চাহ শিল্পক গঢ় দিয়াৰ কোনো উদ্দেশ্য নাই। তেওঁলোকৰ কোনো দীৰ্ঘম্যাদী আঁচনি নাই। চাহ এটা শিল্প হৈ আৰু থকা নাই, ই এটা ব্যৱসায়ত পৰিণত হৈছে। চাহৰ উৎপাদনত মানদণ্ডৰ উন্নতি কৰাৰ কোনো চেষ্টা নাই।

ঔপন্যাসিকে শিক্ষিত প্ৰাক্তন চাহ শ্ৰমিকৰ আৰু শিক্ষিত থলুৱা অসমীয়াৰ মাজৰ নিবনুৱা সমস্যাৰ বিষয়ে আলোচনা কৰিছে। চাহ বাগিচাৰ বনুৱাবিলাকক চোটনাগপুৰ, বিলাসপুৰ, চাওতালপৰগনা আদি ঠাইৰ পৰা অনা হৈছিল। এতিয়া

তেওঁলোকক অসমৰ স্থানীয় লোকৰ পৰা বেলেগ বুলি ভাবিব নোৱাৰি। ৰাজখোৱাই কয় যে অসমীয়া মানুহে স্থানীয় মানুহ বা থলুৱাৰ কাৰণে উপযুক্ত নিয়োগৰ সুবিধা বিচাৰিছে, থলুৱা প্ৰাৰ্থী থাকোতে অন্য মানুহক নিয়োগ কৰিব নালাগে বুলি কৈছে। কিন্তু তেওঁ ভাবে যে 'থলুৱা' শব্দটো ভালভাবে ব্যাখ্যা কৰিব লাগে। তেওঁ বিনোদ তাঁতিৰ উদাহৰণ দেখুৱায়। বি এ পাছ কৰি বিনোদ নিৰনুৱা হৈ আছে। এতিয়া বিনোদক অসমৰ শিক্ষিত নিৰনুৱাসকলৰ মাজৰে এজন বুলি ভাবিব লাগিবনে, তেওঁক অসমৰ নিৰনুৱাসকলৰ লগত চাকৰিৰ কাৰণে প্ৰতিযোগিতা কৰা এজন বহিৰাগত বুলি ভাবিব লাগিব। ৰাজখোৱাই ভাবে যে এনেকুৱা গুৰুত্বপূৰ্ণ প্ৰশ্নবিলাকৰ সমাধানত আমি আৱেগ বৰ্জন কৰিব লাগিব।

বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'কালৰ হুমুনিয়া'ৰ (১৯৮২) বিষয়বস্তু হ'ল এখন চাহবাগিচাৰ বনুৱাৰ বগা চাহ মালিকৰ বিৰুদ্ধে ধৰ্মঘট। ঔপন্যাসিকে লগতে সেই সময়ত বনুৱাবিলাকৰ ওপৰত ভাৰতীয় জাতীয় কংগ্ৰেছৰ প্ৰভাৱ দেখুৱাইছে। উমাকান্ত শৰ্মাৰ 'এজাক মানুহ এখন অৰণ্য'ৰ (১৯৮৬) পটভূমি অসমৰ চাহবাগিচা আৰু উপন্যাসখনৰ বিষয়বস্তু হ'ল চাহবাগিচাৰ বনুৱা আৰু তেওঁলোকৰ জীৱন।

নৱকান্ত বৰুৱাৰ 'কপিলীপৰীয়া সাধু" (১৯৫২), বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'মৃত্যুঞ্জয়' আৰু লক্ষ্মীনন্দন বৰাৰ 'ছাঁ জুইৰ পোহৰত' অসমলৈ পূব বঙ্গৰ মুছলমানৰ প্ৰব্ৰজন আৰু অসমৰ ৰাজনীতি, অৰ্থনীতি আৰু জনগাঁথনিত ইয়াৰ প্ৰভাৱৰ বিষয়ে প্ৰাসঙ্গিক উল্লেখ আছে। নৱকান্ত বৰুৱাই এই প্ৰব্ৰজনকাৰী মুছলমানসকলৰ কঠোৰ পৰিশ্ৰমী স্বভাৱ, সিহঁতৰ মৰাপাটৰ খেতি, সিহঁত অহাৰ লগে লগে নগাঁৱত অপৰাধ বাঢ়ি যোৱা আৰু ইয়াৰ ফলত নগাঁও কাছাৰীত বঙালী আৰু অসমীয়া উকীলৰ সংখ্যা বাঢ়ি যোৱাৰ কথা উল্লেখ কৰিছে। বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য আৰু লক্ষ্মীনন্দন বৰাই অসমৰ ভূমিহীন কৃষকৰ সমস্যা প্ৰব্ৰজনৰ সমস্যাৰ পটভূমিত বিচাৰ কৰিছে।

আব্দুল মালিকৰ 'কবিতাৰ নাম লাভা'ত (১৯৬৯) অসম অসমীয়াৰ কাৰণে মনোভাব প্ৰধান চৰিত্ৰ শৰৎ ফুকনৰ মাজেদি প্ৰকাশ পাইছে। সাংবাদিক শৰৎ ফুকনে কাপোৰ, মনোহাৰী সামগ্ৰী, গেলামালকে ধৰি সকলো খাদ্যসামগ্ৰীতে 'বহিৰাগত'ৰ একচেটিয়া ব্যৱসায়ত ক্ষোভ প্ৰকাশ কৰিছে।

আজিও যে নগণ্য কেইজনমান অসমীয়া লোকহে ব্যৱসায় কৰি আগবাঢ়ি

গৈছে তাত আচৰিত হ'বলগীয়া একো নাই। কৃষি, অভিযান্ত্রিক আদি বৃত্তিমুখী বিষয়ত শিক্ষালাভ কৰিও বেছিভাগেই চৰকাৰী চাকৰিৰ ওপৰত নিৰ্ভৰ কৰে। ব্যৱসায়ৰ প্ৰতি লাগতিয়াল মনস্তাত্বিক পৰিৱৰ্তন হোৱা নাই। চৰকাৰী চাকৰিত এতিয়াও বেছি নিৰাপত্তা, আৰাম আৰু সন্মান আছে বুলি ভবা হয়।

অসমীয়া মধ্যবিত্তই বৃটিছৰ শাসনৰ আৰম্ভণীৰ পৰাই অতি উৎসাহেৰে লোৱা বৃত্তি হ'ল ওকালতি বৃত্তি। ইয়াৰ কাৰণ হ'ল বৃটিছে মাটিত ব্যক্তিগত অধিকাৰ দিয়া আৰু তাৰ ফলত আদালত আৰু মাটি সংক্ৰান্তীয় গোচৰৰ বৃদ্ধি পোৱা। মাটিত ব্যক্তিগত অধিকাৰ দিয়াৰ লগে লগে মৌজাদাৰ নিয়োগৰ আৱশ্যক হ'ল। মৌজাদাৰবিলাকক কেইবাখনো গাঁও সামৰি এক বিশেষ খণ্ডৰ কাৰণে নিয়োগ কৰা হয়। সাধাৰণতে মৌজাদাৰবিলাকক ভাল বংশৰ ধনী পৰিয়ালৰ পৰা পুৰুষানুক্ৰমে নিয়োগ কৰা হয়। কিছুমান মৌজাদাৰে তেওঁলোকৰ ৰায়তক নিজৰ পৰিয়ালৰ মানুহৰ দৰে মৰম কৰিছিল আৰু তেওঁলোকৰ সুখ-দুখৰ ভাগী হৈছিল। বীণা বৰুৱাৰ 'জীৱনৰ বাটত' উপন্যাসত মৰঙিৰ মৌজাদাৰ ভোগদত্ত শইকীয়াক তেওঁৰ মৰমিয়াল পৰোপকাৰী স্বভাৱৰ কাৰণে সকলো ৰায়তে শ্ৰদ্ধা কৰিছিল। চন্দ্ৰ প্ৰসাদ শইকীয়াৰ 'জন্মান্তৰ'ত (ৰামধেনু'ত খণ্ড খণ্ডকৈ ১৯৬০-৬১-ত প্ৰকাশ পাইছিল) মৌজাদাৰ পৰশুৰাম বৰুৱা সকলো ৰায়তলৈ মৰম-স্নেহ থকা এজন সবল ব্যক্তিত্বৰ মানুহ। কিন্তু সকলো মৌজাদাৰেই ভোগদত্ত শইকীয়া আৰু পৰশুৰাম বৰুৱাৰ দৰে নাছিল। কিছুমানে খাজনা তোলাৰ নামত ৰায়তবিলাকক অযথা জোৰ-জুলুম কৰিছিল আৰু এটা এলেহুৱা বিলাসী জীৱন কটাইছিল।

অসমত ৰায়তাৰি ব্যৱস্থা বৃটিছে প্ৰৱৰ্তন কৰোতে দেশৰ অন্য ৰাজ্যত স্থায়ী ভূমি বন্দৱস্তীৰ ব্যৱস্থা কৰে। মফট মিল্‌ছে তেওঁৰ প্ৰতিবেদনত লেখিছিল যে স্থায়ী ভূমি ব্যৱস্থাই এমুঠি জমিদাৰক জনসাধাৰণৰ খৰচত এলেহুৱা বিলাসী জীৱন কটোৱাৰ সুবিধা দিছিল। অসমৰ গোৱালপাৰা জিলাতহে জমিদাৰী প্ৰথা আছিল। শীলভদ্ৰৰ 'মধুপুৰ'ৰ (১৯৭১) বিষয়বস্তু সামন্তবাদৰ অৱক্ষয় আৰু পুঁজিবাদৰ উত্থানৰ মাৰ্ক্সীয় চিন্তাৰ ওপৰত নিৰ্ভৰ কৰি গঢ়লৈছে। ঔপন্যাসিকে মধুপুৰৰ জমিদাৰ পৰিয়ালৰ ক্ৰমাগত অৱনতি আৰু অৱক্ষয় আৰু দ্বিতীয় মহাযুদ্ধই নগৰখনলৈ অনা অৰ্থনৈতিক আৰু সামাজিক পৰিৱৰ্তনৰ ছবি দাঙি ধৰিছে। উপন্যাসখনত মাৰ্ক্সৰ দ্বন্দ্বমূলক যুক্তিবাদৰ

চিন্তা সুস্পষ্ট। ঔপন্যাসিকে ইঙ্গিত কৰিছে যে সামন্তবাদৰ ভিতৰতে থকা বৈপৰীত্যই পুঁজিবাদৰ অভ্যুত্থান ঘটাব। ঔপন্যাসিকে মধুপুৰৰ শেষ জমিদাৰ নাৰায়ণ বৰুৱাৰ চৰিত্ৰৰ যোগেদি প্ৰকাশ কৰিছে যে জমিদাৰবিলাকে অৱক্ষয় আৰু অৱনতিৰ পাছতো সমাজৰ পৰিবৰ্তনৰ লগত খাপ খাবলৈ অপাৰগ হৈছে। তেওঁলোকে আভিজাত্যৰ মিছা গৌৰৱক লৈ বাচি থাকিবলৈ বিচাৰে আৰু ফোপোলা সম্ভ্ৰম, মৰ্যাদা, প্ৰতিপত্তিৰ ভাব বাদ দিব নোৱাৰে।

উপন্যাসৰ মধুপুৰ প্ৰকৃততে গৌৰীপুৰহে। ঔপন্যাসিকে জমিদাৰসকলৰ ভোগসৰ্বস্ব জীৱন দেখুৱাইছে। জমিদাৰসকলে সময়ৰ পৰিৱৰ্তনৰ লগত খাপ খাব নোৱাৰাৰ বিপৰীতে সাধাৰণ মানুহে সময়ৰ সুযোগ গ্ৰহণ কৰি শিক্ষিত হৈ চৰকাৰী চাকৰি, ব্যৱসায়, উদ্যোগ আদিত সোমাই পৰিছিল। জমিদাৰ পৰিয়ালে পুৰণা আভিজাত্যও ৰাখিব নোৱাৰিলে আৰু আনহাতে নতুন যুগে সৃষ্টি কৰা সুযোগ-সুবিধাও গ্ৰহণ কৰিব নোৱাৰিলে।

উপন্যাসখনত এটা সন্নিবদ্ধ কাহিনী নাই, কিছুমান ঘটনাহে আছে। কিন্তু উপন্যাসখনত কলাসুলভ অখণ্ডতা অটুট আছে। ঘটনাবিলাক ছবিৰ দৰে এনেদৰে আহিছে যে উপন্যাসখনে এক বিশেষ আধুনিক কলা-কৌশল লাভ কৰিছে।

বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'ৰাজপথে ৰিঙিয়ায়'ৰ(১৯৫৫) বিষয়বস্তু হ'ল শ্ৰমিক শক্তি একেলগ হৈ শ্ৰেণীহীন সমাজ গঠনৰ কাৰণে কৰা সংগ্ৰাম। এই উপন্যাসত মাৰ্ক্সীয় দৰ্শনৰ শ্ৰেণী সংগ্ৰামৰ চিন্তা স্পষ্ট ৰূপত প্ৰকাশ পাইছে।

মিলৰ শ্ৰমিক ছামচেৰে ভাবে যে ধনীৰ দ্বাৰা দুখীয়াৰ নিষ্পেষণ বন্ধ হ'লেহে শ্ৰমিকৰ শাসন প্ৰতিষ্ঠা কৰিব পৰা যাব। ছামচেৰে কাম কৰা মিলটোৰ শ্ৰমিকবিলাকে তেওঁলোকৰ লগৰ কামৰ পৰা বৰ্খাস্ত কৰা কেইজনমান শ্ৰমিকক পুনৰ কামত যোগ কৰিবলৈ দিয়াৰ দাবীত দহ দিন ধৰি আন্দোলন কৰে। তেওঁলোকে দৰ্মহা বৃদ্ধিৰো দাবী কৰে। মিলৰ গৰাকীয়ে চৰকাৰী শ্ৰমিক বিষয়াৰ সহায় বিচাৰে। কিন্তু বনুৱাবিলাকে কয় যে তেওঁলোকৰ দাবী পূৰণ নোহোৱালৈকে কোনো আপোচ হ'ব নোৱাৰে। যিহেতু শ্ৰমিক কেইজনক অন্যায়ভাৱে বৰ্খাস্ত কৰা হৈছে, শ্ৰমিকৰ দাবীৰ ন্যায্যতা আছে। উপন্যাসৰ নায়ক মোহনৰ বিশ্বাস যে মিল মালিকে শ্ৰমিকৰ ন্যায্য দাবী বেছিদিন উপেক্ষা কৰিব নোৱাৰে। মোহনে ইতিমধ্যে মালিকৰ শ্ৰমিকসকলৰ প্ৰতি মনোভাবত

পৰিৱৰ্তন দেখিবলৈ পাইছে। মোহনে ভাবে যে সমাজলৈ পৰিৱৰ্তন শান্তিপূৰ্ণ পথেদি আনিব পৰা যাব।

বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ চিন্তাত গান্ধীজীৰ ৰাজনৈতিক আদৰ্শৰ প্ৰভাৱ দেখিবলৈ পাওঁ। 'ইয়াৰুইঙ্গম'ত (১৯৬১) ঔপন্যাসিক ভট্টাচাৰ্যই নগাবিলাকৰ বিদ্ৰোহ বিষয়বস্তু হিচাপে লৈছে। উপন্যাসৰ নায়ক ৰিশ্বাঙৰ ওপৰত গান্ধীজীৰ অহিংস দৰ্শন আৰু যীশু খ্ৰীষ্টৰ প্ৰেমৰ বাণীৰ প্ৰভাৱ দেখিবলৈ পোৱা যায়। বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ চিন্তা সম্পূৰ্ণ মাৰ্ক্সীয় বুলি ক'ব নোৱাৰি। তেওঁ শ্ৰমিকে মালিকীস্বত্ব পোৱাৰ কথা ক'লেও নিয়োগকাৰী মালিকৰ অন্তৰ পৰিৱৰ্তনৰ যোগেদি সমাজৰ শান্তিপূৰ্ণ পৰিৱৰ্তনত বিশ্বাস কৰে।

একে ঔপন্যাসিকৰ 'প্ৰতিপদ'ৰ (১৯৭০) বিষয়বস্তু হ'ল ১৯৩৯ত ডিগবৈ তৈলক্ষেত্ৰত শ্ৰমিকৰ আঠ মাহ ধৰি হোৱা আন্দোলন। ঔপন্যাসিকে শ্ৰমিক আৰু ডিগবৈ তেল শোধনাগাৰৰ কৰ্তৃপক্ষৰ মাজত সংঘাত দেখুৱাইছে। শ্ৰমিকবিলাকে একত্ৰিতভাৱে অৰ্থনৈতিক নিষ্পেষণ আৰু সামাজিক অন্যায়ৰ বিৰুদ্ধে থিয় দিয়ে। উপন্যাসখনৰ আটাইতকৈ গুৰুত্বপূৰ্ণ চৰিত্ৰ হ'ল চণ্ডী অহীৰ। চণ্ডী অহীৰে শোধনাগাৰত কাম কৰা সৰহ সংখ্যক বনুৱাৰ প্ৰতিনিধিত্ব কৰে। তাৰ চৰিত্ৰত আমি ধনীৰ নিষ্পেষণৰ সন্মুখত দুখীয়াৰ অসহায় অৱস্থা দেখিবলৈ পাওঁ। তাৰ চৰিত্ৰই আমাক দুখীয়া মানুহৰ জীৱনৰ বঞ্চনা আৰু হতাশাৰ বিষয়ে অৱগত কৰে। অৱশেষত তাৰ বৃটিছ বিষয়াৰ হাতত মৃত্যু হয়। উপন্যাসখনত আমি ঔপন্যাসিকৰ চৰিত্ৰ সৃষ্টিৰ পটুতা দেখিবলৈ পাওঁ। অধ্যয়নশীল চেটাৰ্জী এসময়ত সন্ত্ৰাসবাদী আছিল। তেওঁৰ মত যে শ্ৰমিকৰ এখন ইউনিয়নৰ অবিহনে শ্ৰমিকৰ ছাঁটাই বন্ধ হ'ব নোৱাৰে। তেওঁ এনেকুৱা এখন ৰাষ্ট্ৰ গঠন কৰিব খোজে য'ত শ্ৰমিকসকলেও অধিকাৰ উপভোগ কৰিব পাৰিব। সকলো শ্ৰমিকক ট্ৰেড ইউনিয়নৰ অধীনলৈ আনি তেওঁ শ্ৰমিকৰ মাজত এক সচেতনতা সৃষ্টি কৰিব খোজে। তেওঁ আশা কৰে যে কোম্পানীটোৰ মালিকীস্বত্ব এদিন শ্ৰমিকৰ হাতলৈ আহিব। উপন্যাসৰ আন এটা চৰিত্ৰ গিয়াছুদ্দিন এটা সামাজিক আৰু ধৰ্মীয় সংস্কাৰমুক্ত চৰিত্ৰ। সি প্ৰথমে হিন্দু আছিল আৰু হিন্দু নাম আছিল ডিম্বেশ্বৰ। কিন্তু তাৰ প্ৰথমা পত্নীৰ কোনো সন্তান নোহোৱাত সি জাহানাৰাক বিয়া কৰায় আৰু মুছলমান ধৰ্ম গ্ৰহণ কৰে। তাৰ কাৰণে ধৰ্ম এটা কোট চোলাৰ নিচিনা, মন কৰিলেই সহজে যেতিয়াই

তেতিয়াহে সলাব পাৰি। উপন্যাসৰ আনবিলাক চৰিত্ৰ যেনে বৰুৱা, ইচমাইল, নাচিৰুদ্দিন সমানে আকৰ্ষণীয়। স্ত্ৰী চৰিত্ৰ পাম্মু, লছমী, নয়নমণি, আৰু জেবুন্নিচা সজীৱ, প্ৰাণচঞ্চল আৰু আকৰ্ষণীয়। ইংৰাজ বিষয়া টাওলাৰ আৰু জিলাপ্‌চী সাম্ৰাজ্যবাদী শোষণৰ প্ৰতিভূস্বৰূপ। টাওলাৰ অত্যাচাৰী আৰু বনুৱাক জোৰেৰে দমাই ৰখাৰ পক্ষপাতি। জিলাপ্‌চী ইন্দ্ৰিয়পৰায়ণ মদ্যাসক্ত, সি প্ৰতি মুহূৰ্ততে সম্ভোগ আৰু উত্তেজনাপূৰ্ণ জীৱন বিচাৰে। এই ইংৰাজ পুৰুষ চৰিত্ৰবিলাকৰ বিপৰীতে শ্ৰীমতী ফ্লেমিঙৰ চৰিত্ৰ উপস্থাপন কৰা হৈছে। শ্ৰীমতী ফ্লেমিং প্ৰেম, কৰুণা আৰু মানৱতাৰ প্ৰতীক।

দুৰ্গা-নয়নমণি, ইচ্‌মাইল-লছমী, বৰুৱা-বৰুৱানী আৰু গিয়াছুদ্দিন-জাহানাৰাৰ দাম্পত্য জীৱনৰ উপ কাহিনীয়ে উপন্যাসখনৰ কেৱল সৌষ্ঠৱ বঢ়োৱাই নাই শ্ৰমিকবিলাকৰ ইংৰাজ বিষয়াৰ বিৰুদ্ধে সংগ্ৰামৰ মানৱীয় আবেদনো গভীৰ কৰি তুলিছে।

উপন্যাসৰ আন এটা চৰিত্ৰ বোধনে নিজৰ শ্ৰেণী স্বাৰ্থক বিশ্বাসঘাতকতা কৰি ওপৰ শ্ৰেণীৰ লগত মিলিব খুজিছে। বোধনে টাওলাৰ চাহাব আৰু ব্যৱসায়ী সিংজীৰ দ্বাৰা প্ৰৰোচিত হৈ নেপালী মন্দিৰত গো মাংস ৰাখিছে। ইংৰাজ বিষয়া সকলে এনেদৰে বিভাজন আনি শাসন কৰাৰ নীতি গ্ৰহণ কৰিছিল আৰু সাম্প্ৰদায়িক ঘৃণাৰ ভাব জগাই তুলি শ্ৰমিকৰ একতা বিনষ্টকৰাৰ প্ৰচেষ্টা চলাইছিল।

কামাখ্যা সভাপণ্ডিতৰ 'জীৱনৰ দাবী' ত (১৯৬০) মাৰ্ক্সীয় শ্ৰেণী সংগ্ৰামৰ ধাৰণা স্পষ্টভাৱে প্ৰকাশ পাইছে। উপন্যাসৰ বিষয়বস্তু হ'ল এটা ছপাশালৰ কৰ্মচাৰী আৰু মালিকৰ মাজৰ সংঘাত। ঔপন্যাসিকে মালিক প্ৰশান্ত চৌধুৰী আৰু শ্ৰমিক অনুপৰ মাজত ব্যক্তিত্বৰ সংঘাত দেখুৱাইছে। অনুপে মালিকৰ বিৰুদ্ধে সংগ্ৰামত শ্ৰমিকক নেতৃত্ব দিয়ে। কামাখ্যা সভাপণ্ডিতে অন্য এখন উপন্যাস 'দৰিদ্ৰতাৰ স্বাক্ষৰ'ত(১৯৭২) প্ৰায় একেধৰণৰ সংঘাতকে দেখুৱাইছে।

এই সংঘাত হৈছে ধনী আৰু দুখীয়াৰ মাজত সংঘাত। ধনী শ্ৰেণীক প্ৰতিনিধিত্ব কৰিছে চিৰঞ্জীৱ চৌধুৰী আৰু সঞ্জীৱ চৌধুৰীয়ে। দুয়ো এখন দৈনিক কাকত প্ৰকাশ হোৱা এটা ছপাশালৰ মালিক। দুখীয়া শ্ৰেণীটোৰ প্ৰতিনিধিত্ব কৰিছে পবিত্ৰ, জয়কান্ত, অৰুণাংশু,খগেন, আৰতি আৰু ছপাশালটোৰ অন্যান্য চাকৰিয়ালে। শ্ৰমিক ইউনিয়নৰ সাধাৰণ সম্পাদক পবিত্ৰই শ্ৰমিকবিলাকক মালিকৰ নিষ্পেষণৰ বিৰুদ্ধে সজাগ কৰি তোলে। সি তাৰ সততা, নিষ্ঠা, বিজ্ঞতা আৰু দাৰ্শনিকতাৰে ইউনিয়নখন সবল কৰি

তোলাত সফল হয়। শ্ৰমিক জয়কান্তই তাৰ জীয়েকৰ বিয়াৰ সময়ত তাৰ দৰ্মহাৰ পৰা কিছু আগধন বিচাৰে। কিন্তু একেৰাহে সুদীৰ্ঘ ওঠৰ বছৰ চাকৰি কৰা সত্বেও চৌধুৰী ভ্ৰাতৃদ্বয়ে আগধন দিবলৈ অসন্মত হয়। দৰমহা পৰিষদে অনুমোদন কৰা দৰমহা দিবলৈ অসন্মতি প্ৰকাশ কৰাত শ্ৰমিক আৰু মালিকৰ মাজত দ্বন্দ্ব তুঙ্গত উঠে। শ্ৰমিকবিলাকে নিৰ্দিষ্ট সময়তকৈ বেছি সময় কাম কৰিবলৈ অসন্মতি প্ৰকাশ কৰাত মালিকে কাকতখন সময়মতে উলিয়াব নোৱাৰা হয় আৰু লোকচান ভৰে । শ্ৰমিকবিলাকে এনেদৰে মালিকৰ ওপৰত হেঁচা দিয়ে।

চিৰঞ্জীৱ চৌধুৰীয়ে এটা আৰাম আৰু বিলাসৰ জীৱন কটায়। তেঁওৰ চৰিত্ৰৰ আটাইতকৈ ডাঙৰ বৈশিষ্ট হ'ল এয়ে যে তেওঁ দুখীয়া শ্ৰমিকৰ দাবীৰ ওচৰত সেও নামানে ।সকলো নিষ্পেষণকাৰী মালিকৰ নিচিনাকৈ তেওঁ সকলো উপায়েৰে শ্ৰমিকৰ দাবী মষিমূৰ কৰিবলৈ বিচাৰে।

তেঁওৰ ভ্ৰাতৃ সঞ্জীৱ চৌধুৰীৰ চৰিত্ৰতো নিষ্পেষণকাৰীৰ সকলো গুণ বৰ্তমান। অৰুণাংশুক চিকিৎসাৰ কাৰণে চুটিত থকাৰ সময়তো সঞ্জীৱ চৌধুৰীয়ে কাম কৰিবলৈ বাধ্য কৰে।'অসুখীয়া অৱস্থাত কাম কৰা কাৰণে অৰুণাংশুৱে কামত মনোযোগ দিব নোৱাৰে আৰু ফলত দুৰ্ঘটনাৰ সন্মুখীন হয়। চাকৰিয়ালৰ ৰাজ্যিক বীমা নিগমৰ পৰা ক্ষতিপূৰণ পোৱাতো অৰুণাংশুক তেওঁ বাধা দিয়ে।সঞ্জীৱ চৌধুৰী ইমানেই বিবেকহীন যে টাইপিষ্ট আৰতিৰ দৰিদ্ৰতাৰ সুযোগ ল'বলৈ তেওঁ কুণ্ঠাবোধ নকৰে। ঘৈণীয়েক ঘৰত নথকা সুযোগত তেওঁ আৰতিক কেইবা ৰাতিলৈ নিজৰ ঘৰত ৰাখি সম্ভোগ কৰে। শ্ৰমিকৰ মাজত একতা ধ্বংস কৰাৰ উদ্দেশ্যেৰে তেওঁ তিনিটা শ্ৰমিক ক্ৰমে খগেন, ললিত আৰু বিজনক হাত কৰি পৱিত্ৰৰ বিৰুদ্ধে বদনাম উলিয়ায়। এজন উচ্চবৰ্গৰ টেক্‌নিচিয়ানৰ অৱসৰ প্ৰাপ্তিত তেওঁ পৱিত্ৰক কেইবাজনো জ্যেষ্ঠ কৰ্মচাৰীক চেৰ পেলাই সেই পদলৈ উন্নীত কৰে। পৱিত্ৰৰ সকলো আপত্তি শুনিবলৈ তেওঁ অসন্মত হয়। খগেন, ললিত আৰু বিজনে এই সুবিধাতে শ্ৰমিকবিলাকৰ মাজত প্ৰচাৰ কৰি দিয়ে যে যদিও পৱিত্ৰই দেখাত বনুৱাৰ স্বাৰ্থত কাম কৰিছে, প্ৰকৃততে তাৰ উদ্দেশ্য হৈছে নিজৰ স্বাৰ্থ পূৰণ কৰাহে।

ছপাশালৰ মেনেজাৰ সতীশ হাজৰিকা মালিকক প্ৰতিনিধিত্ব কৰা সকলো এনে পৰ্যায়ৰ চাকৰিয়ালৰ নিদৰ্শন স্বৰূপ।সতীশ হাজৰিকা সঞ্জীৱ হাজৰিকাৰ সোঁহাত

স্বৰূপ আৰু মালিকৰ অধীনৰ এজন কৰ্মচাৰী যদিও তেওঁ নিজকে মালিকৰ লগৰ বুলি ভাবে। সেই কাৰণে তেওঁ আচল মালিকতকৈও শ্ৰমিকক বেছিকৈহে নিষ্ঠুৰ ব্যৱহাৰ আৰু শোষণ কৰে।

ঔপন্যাসিকে নিষ্পেষিত শ্ৰমিকৰ সম্মিলিত শক্তিয়ে নিষ্পেষণকাৰীক পৰাজয় কৰিব বুলি আশা কৰি মাৰ্ক্সীয় দৰ্শনত বিশ্বাস প্ৰকাশ কৰিছে।

অসমত ট্ৰেড ইউনিয়ন আন্দোলন দ্বিতীয় মহাযুদ্ধৰ সময়ৰ পৰা আৰম্ভ হয়। ১৯৩৯ত ডিগবৈ তেল নগৰীত হোৱা আন্দোলনৰ সময়ৰ পৰা ব্ৰহ্মপুত্ৰ আৰু সুৰমা উপত্যকাৰ বহুতো চাহ বাগিচাত শ্ৰমিক ইউনিয়ন গঢ় লৈ উঠে। কিন্তু বেছিভাগ এনে ইউনিয়নেই কাগজে-পত্ৰইহে আছিল। (অমলেন্দু গুহৰ '*প্লেণ্টাৰৰাজ টু স্বৰাজ*', ১৯৭৭, পৃঃ ২৪১-৪২, ২৪৪ দ্ৰষ্টব্য)।

ৰাম্না বৰুৱাৰ 'সেউজী পাতৰ কাহিনী'ত আমি ইংৰাজ চাহ খেতিয়কৰ শ্ৰমিকৰ ওপৰত অবৰ্ণনীয় অত্যাচাৰৰ বাস্তৱ চিত্ৰ দেখিবলৈ পাওঁ। গীৰ্জাৰ পাদুৰীজনে যীশুখ্ৰীষ্টৰ প্ৰেম আৰু দুখ সহ্য কৰাৰ বাণীৰে শ্ৰমিকবিলাকক দুখ-দুৰ্দশাত সান্ত্বনা দিবলৈ যত্ন কৰে, কিন্তু শ্ৰমিকসকলৰ অৱস্থা একেদৰেই থাকে। শ্ৰমিকৰ দুৰ্দশাগ্ৰস্ত জীৱনলৈ কোনো পৰিৱৰ্তন নাহে।

আব্দুল মালিকৰ 'ৰজনীগন্ধাৰ চকুলো'ত (১৯৬৪) ট্ৰেডইউনিয়ন নেতা অবিনাশে চাহ বাগিচাৰ শ্ৰমিকসকলৰ মাজত সমাজৰ উচ্চ শ্ৰেণীৰ মানুহৰ দ্বাৰা তেওঁলোকক কৰা সামাজিক অন্যায়ৰ বিৰুদ্ধে সচেতনতা গঢ়ি তোলে। অবিনাশে শ্ৰমিকবিলাকক কয় যে তেওঁলোকৰ প্ৰকৃত দাবী সামাজিক ন্যায় আৰু এটা ভাল সন্মানীয় জীৱন যাপন কৰাৰ অধিকাৰৰ দাবীহে হ'ব লাগে। অবিনাশে আৰু কয় যে প্ৰকৃত শ্ৰমিক আন্দোলন তেতিয়াৰ পৰাহে হ'ব যেতিয়া শ্ৰমিকে কেৱল বৰ্ধিত দৰমহা, বৰ্ধিত বানচ নিবিচাৰি মানুহৰ দৰে জীয়াই থকাৰ অধিকাৰ বিচাৰিব। অবিনাশে ভাবে যে বৰ্তমান মালিসকলে শ্ৰমিকক মানৱ অধিকাৰৰ পৰা বঞ্চিত কৰিছে।

ৰোহিনী কুমাৰ কাকতীৰ 'এক নক্ষত্ৰৰ নিশা'ত (১৯৬৪) অনুৰাধা প্লাচ কোম্পানীৰ মেনেজিং ডাইৰেক্টৰ বিপুল বৰুৱাই ভাবে যে মালিক আৰু শ্ৰমিকৰ মাজত কোনো দ্বন্দ্ব থাকিব নালাগে। শ্ৰমিকে মানুহ হিচাপে জীয়াই থকাৰ সকলো সুবিধা পাব লাগে। বিপুল বৰুৱাই আৰু ভাবে যে কেৱল ব্যৱসায়ত খটুওৱা পুঁজিৰ

অংশৰ ওপৰত নিৰ্ভৰ কৰি লাভাংশ দিয়াৰ নিয়ম হ'ব নালাগে, শ্ৰমিকৰ শ্ৰমৰ ওপৰতো লাভাংশ দিব লাগে।

গাঁও অঞ্চলত যিহেতু কৃষিয়েই একমাত্ৰ জীৱিকাৰ উপায় আৰু সময় যোৱাৰ লগে লগে জনসংখ্যাৰ বৃদ্ধিৰ হেতু খেতিৰ উপযোগী মাটি কমি আহিছে তেনে ক্ষেত্ৰত বেছিভাগ গাঁওবাসীয়েই বিতত হৈ পৰিছে। সাধাৰণ ভাত মুঠিৰো অভাৱত বহুতেই পুৰণি নীতি-নিয়ম, পৰম্পৰা বিসৰ্জন দি অসৎ উপায়েৰেও

ভাতমুঠি মোকোলোৱাৰ যত্ন কৰিছে। সাধাৰণ মানুহে যেতিয়া চৰম অৰ্থনৈতিক নিৰাপত্তাহীনতাত ভুগিছে আৰু চৰকাৰেও কোনো নিৰাপত্তাৰ আশ্বাস দিব পৰা নাই তেনে ক্ষেত্ৰত বহুতো ছোৱালী আৰু তিৰোতা ধনী ঠিকাদাৰ আৰু ব্যৱসায়ীৰ লুৎসাৰ চিকাৰ হৈছে। নগৰীয়া সভ্যতাৰ পট্টন আৰু গাঁৱৰ অৱক্ষয়ৰ লগে লগে গাঁৱৰ পৰা নগৰলৈ মানুহৰ সোঁত বৈছে। ১৯৬১ৰ লোক পিয়ল মতে গাঁৱৰ পৰা গুৱাহাটীলৈ হোৱা প্ৰব্ৰজনৰ সংখ্যা পুৰুষৰ ৪৪,১৭৩ আৰু মহিলাৰ ১৭,৪৭১। গাঁৱৰ পৰা নগৰলৈ হোৱা প্ৰব্ৰজনৰ ফলত বস্তি অঞ্চল গঢ় লৈ উঠিছে।

লক্ষ্মীনন্দন বৰাৰ 'বলুকাত বিজুলী'ত কৃষিঅৰ্থনীতিৰ ভাঙোনে আমাৰ সমাজলৈ অনা অশুভ প্ৰভাৱৰ চিত্ৰ পাওঁ। খোৱা বস্তুৰ আকালে জনসাধাৰণৰ জীৱনলৈ অনা অভাৱ-অনাটনে আমাৰ সামাজিক জীৱনলৈকো অভাৱনীয় পৰিৱৰ্তন আনিছে। উপন্যাসত নগৰৰ উপকণ্ঠৰ এখন গাঁৱৰ অৱক্ষয়ৰ চিত্ৰ দাঙি ধৰা হৈছে। বাহেক পুখুৰী ৰবৈয়া উৰাজাহাজ ঘাটৰ ওচৰৰ এখন গাঁও। সকলো গাঁওবাসীয়েই নিবনুৱা। তেওঁলোকে কৃষিতো লাগিব পৰাৰ সুবিধা নাই আৰু তেওঁলোকৰ চৰকাৰী চাকৰিও নাই। অভাৱ-অনাটনে তেওঁলোকক অনৈতিক কাম কৰিবলৈ বাধ্য কৰিছে। কিছুমান পৰিয়ালে মিলিটেৰীক দেশী মদ বেচিবলৈ লৈছে, আন কিছুমান নিঃসহায় পৰিয়ালত গাভৰু ছোৱালীয়ে মদ বেচাৰ লগতে মিলিটেৰীক সঙ্গসুখ দিছে। এনেকুৱা নৈতিক আৰু মানসিক অধঃপতনে গাঁওবাসীৰ একতা আৰু আত্মীয় ভাব বিনষ্ট কৰিছে। গাঁৱৰ যুৱকবিলাকে স্বাধীন জীৱনৰ গৌৰৱ হেৰুৱাই পেলাই দুৰ্নীতিপৰায়ণ ব্যৱসায়ীৰ হৈ কাম কৰিছে। সিহঁতে বিবেক হেৰুৱাই পেলাই নিজৰ গাঁৱৰে ভনীৰ লগৰ ভনীজনীকে ঠিকাদাৰৰ হাতত তুলি দিছে।

অভাৱ-অনাটন আৰু নিয়োগৰ সুবিধাৰ অভাৱত গাঁৱৰ মানুহে নগৰলৈ চাকৰি

বিচাৰি আহিছে। গাঁৱত বাস কৰা অত্যন্ত অসুবিধাজনক হৈ পৰিছে। কিন্তু নগৰতো যে সুখ তেওঁলোকৰ কাৰণে বৈ আছে তেনে কথা নহয়। এমুঠি চাউলৰ কাৰণে ৰেশ্যনৰ দোকানৰ সন্মুখত দীঘলীয়া শাৰী। বাতৰি কাকতত অনাহাৰত মৃত্যু, খুৱাব নোৱাৰি নিজৰ সন্তানক পিতৃ-মাতৃয়ে হত্যা কৰা অথবা বেচি দিয়া, আত্মহত্যাৰ বাতৰি সঘনে প্ৰকাশ হয়। দুৰ্নীতিপৰায়ণ ব্যৱসায়ী আৰু চৰকাৰী বিষয়াই দুখীয়া পৰিয়ালৰ জীয়ৰী-বোৱাৰীৰ মঙহ শিয়াল-কুকুৰৰ দৰে টানি-আজুৰি খায়। 'বলুকাত বিজুলী'ত অফিচৰ টাইপিষ্ট প্ৰতিমাৰ পিছত বহুতো ব্যৱসায়ী আৰু বিষয়াই যাঁড়ৰ দৰে দৌৰিছে। এনে অৱস্থাই তাইৰ চৰিত্ৰতো প্ৰভাৱ পেলায়। তাই ভাল-বেয়াৰ বিচাৰ কৰিব নজনা হয়। তাই পুৰুষক ৰূপৰ দ্বাৰা প্ৰলোভিত আৰু মোহাচ্ছন্ন কৰিবলৈ ভাল পোৱা হয়।

অসমীয়া সমাজত বেশ্যা-বৃত্তি এটা সমস্যা হিচাপে দেখা দিয়া নাই। অৱশ্যে দ্বিতীয় মহাযুদ্ধৰ পাছৰ পৰা কৃষি অৰ্থনীতিৰ ভাঙোন, খোৱা বস্তুৰ আকাল আৰু কমকৈ হ'লেও ব্যৱসায়-বাণিজ্যৰ সম্প্ৰসাৰণ, কল-কাৰখানাৰ স্থাপনে বস্তি অঞ্চলৰ সৃষ্টি কৰি কিছুমান বাণিজ্যিক নগৰত বেশ্যা বৃত্তিৰ সুবিধা কৰিছে। হোমেন বৰগোহাঞিৰ 'সুবালা'ত (১৯৬৩) এজনী বেশ্যাৰ দুখ লগা জীৱন চিত্ৰিত হৈছে। সুবালা এজনী সহজ-সৰল গাঁৱলীয়া ছোৱালী। দাৰিদ্ৰ্য আৰু জীৱনৰ নিষ্ঠুৰ অভিজ্ঞতাই তাইৰ মাকক ৰূঢ় আৰু অনুভূতিহীন কৰি তোলে। সুবালাক মাকে গাঁৱৰ ধনীৰ ল'ৰা নৰেনৰ কামনা চৰিতাৰ্থ কৰিবলৈ নিষ্ঠুৰভাৱে বাধ্য কৰাৰ যত্ন কৰে। নৰেনৰ কামনাৰ হাত সাৰিবলৈ সুবালাই এজনী অচিনাকি বুঢ়ীৰ লগত পলাই যায়। বুঢ়ীয়ে সুবালাক নিৰাশ্ৰয়া তিৰোতাৰ ৰাজ্যিক নিবাসত ভৰ্তি কৰাৰ প্ৰতিশ্ৰুতি দিয়ে। কিন্তু সুবালাই বুঢ়ীক বিশ্বাস কৰি এটা বিপদৰ পৰা সাৰিবলৈ গৈ আন এটা ডাঙৰ বিপদতহে পৰে। বুঢ়ীক এজনী কুট্টনী বুঢ়ীহে বুলি জানোতে তাইৰ বহুত পলম হৈ যায়। বুঢ়ীক নৰেনেহে সুবালাৰ ওচৰলৈ পঠাইছিল। নগৰত সুবালাই বেশ্যাৰ জীৱন কটাবলৈ বাধ্য হয়।

সুবালা আৰু তাইৰ মাকৰ ব্যক্তিগত দুৰ্দশাৰ যোগেদি ঔপন্যাসিকে জীৱনৰ কদৰ্য্য, ৰূঢ়, ভয়ানক আৰু নিষ্ঠুৰ দিশটো পাঠকৰ চকুৰ আগত দাঙি ধৰিছে। গাঁৱত দাৰিদ্ৰ্য, অভাৱ-অনাটন, ৰোগ-ব্যাধি, নিষ্ঠুৰতা আছে; কিন্তু নগৰতো সুখ-আনন্দৰ কোনো আশা নাই। নগৰত আছে কদৰ্য্যতা আৰু জীয়াই থকাৰ নিষ্ঠুৰ প্ৰতিযোগিতা।

মুদ্ৰাস্ফীতিৰ ফলত মধ্যবিত্তৰ কাৰণে নগৰীয়া জীৱন ডাঙৰ বোজা হৈ পৰিছে।

পদ্ম বৰকটকীৰ 'বিচাৰৰ বাবে'ত মিষ্টাৰ কাকতী মধ্যবিত্ত সমাজত মান-মৰ্যাদা, প্ৰতিষ্ঠা হেৰুৱাৰ ভয়ত সন্ত্ৰস্ত হৈ থাকে। সামাজিক স্থিতি ৰক্ষা কৰাৰ ব্যাকুলতাই তেওঁৰ প্ৰতি আমাৰ পুতৌ জন্মায়। নগৰৰ মধ্যবিত্ত সমাজখন হেৰুৱাৰ ভয়ত তেওঁ গাঁৱলৈ ঘূৰি যাবলৈও প্ৰস্তুত নহয়। ভুৱা, ফোপোলা জীৱনে তেওঁৰ চৰিত্ৰৰ ওপৰতো প্ৰভাৱ পেলায়। তেওঁ জীয়েক কাকলিক ধনী মাৰোৱাৰী ব্যৱসায়ী প্ৰেমচান্দ আগৰৱালাৰ ওচৰত এৰি আহি তাক লুৎসা চৰিতাৰ্থৰ সুযোগ দিবলৈ কুণ্ঠাবোধ কৰা নাই। দাৰিদ্ৰ্যই মানুহক কেনেকুৱা অনুভূতি হীন যন্ত্ৰত পৰিণত কৰে তাৰ চিত্ৰ এই উপন্যাসত এজন দৰিদ্ৰ নিঃসহায় মানুহৰ চাৰিজন ব্যৱসায়ীৰ লগত তেওঁৰ বহা কোঠাত ৰাজনীতিৰ চৰ্চা আৰু ব্যৱসায়ীকেইজন এজন এজনকৈ তেওঁৰ শোৱা কোঠালৈ সোমাই গৈ তেওঁৰ দুৰ্ভগীয়া ঘৈণীয়েকক সম্ভোগ কৰাৰ বৰ্ণনাৰে দাঙি ধৰা হৈছে।

সদা মৰলৰ 'সোণাপুৰ' (১৯৫৮) বস্তী অঞ্চলক লৈ লেখা উপন্যাস। ঔপন্যাসিকে বস্তী অঞ্চলৰ কদৰ্য্য ৰূপ দাঙি ধৰি তেনে পৰিবেশত মানুহক বাস কৰিবলৈ বাধ্য কৰাৰ অমানৱীয়তা ফুটাই তুলিছে। মহিম আৰু প্ৰিয় উপন্যাসৰ দুটা প্ৰধান চৰিত্ৰই জীৱিকাৰ সন্ধানত গাঁও এৰি নগৰলৈ আহে। মহিমৰ দেউতাক এজন ভূমিহীন কৃষক আছিল; তেওঁ ইংৰাজ মালিকৰ চাহ বাগিচাত আধিয়াৰ হিচাপে খেতি কৰিছিল। দেউতাকৰ মৃত্যুৰ পাছত মহিমে এটা ৰেল ষ্টেচনত পইণ্টমেনৰ চাকৰি পায়। তাৰ ৰুগীয়া ঘৈণীয়েকে কেইবাটাও সন্তানৰ জন্ম দিয়ে যদিও জন্মৰ লগে লগে সন্তানবোৰৰ মৃত্যু হয়। এদিন সি প্ৰথম শ্ৰেণীৰ দবাৰ পৰা কেঁচুৱা এটা চুৰি কৰি আনি ঘৈণীয়েকক দিয়ে। কিন্তু তাৰ ৰুগীয়া ঘৈণীয়েকৰ ইয়াৰ কিছুদিনৰ পাছতে মৃত্যু হয়। মহিমো এখন ৰেলগাড়ী লাইনচ্যুত কৰাৰ অপৰাধত দহবছৰৰ কাৰণে জেললৈ যায়। মহিমে জেললৈ যাওঁতে কেঁচুৱাটো ভায়েক প্ৰিয়ৰ হাতত দি যায়। প্ৰিয়ই কেঁচুৱাটো নিজ পিতৃৰ দৰে মৰম-চেনেহেৰে ডাঙৰ কৰে। ইতিমধ্যে প্ৰিয়ই পৰিস্থিতিৰ কাৰণে বাধ্য হৈ সোণাপুৰ বস্তীত থাকিবলৈ আহিবলগীয়া হয়। বস্তীত প্ৰিয়ৰ নাম পিয়াৰা হৈ পৰে। প্ৰিয়ৰ মৰম-চেনেহৰ মাজত কেঁচুৱাটো ডাঙৰ হৈ এসময়ত এজনী ধুনীয়া মৰম লগা ছোৱালী হৈ পৰে। জেলৰ পৰা ঘূৰি আহি মহিমে ভায়েক প্ৰিয়ক আৰু ছোৱালীজনীক বিচাৰি উলিয়ায়। প্ৰিয়ই ছোৱালীজনীৰ নাম বুনু ৰাখিছিল। মহিমে দুখেৰে লক্ষ্য কৰে যে বুনুক স্কুললৈ পঠোৱা নহ'ল আৰু তাই একেবাৰে

লিখিব-পঢ়িব নজনা হৈ ৰ'ল। তদুপৰি তাই বস্তীৰ ভাষাহে ক'বলৈ শিকিলে। সি বুনুক প্ৰকৃত পিতৃ-মাতৃৰ ওচৰলৈ লৈ গৈ নিজৰ অপৰাধ স্বীকাৰ কৰে। কিন্তু বুনুৱে খুড়াক প্ৰিয়ৰ মৰম-চেনেহৰ কথা পাহৰিব নোৱাৰি তাৰ ওচৰলৈ ঘূৰি আহে।

বালি উপন্যাসৰ এটা গুৰুত্বপূৰ্ণ চৰিত্ৰ। সি বস্তীত বাস কৰা বেছিভাগ মানুহৰ প্ৰতিনিধিত্ব কৰে। সি জুৱা খেলা, মদ খোৱা, চিনেমাৰ টিকেট ব্লেক কৰা আদি সকলো বেয়া কাম কৰে। সি কাকো ভয় নকৰে আৰু ঘৈণীয়েক আৰু ভৱিষ্যতৰ প্ৰতি সম্পূৰ্ণ উদাসীন।

বস্তীৰ বাসিন্দাবিলাকৰ মাজত হাই-কাজিয়া লাগিয়েই থাকে। বস্তীত চাৰিওফালে কেৱল জাবৰ-জোথৰ, অপৰিচ্ছন্নতা। আমি দেখিবলৈ পাওঁ যে বস্তী অঞ্চলত বাস কৰা মানুহৰ জীৱনলৈ যি অৱনতি আহিছে সেয়া পৰিবেশৰ কাৰণেহে আহিছে। কিন্তু সিহঁতৰ মাজত সহৃদয়তা, স্নেহ, সহানুভূতি, সৌহাৰ্দ্যৰ অভাৱ নাই। যেতিয়া ৰিক্সাচালক মোহন ডাঙৰ বেমাৰত পৰে তেতিয়া বালিয়েহে তাৰ চিকিৎসাৰ কাৰণে টকা যোগাৰ কৰিবলৈ যত্ন কৰে। মোহনৰ কাৰণে টকা যোগাৰ কৰিবলৈ গৈ সি কানি বেপাৰী সীতাৰাম আৰু জানকীনাথৰ নিৰ্দেশত এটা কানিৰ মোনা বিপদৰ কথা জানিও নৈ ঘাটত দি আহিবলৈ প্ৰস্তুত হয়। আবকাৰী পুলিচৰ হাতৰ পৰা সাৰিবলৈ গৈ সি এজনক হত্যা কৰে আৰু শেষত পুলিচৰ হাতত ধৰা দিয়ে।

ঔপন্যাসিকে প্ৰিয় ওৰফে পিয়াৰাক সমাজবাদী ভাব-আদৰ্শৰ মুখপাত্ৰ হিচাপে ব্যৱহাৰ কৰিছে। পিয়াৰাই অনুভৱ কৰে যে দৰিদ্ৰতাই বস্তীত বাস কৰা মানুহৰ মানৱীয় গুণাৱলী ধ্বংস কৰে। বেছিভাগ বস্তীবাসীয়েই অপৰাধৰ জগতত লুকাই পৰে। ছোৱালীবিলাক প্ৰায়ে বেশ্যা হয় আৰু ল'ৰাবিলাক চোৰ বা জেপলুৰুকা হয়। পিয়াৰাই বুনুৰ ভৱিষ্যতৰ বিষয়ে উদ্বিগ্ন হৈ তাইক পুনৰ প্ৰকৃত পিতৃ-মাতৃৰ ওচৰলৈ লৈ যায়। পিয়াৰাই উপলব্ধি কৰে যে শ্ৰেণী সচেতনতাৰ যোগেদিহে বস্তীবাসীবিলাকক জগাই তুলিব পাৰি। কিন্তু দুখীয়া মানুহখিনিৰ মাজত শ্ৰেণীসচেতনতা জগাই তোলা সহজ নহয়। পিয়াৰাই বুনুক নিজকে এজনী শিক্ষিতা সচেতন নাৰী হিচাপে গঢ়ি তুলি বস্তীবাসীকো নিজকে চিনি পাব পৰা কৰি তুলিবলৈ উপদেশ দিয়ে।

পশুপতি ভৰদ্বাজৰ 'উড়ন্ত মেঘৰ ছাঁ'ৰ (১৯৬০) কাহিনী গঢ় লৈ উঠিছে অতীত আৰু ভৱিষ্যতৰ বিষয়ে একো ভবাৰ থল নথকা, কেৱল বৰ্তমানক লৈ ব্যস্ত

থাকিবলগীয়া হোৱা একশ্ৰেণী বেপৰোৱা মনোবৃত্তিৰ হেণ্ডিমেন, ড্ৰাইভাৰ, জুৱাৰী আদিৰ চৰিত্ৰৰ কাৰ্য্যকলাপৰ ভেটিত। উপন্যাসখনত প্ৰধান চৰিত্ৰ পৰমাৰ মাজেদি এইকথা প্ৰতিষ্ঠিত হৈছে যে মানুহ ভাল হওঁ বুলি ভাল হ'ব নোৱাৰে, বেয়া হওঁ বুলিও বেয়া হ্ব নোৱাৰে। পৰিবেশ আৰু শিক্ষা-দীক্ষাই বহুপৰিমাণে মানুহৰ চৰিত্ৰৰ গঢ় দিয়ে। পৰমাৰ জীৱনধাৰা আৰু চৰিত্ৰ নিৰ্ণয় কৰিছে পৰিবেশে। এই কথা উপন্যাসখনৰ আন দুটা প্ৰধান চৰিত্ৰ দোকাননী আৰু কান্তিৰ ক্ষেত্ৰতো বহুপৰিমাণে খাটে।

বসন্ত দাসৰ 'জংছন'ত (১৯৭৩) একেটা বিষয়বস্তুকে বেলেগ পটভূমিত ৰূপায়িত কৰা হৈছে। ষ্টেচনৰ প্লেটফৰ্মত বা ডবাত জীৱন যাপন কৰা ঘৰ-বাৰী নোহোৱা নিঃস্ব মানুহৰ জীৱন ইয়াত বৰ্ণিত হৈছে। অজামিল-বৈকুণ্ঠ উপকাহিনীত আমি এই হতভগীয়া নিঃস্ব মানুহবিলাকৰ জীৱনত মানৱীয় আৱেগ-অনুভূতিৰ মৃত্যু ঘটা, সূক্ষ্ম ভাব-চিন্তা কঠিন শিলত পৰিণত হোৱা দেখিবলৈ পাওঁ। বৈকুণ্ঠ আৰু অজামিলে একেদিনাই লামডিং প্লেটফৰ্মলৈ আহে। বাটত আহোতে সিহঁতৰ চিনাকিও হয়। ৰাতিটো সিহঁতে প্লেটফৰ্মৰ একেটা চুকতে কটায়। বৈকুণ্ঠ এটা কথাত অজামিলতকৈ ভাগ্যবান যে তাৰ এখন ফাটি উৰলি যোৱা কম্বল আৰু এটা বিড়ি আছে। বিড়িত দুহোপামান মাৰি আধাঅংশ সি ৰাতিপুৱালৈ সাঁচি ৰাখে। কিন্তু ৰাতিপুৱা বৈকুণ্ঠক শুই থকাতে মৃত অৱস্থাত পোৱা যায়। বৈকুণ্ঠৰ শৱটো যেতিয়া মেতোৰে চোচোৰাই নিয়ে অজামিলে কম্বলখন টানি ৰাখে। কম্বলখন গাত মেৰিয়াই ল'ব খোজোতে আধা পোৰা বিড়িৰ টুকুৰাটো কম্বলৰ পৰা ওলাই মাটিত পৰি যায়। কম্বলখন আৰু বিড়িৰ টুকুৰাটো পাই অজামিলে নিজকে পৰম ঐশ্বৰ্য্যশালী বুলি ভাবে। অজামিলে কল্পনাও কৰিব পৰা নাছিল যে এনেকুৱা এটা আনন্দৰ দিন তাৰ জীৱনলৈ আহিব।

আমি দেখিবলৈ পাওঁ যে ঔপন্যাসিকসকলে শ্ৰমিকৰ জীৱন আৰু বস্তী অঞ্চলত বাস কৰা মানুহৰ জীৱন ৰূপায়িত কৰোতে ৰোমাণ্টিক মানৱতাবাদৰ পৰা মুক্ত হ'ব পৰা নাই। এই মানৱতাবাদে কেতিয়াবা ঔপন্যাসিকসকলক চৰিত্ৰবিলাকৰ মনত নিষ্ঠুৰ পৰিবেশে পেলোৱা প্ৰভাৱৰ কথা বিশ্লেষণ কৰাত বাধা দিছে। হোমেন বৰগোহাঞিয়ে 'সুবালা'ত কৰাৰ দৰে অতি কম ঔপন্যাসিকেহে মানুহৰ নিঃস্বতা, মানুহৰ নিষ্ঠুৰতা আৰু মানুহৰ অনুভৱ-অনুভূতিহীনতা ইমান শক্তিশালী ৰূপত বাস্তৱায়িত কৰিব পৰিছে।■

(পঞ্চম অধ্যায়)

# নাৰী-স্বাধীনতা আৰু স্বাধীন নাৰী

বেছিভাগ ইংৰাজ লেখক আৰু সমসাময়িক অসমীয়া লেখকে অসমত নাৰীৰ উচ্চ স্থানৰ বিষয়ে লেখি গৈছে। শিশু কন্যা বধ আৰু সতী-দাহ আদি নিষ্ঠুৰ প্ৰথা অসমত নাছিল। বঙ্গদেশ আদিত প্ৰচলিত কুলীন প্ৰথা আৰু যৌতুক-প্ৰথাও অসমত নাছিল। (দ্ৰষ্টব্য এইচ. কে. বৰপূজাৰী, *আচাম্ ইন্ দ্য ডেইজ অব্ কম্পেনি*, ১৯৬২, পৃঃ ২৭৪)। বাল্য-বিবাহ আৰু বিধবাই পুনৰ বিবাহত সোমাব নোৱৰা প্ৰথা কেৱল ব্ৰাহ্মণসকলৰ মাজতে আবদ্ধ আছিল। (বি. চি. এলেন, *চেন্সাচ অব্ ইণ্ডিয়া*, ১৯০১, পৃঃ ১৭৭ আৰু হলিৰাম ঢেকিয়াল ফুকন, *অসম বুৰঞ্জী*, ১৯৬২, পৃঃ ১০০)। বি. চি. এলেনৰ মতে মুছলমানসকলৰ অসমীয়া সমাজত প্ৰভাৱ অতি কম থকা কাৰণে তেওঁলোকে তিৰোতাৰ প্ৰতি যি মনোভাব পোষণ কৰিছিল তেনে ভাব সমসাময়িক অসমীয়া সমাজত সোমোৱা নাছিল। আহোমসকলে তিৰোতাসকলক সন্মান কৰিছিল আৰু মুছলমান সমাজত প্ৰচলিত পৰ্দাপ্ৰথা অসমীয়া সমাজত প্ৰচলিত নাছিল। (বি.চি. এলেন, *শিৱসাগৰ ডিষ্ট্ৰিক্ট গেজেটিয়াৰ*, ১৯০৬, পৃঃ ২৫৪)। অসমত আনকি সম্ভ্ৰান্ত পৰিয়ালৰ তিৰোতায়ো বাহিৰত কৃত্ৰিম আবুৰ নোহোৱাকৈ ওলাই ফুৰিছিল। দেশৰ অন্য ঠাইত (যেনে বঙ্গদেশ আদিত) কিন্তু তিৰোতাই মুকলিভাৱে নুফুৰিছিল।

তথাপি আমাৰ সমাজত তিৰোতাৰ স্থান অন্য পুৰুষ-প্ৰধান দেশতকৈ ভাল আছিল বুলি ক'ব নোৱাৰি। তিৰোতাৰ বেছিভাগ ক্ষেত্ৰতেই স্বাধীনতা নাছিল আৰু তিৰোতাৰ নিজস্ব ভাল লগা বেয়া লগা কথালৈও কোনেও গুৰুত্ব নিদিছিল। তিৰোতাৰ ক্ষেত্ৰত ব্যক্তিতকৈ সমাজক অধিক গুৰুত্ব দিয়া হৈছিল। ভাৰতৰ অন্য ঠাইৰ দৰে অসমতো তিৰোতাক শিক্ষা দিয়া হোৱা নাছিল। ৰবিন্সন চাহাবে লেখিছে যে সকলো শিক্ষা আৰু

সামাজিক বিকাশৰ সুবিধাৰ পৰা তিৰোতা বঞ্চিত আছিল। তিৰোতাক যিহেতু ঘৰুৱা কাম-কাজতে আবদ্ধ ৰাখিছিল আৰু পুৰুষ সমাজৰ পৰা দূৰত ৰাখিছিল সেই হেতু তিৰোতাক শিক্ষা দিয়াৰ প্ৰয়োজন আছে বুলি কোনেও নাভাবিছিল। তিৰোতাৰ সংসাৰৰ পৰিসৰ সাধাৰণতে স্বামীৰ আলপৈচান ধৰা আৰু মন যোগোৱা আৰু সন্তান ডাঙৰ-দীঘল কৰাতে আবদ্ধ আছিল। (উইলিয়াম ৰবিন্সন, *ডেচ্‌ক্ৰিপটিভ একাউণ্ট অৱ্ আচাম,* লণ্ডন, পৃঃ ২৫৪)। তিৰোতাই স্বতন্ত্ৰভাৱে পূজা-পাতলো কৰিব নোৱাৰিছিল; স্বামীৰ লগত একেলগেহে পাৰিছিল। খোৱা-বোৱা কৰাতো পত্নীয়ে স্বামীৰ লগত একেলগে বহি খাব নোৱাৰিছিল। (উইলিয়াম ৰবিন্সন, পূৰ্ব উল্লেখিত গ্ৰন্থ, পৃঃ ২৭৭)। তিৰোতাৰ প্ৰতি বৈষ্ণৱসকলৰ মনোভাবৰ বিষয়ে ড° সত্যেন্দ্ৰনাথ শৰ্মাই লেখিছে, "পৃথিৱীৰ অন্য ধৰ্মগুৰুসকলৰ দৰে অসমীয়া বৈষ্ণৱসকলেও তিৰোতা আৰু ধন-সম্পদক ধৰ্মৰ পথৰ অন্তৰায় বুলি কৈছে আৰু পাৰ্যমানে ভক্তসকলক ইয়াত আপ্লুত হৈ নাথাকিবলৈ উপদেশ দিছে। প্ৰকৃততে কিন্তু তেওঁলোকে তিৰোতাৰ যৌন দিশটোহে ধৰ্মৰ অন্তৰায় বুলি কৈছে। ব্যক্তি হিচাপে তিৰোতাক হেয় বুলি ভবা নাই। বাস্তৱ ক্ষেত্ৰত দেখা যায় তেওঁলোকে তিৰোতাক কেৱল দীক্ষা দিয়াই নহয়, দুই-এক ক্ষেত্ৰত ধৰ্মৰ মুৰব্বীও পাতিছিল। শঙ্কৰদেৱৰ আজো-নাতিবোৱাৰী কনকলতা আৰু হৰিদেৱৰ কন্যা ভুবনেশ্বৰীৰ কথা এই বিষয়ত উল্লেখযোগ্য। কিন্তু এই কথা ঠিক যে কনকলতা আৰু ভুবনেশ্বৰীৰ বিষয়টো এটা ব্যতিক্ৰমহে। সাধাৰণতে তিৰোতাই পুৰুষৰ সমানে ধৰ্ম-চৰ্চাৰ ক্ষেত্ৰত সুবিধা পোৱা নাছিল। কিছুমান সত্ৰত এতিয়াও তিৰোতাক মণিকূটৰ ওচৰলৈ প্ৰবেশৰ অধিকাৰ দিয়া নহয়। বৈষ্ণৱ ধৰ্মৰ বুৰঞ্জীত এই দুগৰাকী তিৰোতাৰ বাহিৰে আৰু আন কোনো তিৰোতাকে ধৰ্মৰ মুৰব্বী হৈ দীক্ষা দিয়াৰ অধিকাৰ দিয়াৰ কথা পাবলৈ নাই।" (ড° সত্যেন্দ্ৰ নাথ শৰ্মা, *দ্য নিঅ' বৈষ্ণৱাইট মুভ্‌মেণ্ট এণ্ড দ্য সত্ৰ ইন্‌ষ্টিটিউশ্যন অৱ আচাম,* ১৯৬৬, পৃঃ ৬৫)।

ত্ৰৈলোক্য ভট্টাচাৰ্য্যৰ 'সাঁচিপাতৰ পুথি' (১৯৭৩) ১৮৩৬ ৰ পৰা ১৮৫৭ লৈ অসমৰ বুৰঞ্জীৰ আধাৰত ৰচিত উপন্যাস। উপন্যাসৰ দ্বিতীয় খণ্ডত খ্ৰীষ্টান মিচনেৰী ফাদাৰ ব্ৰন্দ আৰু উপন্যাসৰ নায়ক আনন্দই আনন্দৰ খুলশালী ব্ৰজসুন্দৰীৰ ভৱিষ্যতৰ বিষয়ে কথা পাতিছে। ফাদাৰ ব্ৰন্দে ব্ৰজসুন্দৰীক দেখি সোধে ঃ

"Where does the girl read?"

"তাই নপঢ়ে।"

"নপঢ়ে ? কিয় ?"

"ছোৱালীয়ে পঢ়াৰ কথা আমি এতিয়াও ভাবিব পৰা নাই ফাদাৰ।"

"বাট চি মাষ্ট ৰীড্।" মিষ্টাৰ ব্ৰন্দে দৃঢ়তাৰে ক'লে, "তাইৰ এটা জীৱন আছে। ইট্ মাষ্ট নট বি দেষ্ট্ৰয়দ্।"

"অৱশ্যে ফাদাৰ! তাইৰ জীৱনৰ বিষয়ে মই ভাবিব লগা হৈছে—পঢ়াৰ কথা নহয়—সোনকালে তাইৰ বিয়া হ'ব।"

"বিয়া ?" আকাশৰ পৰা পৰিল যেন মিষ্টাৰ ব্ৰন্দ। "কিন্তু তাই যে কেঁচুৱা আনন্দ। Even she has not attained her puberty."

"ই আমাৰ কাষ্টম-ফাদাৰ।"

"কিন্তু ইয়াৰ মূল্য কি আনন্দ ? ইট্ মাষ্ট্ বি ষ্টপদ্।"

মিষ্টাৰ ব্ৰন্দে ক'লে, "মই শুনিছো, ভাৰতৰ বহুত ঠাইত এতিয়াও ছোৱালী জন্মিলে মাৰি পেলোৱা হয়। স্বামীৰ মৃত্যুৰ পাছত স্ত্ৰীক জুইত পেলাই—"

"অসমত ইয়াৰ এটাও উদাহৰণ আপুনি বিচাৰি নাপায় ফাদাৰ।"

(ভাৰতৰ অন্য ঠাইৰ দৰে অসমতো সতী যোৱা প্ৰথা নাথাকিলেও দুই-এটা দৃষ্টান্ত নথকাও নহয়। *গুৰু-লীলা*ত ভট্টদেৱৰ দুগৰাকী বোৱাৰীয়েকে স্বেচ্ছাই স্বামীৰ লগত সতী যোৱাৰ কথা উল্লেখ আছে। দ্ৰষ্টব্য, ৰামৰায় দ্বিজ, *গুৰুলীলা শ্ৰীশ্ৰীদামোদৰদেৱ চৰিত*, ১৮৬১ শক, মহেন্দ্ৰমোহন চৌধুৰীৰ দ্বাৰা সম্পাদিত, পৃঃ ১৮৪)।

ফাদাৰ ব্ৰন্দ আৰু আনন্দৰ কথা-বতৰাৰ পৰা আমি উনবিংশ শতিকাৰ মধ্যভাগৰ অসমীয়া সমাজত নাৰীৰ স্থান আৰু নাৰী-শিক্ষাৰ বিষয়ে এক চিত্ৰ পাওঁ। এই আনন্দ মণিৰাম দেৱানৰ সমসাময়িক বিখ্যাত আনন্দৰাম ঢেকিয়াল ফুকনহে। তেওঁ ১৮৪১ ত উচ্চ শিক্ষাৰ কাৰণে কলিকতালৈ যায় আৰু তাৰ পৰা ঘূৰি আহি চৰকাৰী চাকৰিত যোগ দিয়ে। বৃটিছৰ অধীনত তেওঁ গুৰুত্বপূৰ্ণ পদবী গ্ৰহণ কৰে। আনন্দৰাম উদাৰ মনৰ আছিল আৰু আধুনিক শিক্ষা, বেপাৰ-বাণিজ্য আৰু যাতায়াতৰ বিকাশৰ কাৰণে যত্ন কৰিছিল। কিন্তু আনন্দৰামৰ নিচিনা এজন উদাৰ মনৰ আধুনিক ভাবাপন্ন মানুহেও সেই সময়ত নাৰী-শিক্ষাৰ কথা ভাবিব নোৱাৰিছিল।

১৯৪১ লৈকে তেনেই নগণ্য সংখ্যক তিৰোতাৰহে আখৰ-জ্ঞান আছিল। ১৯০১ত ০.৫৯ শতাংশ, ১৯১১ত কেৱল ০.৭৭ শতাংশ, ১৯২১ত কেৱল ১.৪০

শতাংশ, ১৯৩১ত কেৱল ১.৮৭ শতাংশ, ১৯৪১ত কেৱল ৪.৩৮ শতাংশ তিৰোতাহে অক্ষৰ-জ্ঞানৰ অধিকাৰী আছিল। আনকি শিক্ষিত মানুহখিনিও স্ত্ৰী-শিক্ষাৰ বিৰোধী আছিল আৰু কুৰি শতিকাৰ প্ৰথম দুই দশকত স্ত্ৰী-শিক্ষাৰ প্ৰসাৰ তেনেই নগণ্য আছিল। কিন্তু তৃতীয় দশকত স্ত্ৰী-শিক্ষাই কিছু প্ৰসাৰ লাভ কৰে। এই প্ৰসাৰ অৱশ্যে নগৰৰ মধ্যবিত্ত সমাজতে আবদ্ধ আছিল।(*চেন্সাচ অৱ ইণ্ডিয়া,* ১৯৩১, পৃঃ ১৫৫)। অসহযোগ আন্দোলন আৰু আইন অমান্য আন্দোলনে অৱশ্যে তিৰোতাৰ মনোভাৱৰ যথেষ্ট পৰিৱৰ্তন আনে। এই সম্পৰ্কত চেন্সাচ সুপাৰিণটেণ্ডেণ্ট চি. এচ. মুলানে লেখিছে, "তেওঁলোকে কেৱল পত্নী আৰু মাতৃৰ দায়িত্বতে আবদ্ধ নাথাকি পুৰুষৰ দৰে শিক্ষা লাভ কৰিবলৈ আৰু নিজৰ সমিতি, সংস্থা আদি গঠন কৰিবলৈ আগবাঢ়ি আহে।"(*চেন্সাচ অৱ ইণ্ডিয়া* ১৯৩১ পৃঃ ১৫৫)। বহুতো শিক্ষিত মানুহে অৱশ্যে মতপোষণ কৰিছিল যে পশ্চিমীয়া আৰ্হিৰ স্ত্ৰী-শিক্ষা আমাৰ সমাজৰ কাৰণে অকণো মঙ্গলজনক নহয় আৰু এনে শিক্ষাই আমাৰ ছোৱালীবিলাকক ঘৰুৱা জীৱন আৰু কাম-কাজৰ সম্পূৰ্ণ অনুপযোগী কৰি গঢ়ি তুলিব। (জোনাকী যুগৰ খ্যাতনামা লেখক ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱাই যদিও বিধবা-বিবাহ, নাৰী-পুৰুষৰ সমমৰ্যাদা আদি কথাৰ পৃষ্ঠপোষক আছিল তথাপি তেওঁ তিৰোতাই ইঞ্জিনিয়াৰিং, ল আদি বৃত্তিগত শিক্ষা লোৱাৰ বিৰোধী আছিল। তেওঁ মতপোষণ কৰিছিল যে ঘৰেই নাৰীৰ প্ৰকৃত কৰ্মভূমি আৰু পুৰুষ আৰু নাৰী ইজন-সিজনৰ পৰিপূৰক।*বেজবৰুৱা গ্ৰন্থাৱলী,* দ্বিতীয় খণ্ড পৃঃ ১১৫১-৫২, ১১৫৪-৫৫)।

বীণা বৰুৱাৰ "জীৱনৰ বাটত" উপন্যাসত মৌজাদাৰ ভোগদত্তৰ ঘৈণীয়েকে কমলাকান্তক কয় যে তগৰ সকলো ঘৰুৱা কাম-কাজতে পাৰ্গত আৰু সকলো ধৰ্মীয় পুথি পঢ়িব পাৰে। তদুপৰি তেওঁ কমলাকান্তক কয় যে তগৰে পাঠশালা পাছ কৰি বৃত্তিও পাইছিল।

"বাপেকে আকৌ ইংৰাজী পঢ়াবলৈ ওলাইছিল। আমিহে হাক দিলো।"

"জাত যায় বুলি?" কমলাকান্তই ক'লে।

"এহ্ বিদ্যা অৰ্জাতনো কি জাত যোৱা কথা? পিছে আমাৰ গাঁৱলীয়া ছোৱালীয়ে ইংৰাজী পঢ়ি কিনো বিদ্যাখন শিকিব? শিকিব লগা, জানিব লগা কথা আমাৰ ভাষাৰ শাস্ত্ৰত নাই জানো?"

মৌজাদাৰণীয়ে আকৌ ক'লে, "ছোৱালীক বেছিকৈ পঢ়াই-শুনাইনো কি লাভ?

ঘৰ-গৃহস্থালিৰ কামখিনি পৰিপাটিকৈ শিকিলে বুজিলেই হ'ল। কি কোৱা, নহয় জানো!”

ভোগদত্তৰ ঘৈণীয়েকৰ মনোভাব সেই সময়ৰ চিন্তাশীল ব্যক্তি বেজবৰুৱাৰ নিচিনা মানুহৰ চিন্তাৰ পৰা বেছি পৃথক নহয়। সামাজিক আৰু পাৰিবাৰিক জীৱনত স্ত্ৰীৰ ভূমিকাৰ প্ৰতি এই দৃষ্টিভঙ্গী একেবাৰে যুক্তিহীন বুলি উলাই কৰিব পৰাৰ বিধৰো নহয়।

কিন্তু স্বাধীনতা-পৰৱৰ্তী কালত দ্ৰুত সামাজিক পৰিৱৰ্তনৰ হেতু স্ত্ৰী-শিক্ষাৰ ওপৰতো বিশেষ গুৰুত্ব দিয়া হৈছে। বৰ্তমান বিভিন্ন নগৰ আৰু গাঁওবিলাকত বহুতো কলেজ স্থাপন কৰা হৈছে আৰু বহুসংখ্যক ছোৱালীয়ে এই কলেজবিলাকত শিক্ষা লাভ কৰিছে। কেৱল কলা আৰু বিজ্ঞানতেই নহয় আইন আৰু চিকিৎসা বিষয়তো বহুতো ছোৱালী স্নাতক হৈ ওলাইছে। কেৱল যোৰহাট কাছাৰীতে দুকুৰিমান ছোৱালীয়ে আইন ব্যৱসায়ত নামিছে। কিছুসংখ্যক ছোৱালীয়ে ইঞ্জিনিয়াৰিঙত স্নাতক হৈ বিভিন্ন চৰকাৰী আৰু বেচৰকাৰী প্ৰতিষ্ঠানত যোগ দিছে। সংবিধানৰ ১৬ অনুচ্ছেদে তিৰোতাক নিয়োগৰ ক্ষেত্ৰত পুৰুষৰ সৈতে সমান অধিকাৰ দিছে। ৩২৬ অনুচ্ছেদে তিৰোতাক ভোট দিয়াৰ অধিকাৰ দিছে।(নাৰীৰ অধিকাৰৰ সুৰক্ষা দি আন বহুতো আইন-প্ৰণয়ন কৰা হৈছে। ১৯৫৬ ৰ এক্ট ৩০য়ে হিন্দু উত্তৰাধিকাৰী আইনৰ প্ৰভূত পৰিৱৰ্তন সাধন কৰে। এই আইনে ছোৱালীকো ল'ৰাৰ সমানে দেউতাকৰ সম্পত্তিৰ ওপৰত অধিকাৰ দিয়ে। এই আইনৰ ১৪ নম্বৰ দফাই কয় যে যিকোনো সম্পত্তি এই আইন প্ৰণয়নৰ আগত বা পাছত কোনো তিৰোতাই আহৰণ কৰিলে সেই সম্পত্তিৰ তেওঁ সম্পূৰ্ণ অধিকাৰী হ'ব, সীমিত অধিকাৰী নহয়)। তেৰ-চৈধ্যতা সাধাৰণ নিৰ্বাচনে আনকি গাঁও অঞ্চলৰ তিৰোতাকো ৰাজনৈতিকভাৱে সচেতন কৰি তুলিছে। যথেষ্ট সংখ্যক তিৰোতা সক্ৰিয় ৰাজনীতিত সোমাই পৰিছে। দুই-এগৰাকী মন্ত্ৰীসভাত সোমাবলৈও সক্ষম হৈছে। চাকৰিয়াল তিৰোতাৰ সংখ্যা দিনে দিনে বাঢ়িছে। বিভিন্ন স্কুল-কলেজত শিক্ষয়িত্ৰী হিচাপে চাকৰি কৰাৰ উপৰিও বিভিন্ন অফিচত উচ্চ বিষয়াৰ পৰা কেৰাণী-টাইপিষ্ট আদি সকলো কামতে তিৰোতা সোমাই পৰিছে।

তিৰোতাই বাহিৰত চাকৰি কৰিবলৈ ওলাই যোৱাত আৰু পুৰুষৰ লগত মুকলিভাৱে কথা-বতৰা পতাৰ সুবিধা পোৱাত তেওঁলোকৰ ব্যৱহাৰ-পাতিত সহজ মুকলি ভাব গঢ় লৈ উঠিছে। আধুনিক শিক্ষাই তেওঁলোকক প্ৰেম, স্বাধীনতা, সম-অধিকাৰ আদিৰ বিষয়ে ধাৰণা দিছে। আজিৰ শিক্ষিত ছোৱালীয়ে জীৱনৰ লগৰী বিচৰাত

কিছু স্বাধীনতা লাভ কৰিছে। পশ্চিমীয়া শিক্ষা আৰু সাহিত্যৰ সংস্পৰ্শলৈ আহি তেওঁলোক ৰোমাণ্টিক প্ৰেমৰ প্ৰভাৱত পৰিছে। কলেজত পোৱা সহশিক্ষাৰ সুবিধায়ো পুৰুষ আৰু নাৰীক বহুতো ওচৰ চপাই আনিছে।

আধুনিক শিক্ষা, নাৰী-স্বাধীনতা আৰু নাৰী-মনৰ বিশ্লেষণ বিচাৰি প্ৰথমে আমি এগৰাকী মহিলা ঔপন্যাসিকৰ উপন্যাস মেলি লৈছো। নিৰুপমা বৰগোহাঞিৰ 'এজন বুঢ়া মানুহ'ত (১৯৬৬) কমলাই সঞ্জয়ৰ মাজত এজন সুন্দৰ চৰিত্ৰ আৰু মোহনীয় ব্যক্তিত্বৰ আদৰ্শ স্বামী পায়। কিন্তু স্বামীৰ ব্যক্তিত্বৰ লগত নিজকে মিলাই নিদি আত্মকেন্দ্ৰিকভাৱে কমলাই নিজৰ সুকীয়া অস্তিত্ব বজাই ৰাখিবলৈ যত্ন কৰে। কমলাৰ মাজত আমি এজনী আধুনিক নাৰী দেখিবলৈ পাওঁ যি উচ্চ শিক্ষিত, কিন্তু আত্মাভিমানী, ধন-সম্পত্তিৰ লুভীয়া আৰু স্বামী-পুত্ৰৰ প্ৰতি ব্যৱহাৰত কৃত্ৰিম।

ঔপন্যাসিকাই আধুনিক নাৰীৰ ওপৰত শিক্ষাৰ প্ৰভাৱ স্পষ্ট কৰি তুলিবলৈ কমলাৰ চৰিত্ৰৰ বিপৰীতে সঞ্জয়ৰ মাক ইলাৰ চৰিত্ৰটো দাঙি ধৰিছে। সঞ্জয়ৰ মাক ইলা কমলাতকৈ কম শিক্ষিত। কমলাৰ নিচিনা নগৰীয়া সূক্ষ্ম ৰুচিও তেওঁৰ নাই। কিন্তু সঞ্জয়ৰ বাপেক বিজয় ভঁৰালীয়ে ইলাৰ লগত এটা বেছ সুখৰ জীৱন যাপন কৰিছিল, যিটো সঞ্জয়ে কমলাৰ লগত কৰিব পৰা নাই।

কমলাৰ চৰিত্ৰৰ মাজেদি আমি দেখিবলৈ পাওঁ আধুনিক শিক্ষাই কেনেকৈ বেছিভাগ তিৰোতাক কৃত্ৰিম কৰি তুলিছে। তেওঁলোকৰ প্ৰেম-প্ৰীতি, আনকি স্বামী-পুত্ৰৰ প্ৰতি ভালপোৱা আৰু আচৰণো সম্পূৰ্ণ কৃত্ৰিম। শিক্ষাই তেওঁলোকক বাহ্যিক আচৰণত মাৰ্জিত কৰিলেও প্ৰকৃততে তেওঁলোক হৈ পৰিছে স্বাৰ্থপৰ আৰু বিলাসী স্বভাৱৰ। কমলাই ভাবে যে কেৱল টকা আৰ্জিবৰ আৰু চাকৰি কৰিবৰ কাৰণেহে শিক্ষাৰ প্ৰয়োজন। কিন্তু তেওঁৰ স্বামী সঞ্জয়ে ভাবে যে এগৰাকী শিক্ষিতা নাৰীয়ে এটা পৰিয়াল সুচাৰুৰূপে চলাই, ল'ৰা-ছোৱালী ডাঙৰ কৰি এটা সুখী, ব্যস্ত আৰু সু-সংস্কৃত জীৱন যাপন কৰিব পাৰে। তেওঁ কমলাক কয়, "জীৱনক যদি তুমি ভাল পাবলৈ শিকা, দিনটো ঘৰৰ চাৰিবেৰৰ মাজত থাকিও তুমি যি জীৱন কটাব পাৰিবা, সংসাৰৰ সকলো কামতে আনন্দ লাভ কৰিব পাৰিবা, বাহিৰৰ জগতৰ হেজাৰ কামেও হয়তো তোমাৰ জীৱন সিমান মোহনীয় বা সুখৰ কৰি গঢ়ি তুলিব নোৱাৰিব। ঘৰৰ ক্ষুদ্ৰ, ঠেক গণ্ডীৰ মাজতো এনে কিছুমান কাম কৰিব পাৰি যি হয়তো মানুহৰ জীৱন পূৰ্ণ কৰি তুলিব পাৰে, ঐশ্বৰ্যমণ্ডিত কৰি তুলিব পাৰে।"

কমলাৰ জীৱনৰ লগত স্কুল-কলেজত লাভ কৰা শিক্ষাৰ কোনো সম্বন্ধ নাই। বিশ্ববিদ্যালয়ৰ উচ্চ ডিগ্ৰীধাৰী কমলাৰ আনকি কিতাপ পঢ়াতো কোনো ৰাপ নাই। ঔপন্যাসিকাই কম শিক্ষিতা ইলাৰ লগত তুলনা কৰি দেখুৱাই কমলাৰ শিক্ষাৰ অন্তঃসাৰশূন্যতা দাঙি ধৰিছে। কমলাৰ মনত শিক্ষাই প্ৰকৃত মূল্যবোধ আৰু জীৱনৰ বিষয়ে এটা সামগ্ৰিক ধাৰণা গঢ় দিব পৰা নাই। শহুৰেক বিজয় ভঁৰালীৰ মনত প্ৰশ্ন জাগে—"ইলাই নিজৰ সামান্য শিক্ষাৰে জীৱনটোক যেনেদৰে গঢ়ি তুলিছিল, তাতকৈ হেজাৰ গুণ বেছি শিক্ষা পায়ো কমলাই কিয় জীৱনৰ কোনো এটা কথাতে সেই শিক্ষাৰ আদৰ্শ নেদেখুৱাই কেৱল জীৱিকাৰ ঠেক গণ্ডীতে শিক্ষাৰ মহত্ব বন্দী কৰি ৰাখিলে।"

কমলাই নতুনকৈ সজা ঘৰটো বেছ ধুনীয়া আৰু সকলোখিনি আধুনিক সা-সুবিধাৰে আটোম-টোকাৰি। সেই ঘৰে সঞ্জয়ক বহুতো আৰাম, বহুতো সুখ-স্বাচ্ছন্দ্য দিলেও সেই ঘৰৰ পৰিবেশ কৃত্ৰিম, প্ৰাণহীন আৰু নিৰ্জীৱ হৈ ৰয়। বিজয় ভঁৰালীয়ে ভাবে, "আজিকালিৰ সুন্দৰ ঘৰবিলাকত দেহবোৰে আৰামত দিন নিয়াব পাৰে, কিন্তু স্বামী-পুত্ৰ আদি কেনেকৈ মনৰ শান্তি আৰু স্বাচ্ছন্দ্যত বাস কৰিব পাৰে আৰু স্ত্ৰীৰ সৌম্য-শান্ত, কল্যাণ ৰূপৰ মঙ্গল পৰশ অনুভৱ কৰি জীৱন-পথত চলিব পাৰে তাৰ বাবে আজিৰ তিৰোতাই কোনো যত্ন নকৰে।"

নিৰুপমা বৰগোহাঞিৰ আন এখন উপন্যাস 'কেক্‌টাচৰ ফুল'ত (১৯৭৩) মানসীৰ চৰিত্ৰৰ যোগেদি বিয়া-বাৰুৰ ক্ষেত্ৰত পুৰুষে নাৰীক পণ্য-দ্ৰব্যৰ দৰে ব্যৱহাৰ কৰা মনোবৃত্তিৰ বিৰোধিতা কৰা হৈছে। একে লেখিকাৰ 'দিনৰ পিছত দিন' (১৯৬৮) উপন্যাসত দেখুৱা হৈছে কেনেকৈ বৰ্তমান কালত পুৰুষে নাৰীক ক্লাব, চিনেমা আদিলৈ যাবলৈ দি এটা দেখাত স্বাধীন জীৱন যাপন কৰিবলৈ দিলেও প্ৰকৃততে তেওঁলোকৰ তিৰোতাৰ প্ৰতি মনোভাৱৰ কোনো পৰিৱৰ্তন হোৱা নাই।

পদ্ম বৰকটকীয়ে 'পুতলাৰ নমস্কাৰ' (১৯৬৮) উপন্যাসত অমিয়াক এজনী আদৰ্শ শিক্ষিতা নাৰী হিচাপে অঙ্কন কৰিছে। অমিয়াই 'অসমী' কাকতৰ সম্পাদক তেওঁৰ স্বামী মৃণাল ভট্টাচাৰ্যই এটা বিলাসী আৰামৰ জীৱনৰ কাৰণে নিজকে কাকতৰ মালিকৰ ওচৰত বিক্ৰী কৰা আৰু মুৰ আৰু কলমেৰে অবাধ বেশ্যাবৃত্তি চলোৱা কাৰ্যত দুখ আৰু ক্ষোভত অসহায় বোধ কৰে। অমিয়াই এটা কৃত্ৰিম দাম্পত্য জীৱনতকৈ স্বামীৰ মৰম-ভালপোৱাৰ মাজত এটা স্বাভাৱিক জীৱন কটাবলৈ বিচাৰে।

চন্দ্ৰপ্ৰসাদ শইকীয়াই 'সূৰ্যস্নান' উপন্যাসত (১৯৬০ ত বিহু সংখ্যা 'অসম বাণী'ত প্ৰথম প্ৰকাশ পাইছিল) আৰতিৰ চৰিত্ৰৰ যোগেদি এজনী আধুনিক শিক্ষিতা নাৰীৰ আদৰ্শ চৰিত্ৰ ফুটাই তুলিছে। আৰতিয়ে আবেগক সংযত কৰি ৰাখিব জানে আৰু তেওঁ ঈৰ্ষা, দ্বেষ, সন্দেহ আৰু মিছা অহংকাৰৰ পৰা মুক্ত। যেতিয়া আৰতিয়ে তেওঁৰ স্বামী ৰমেশে তেওঁৰ লগত বিয়াৰ আগতে বিজুলী নামৰ আন এগৰাকী তিৰোতাক বিয়া কৰাইছিল বুলি জানিব পাৰে তেতিয়া তেওঁ কেইদিনমান মানসিক অশান্তিত ভোগে। কিন্তু শেষত তেওঁ বিজুলীক স্নেহ-অনুকম্পাৰে গ্ৰহণ কৰিবলৈ সক্ষম হয়। আৰতি আধুনিক শিক্ষাৰে শিক্ষিত হ'লেও আৰু স্বাধীন চিন্তা আৰু বিবেকেৰে পৰিচালিত হ'লেও পৰম্পৰা আৰু চিৰন্তন মূল্যবোধত বিশ্বাসী।

আধুনিক শিক্ষাই নাৰীক প্ৰেম-ভালপোৱা প্ৰকাশত শিল্পীসুলভ কমনীয়তা, মাধুৰ্য আৰু সৌন্দৰ্য প্ৰদান কৰিছে। পশ্চিমীয়া সাহিত্য-সংস্কৃতিৰ সংস্পৰ্শলৈ আহি তেওঁলোকে ভাব-অনুভূতিবিলাক বেছ মাৰ্জিত আৰু কমনীয়ভাৱে প্ৰকাশ কৰিবলৈ সক্ষম হৈছে। চন্দ্ৰপ্ৰসাদ শইকীয়াৰ 'মন্দাক্ৰান্তা'ত (১৯৬০) ইন্দিৰা আৰু 'মেঘমল্লাৰ'ত (১৯৬৩) লাৱণ্য এনেকুৱা মাৰ্জিত, কমনীয় আৰু সপ্ৰতিভ আধুনিক শিক্ষিতা ছোৱালী। ইন্দিৰা আৰু লাৱণ্যৰ যথাক্ৰমে দীপক আৰু উৎপলৰ প্ৰতি প্ৰেম প্ৰকাশত এক কমনীয় মাধুৰ্য ফুটি উঠিছে। নাৰায়ণ বেজবৰুৱাৰ 'নতুন দিগন্ত' (১৯৬২) আৰু কনকসেন ডেকাৰ 'সূৰ্য পূবত নুঠে' (১৯৬৪) উপন্যাসৰ যথাক্ৰমে প্ৰতিভা আৰু বিজয়াৰ চৰিত্ৰত আমি এনে আকৰ্ষণীয়, সপ্ৰতিভ, মধুৰ ব্যক্তিত্বৰ নাৰী দেখিবলৈ পাওঁ।

পুৰুষৰ নাৰীৰ প্ৰতি পৰম্পৰাগত মনোভাৱে নাৰীৰ ব্যক্তিত্বৰ বিকাশত বাধাৰ সৃষ্টি কৰিছে। নবীন বৰুৱাৰ 'ফিনিক্স পক্ষীৰ গান' (১৯৭৩) উপন্যাসত ঝৰণা এটা ক্ষয়িষ্ণু পুৰণি অভিজাত পৰিয়ালৰ এজনী শিক্ষিতা ছোৱালী। অলপ বুজিব পৰা বয়স হোৱাৰ পৰাই ঝৰণাই এটা কথা উপলব্ধি কৰিছিল যে তেওঁলোকৰ ঘৰখনৰ তথাকথিত আভিজাত্য আৰু ভণ্ডামি ঝৰণাৰ ব্যক্তিত্বৰ মুক্ত বিকাশত বাধা হিচাপে থিয় দি আছিছে। মাক আৰু ককায়েক পঙ্কজৰ আপত্তি সত্ত্বেও সাধাৰণ পৰিয়ালৰ ঋত্বিকৰ লগত বিয়া সোমাবলৈ ঝৰণাক সাহস দিয়ে ঝৰণাৰ শিক্ষাই। পঙ্কজে ঋত্বিকৰ লগত ঝৰণাৰ বিয়াৰ আপত্তি এই কাৰণেই কৰে যে ঋত্বিকৰ ককাক এসময়ত পঙ্কজৰ দেউতাকৰ চাহ বাগানৰ সাধাৰণ কেৰাণী আছিল। পুৰণি চিন্তাধাৰাৰ নিজৰ ঘৰ এৰি থৈ ঝৰণাই নতুন আধুনিক

মন আৰু চিন্তাধাৰাৰ আশা কৰি ঋত্বিকৰ ঘৰখনলৈ যায়। কিন্তু অতি সোনকালে তাইৰ স্বপ্নভঙ্গ হয়। বিয়াৰ পাছত ঝৰণাই জানিব পাৰে যে ঋত্বিক আৰু মাক তেওঁলোকৰ নতুন সামাজিক মৰ্যাদাৰ প্ৰতি অতিকৈ সচেতন। তেওঁলোকে পৰিয়ালৰ সন্মানৰ কাৰণে ঝৰণাই চাকৰি কৰাৰ আপত্তি কৰে। ঋত্বিকে হিলটন্ কোম্পানীৰ লেবাৰ অফিচাৰ হৈ কলিকতালৈ যায়। ঝৰণাকো লগত লৈ যায়। ফলত ঝৰণাই কলেজৰ চাকৰিটো এৰি দিব লগা হয়। ঝৰণাই উপলব্ধি কৰে যে দেউতাকে যেনেকৈ মাকক সম্ভ্ৰান্ত পৰিয়ালৰ ধনী মৌজাদাৰৰ ছোৱালী বুলি বিয়া কৰাইছিল, ঋত্বিকেও ঠিক তেনেদৰে ঝৰণাক এক অভিজাত পৰিয়ালৰ ছোৱালী বুলি বিয়া কৰাইছে। ফ্ৰীজ, কাৰ্পেট, গাড়ীৰ লগতে ঋত্বিকে উচ্চ সমাজৰ লগত মিলিব পৰা এগৰাকী ধুনীয়া চ'চিয়েল লেডীও বিচাৰে। ঋত্বিকৰ সীমাবদ্ধ সমাজখনত ঝৰণা মাথো ষ্টেটাছ চিম্বলহে। গতিকে ঋত্বিক আৰু ঝৰণাৰ দেউতাকৰ মাজত কোনো মৌলিক পাৰ্থক্য নাই। সঁচা কথা, ঋত্বিকে ঝৰণাক কেৱল পাকঘৰতে আবদ্ধ ৰাখিব নোখোজে, ঝৰণাক কিছু স্বাধীনতা দিছে। সেয়া হ'ল চিনেমা চোৱাৰ, লেডীজ ক্লাবলৈ যোৱাৰ, সুসজ্জিত ড্ৰয়িংৰুমত বহি উল গুঠি সময় পাৰ কৰাৰ, ৰেস্তোৰাত বহি চাহ খোৱাৰ স্বাধীনতা। এইটোও সঁচা যে ইয়াকে লৈ বহু নাৰীয়ে ভাবে তেওঁলোক স্বাধীন, তেওঁলোক পুৰুষৰ সমকক্ষ। যৌথ পৰিয়াল ব্যৱস্থা ভাগি স্বামীৰ লগত অকলে থকিব পৰাটোকে তেওঁলোকৰ বাবে এগৰাকী নাৰীৰ প্ৰকৃত স্বাধীনতা, কিন্তু ঝৰণাই ভাবে যে পৰিৱৰ্তনশীল সমাজত নাৰীক শোষণ কৰাৰ ই এক নতুন পদ্ধতি।

ঝৰণাই এনেকুৱা এটা জীৱনত অতিষ্ঠ হৈ ঋত্বিকক এৰি ঘৰলৈ ঘূৰি আহে। এনেকুৱা সামাজিক পৰিবেশত মুক্ত জীৱন আৰু ব্যক্তিত্ব বিকাশৰ আগ্ৰহে ঝৰণাক কেৱল আত্মহননৰ পথলৈহে লৈ যায়। ঝৰণাই মদ খাই জীৱনৰ দুখ পাহৰিবলৈ যত্ন কৰে।

বেছিভাগ ক্ষেত্ৰতেই আধুনিক শিক্ষাই নাৰীৰ মনৰ বিশেষ পৰিৱৰ্তন সাধিব পৰা নাই। এতিয়াও এগৰাকী শিক্ষিতা নাৰীয়ে নিৰাপত্তা আৰু আৰামৰ জীৱনৰ কাৰণে স্বামীৰ ওপৰত নিৰ্ভৰ কৰে। এটা আৰামৰ বিলাসী জীৱন আৰু সামাজিক মান-মৰ্যাদাৰ কাৰণে এগৰাকী উচ্চ শিক্ষিতা নাৰীয়ে নিজৰ বৈশিষ্ট্য, নিজৰ ব্যক্তিত্ব বিসৰ্জন দিব পাৰে।

গোবিন্দ প্ৰসাদ শৰ্মাৰ "কাঁচৰ দৰে হীৰাৰ দৰে" ট্ৰায়লজিৰ (১৯৬৮) 'অৰুন্ধতী

ত্ৰিতন্ব'ত অৰুন্ধতীয়ে তুলনামূলকভাৱে কম সামাজিক পদ-মৰ্যাদাৰ আৰু অৰ্থ-সামৰ্থ্যৰ প্ৰথম দুজন অনুৰাগী পুৰুষক প্ৰত্যাখ্যান কৰি এক ধনী পৰিয়ালৰ ডেকা হাকিমক বিয়া কৰায়। পাৰ্থিব সুখ-সম্পদৰ নিৰাপত্তাই হ'ল অৰুন্ধতীৰ একমাত্ৰ লক্ষ্য। কলেজৰ শিক্ষাই অৰুন্ধতীক প্ৰচলিত মূল্যবোধ আৰু ৰীতি-নীতি বিচাৰ-বুদ্ধিৰে গ্ৰহণ কৰাত সহায় কৰা নাই। অৰুন্ধতীয়ে তেওঁৰ শিক্ষা আৰু স্বাধীন মন কেৱল পাৰ্থিব নিৰাপত্তা লাভৰ বাবেহে ব্যৱহাৰ কৰিছে। তেওঁ পৰম্পৰা আৰু প্ৰচলিত ৰীতি-নীতিৰ মাজলৈ ঘূৰি গৈছে।

কিন্তু বিয়াৰ পাছত অৰুন্ধতীয়ে নিজৰ ভুল বুজিব পাৰে। তেওঁৰ স্বামীয়ে অৰুন্ধতীৰ নাৰী-সত্তা, নাৰী-মনৰ কোনো গুৰুত্ব নিদিয়ে। পাৰিবাৰিক জীৱনৰ কোনো কথাতে পৰামৰ্শ নকৰে। অৰুন্ধতীয়ে স্বামীৰ ওচৰত স্বাধীন নাৰীৰ মৰ্যাদা নাপায়। অৰুন্ধতীয়ে ভনীয়েক অঞ্জলিলৈ চিঠিত লিখে যে নাৰী-মুক্তি, নাৰী-স্বাধীনতা মহিলা সমিতিৰ বক্তৃতা বা প্ৰস্তাৱসমূহৰ দ্বাৰা নাহে। আহিব নাৰী-মনৰ উৎকৰ্ষ আৰু স্বাৱলম্বিতাৰ যোগেদিহে।

আধুনিক বুৰ্জোৱা সমাজত নাৰীক অধিক শোষণ কৰা হয়, কিন্তু এই শোষণ অতি সূক্ষ্ম ৰূপত কৰা হয়। নাৰীয়ে বুজিবই নোৱাৰে যে তেওঁলোকক শোষণ কৰা হৈছে। তেওঁলোকে আনকি এই শোষণকে মুক্তি আৰু স্বাধীনতা বুলি ভুল কৰে। বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'ৰাজপথে ৰিঙিয়ায়' (১৯৫৫) উপন্যাসৰ ডাঃ হাজৰিকাৰ দাম্পত্য জীৱনত চেঙ্গৰ বাহিৰে একো নাই। উপন্যাসৰ নায়ক মোহনে ভাবে যে সফল প্ৰফেশ্যনেল ব্যক্তিবোৰৰ মানসিক পক্ষাঘাত হয়। ডাঃ হাজৰিকাৰ মনত সুকুমাৰ বৃত্তিৰ অনুপস্থিতি সদায় অনুভৱ কৰিব পাৰি। অপৰাজিতাক তেওঁ আৰাম দিছে, পাৰ্থিব সুখ দিছে। "কিন্তু যি একান্ত সত্তা-বিনিময় নহ'লে নাৰীয়ে নিৰাপদ বোধ নকৰে, সেই সত্তা-বিনিময় আজিও হোৱা নাই। অপৰাজিতা তেওঁৰ মানত দেহজ চেঙ্গ। অপৰাজিতাৰ ৰূপ-যৌৱন তেওঁৰ বহু আকাংক্ষিত সম্পদ। তেওঁ ভাবে, অপৰাজিতা জীৱন্ত পুতলা।"

নিৰোদ চৌধুৰীৰ 'নাম ৰাখিলো বাসৱী' (১৯৬৯) উপন্যাসত এগৰাকী শিক্ষিতা গুণী নাৰীৰ পুৰুষ-প্ৰধান বুৰ্জোৱা সমাজত কেনে অৱস্থা হয় তাকে ফুটাই তোলা হৈছে। এজন পুৰুষক সুখী কৰিব পৰা সকলো গুণেই বাসৱীৰ গাত আছে। তেওঁ অতীৱ সুন্দৰী, কমনীয়, মোহনীয় অধ্যয়নপুষ্ট আৰু এটা সু-সংস্কৃত মন আৰু মৰমিয়াল অন্তৰৰ অধিকাৰী। তেওঁ মন আৰু জীৱনক পৰিপূৰ্ণ কৰিব পৰা মধুৰ প্ৰেমৰ কাৰণে ব্যাকুল

হয়। কিন্তু বিয়াৰ আগত আৰু পাছত বাসবীৰ পুৰুষৰ নাৰীৰ প্ৰতি পাশৱিক মনোভাবৰ লগতহে পৰিচয় হয়। তেওঁৰ অভিজ্ঞতা হয় যে প্ৰত্যেক পুৰুষেই তেওঁৰ ধুনীয়া শৰীৰটোহে বিচাৰে, কিন্তু ধুনীয়া মনটোৰ খবৰ নলয়, প্ৰকৃত ভালপোৱা দিব আৰু বন্ধুত্ব পাতিব নোখোজে। আৰাম-প্ৰাচুৰ্যৰ বুৰ্জোৱা সমাজত প্ৰেম মানে কেৱল চেক্স। বাসবীৰ শিক্ষা-সংস্কৃতিয়েও তেওঁক এটা মৰ্যাদাপূৰ্ণ জীৱন দিব নোৱাৰে। এনেকুৱা সমাজত নাৰী যিমানেই শিক্ষিত আৰু সংস্কৃতিবান নহওক লাগে এজনী বেশ্যাৰ স্থানতকৈ তেওঁ উচ্চ স্থান পাব নোৱাৰে। বাসবীৰ নিচিনা এজনী অনুভূতিশীল নাৰীয়ে এনে সমাজত আত্মহননৰ পথ ল'ব লগা হয়।

ঘন হাজৰিকাৰ 'নায়িকা' (১৯৭১) উপন্যাসতো এনে ধৰণৰ সমস্যা এটাকে ফুটাই তোলা হৈছে। অনুৰাধাই নামৰূপ ফাৰ্টিলাইজাৰত কাম কৰা হৃদয়হীন স্বামী অজিত বৰুৱাৰ লগত অসুখী বৈবাহিক জীৱনৰ পৰা নিষ্কৃতি পাবলৈ মদ খাবলৈ ধৰে, ক্লাবৰ উচ্ছৃংখলতাত নিজকে উটুৱাই দিয়ে আৰু শেষত আত্মহত্যা কৰে। অভাৱহীন প্ৰাচুৰ্যৰ উচ্ছৃংখল জীৱন আৰু প্ৰচুৰ অৱসৰে নাৰীক ভোগ্য সামগ্ৰীতহে পৰিণত কৰিছে।

'ফিনিক্স পক্ষীৰ গান', 'কেক্‌টাচৰ ফুল', 'নাম ৰাখিলো বাসবী' আৰু 'নায়িকা' উপন্যাসত বৰ্তমানৰ মধ্যবিত্ত সমাজত নাৰীৰ স্থান চিত্ৰিত কৰা হৈছে। কিন্তু ঔপন্যাসিকে চৰিত্ৰৰ মাধ্যমেৰে এটা সামাজিক প্ৰৱণতা দৃঢ়ভাৱে ফুটাই তোলাত বেছি কৃতকাৰ্য হ'ব পৰা নাই। মানসী, বাসবী আদি চৰিত্ৰৰ মাজেদি সমগ্ৰ নাৰী জাতিৰ সমস্যা ফুটাই তুলিব খোজা হৈছে। কিন্তু তেওঁলোক কেৱল ব্যক্তি হৈয়ে ৰৈ গৈছে। সমগ্ৰ নাৰী জাতিৰ প্ৰতিনিধি হ'ব পৰা নাই।

আধুনিক শিক্ষাই প্ৰেম আৰু বিবাহৰ প্ৰতি ধাৰণাৰ বহুতো পৰিৱৰ্তন সাধিছে। কনকসেন ডেকাৰ 'সূৰ্য পুবত নুঠে' উপন্যাসত বিজয়া এজনী আধুনিক শিক্ষিতা ছোৱালী। তেওঁ বুদ্ধিমতী। তেওঁৰ ব্যক্তিত্বত এটা স্বাভাৱিক মাধুৰ্য আৰু সৰলতা প্ৰকাশিত হয়। তেওঁ আবেগৰ বশৱৰ্তী নহয়, এটা স্বাধীন কিন্তু সহানুভূতিশীল মনৰ অধিকাৰী। তেওঁৰ সৰলতাই তেওঁৰ ব্যক্তিত্বক এটা কমনীয়তা আৰু গভীৰত্ব প্ৰদান কৰিছে। নিজৰ বিয়া সম্পৰ্কে তেওঁ নিৰ্ভুল সিদ্ধান্ত ল'বলৈ সক্ষম হয়। এই সম্পৰ্কত তেওঁ মোমায়েকৰ লগত যুক্তি-তৰ্কত অৱতীৰ্ণ হয়। মোমায়েকে কয় যে অভিভাৱকে বন্দবস্ত কৰা মতে বিয়া নহৈ যিবিলাকে নিজৰ বাছনি মতে বিয়া হয় তেওঁলোক বিবাহিত জীৱনত সুখী

নহয়। বিজয়াই উত্তৰত কয় যে কেৱল দৈহিক আকৰ্ষণত যি বিয়া সোমায়, তেওঁলোক দাম্পত্য জীৱনত অসুখী হোৱা একো আচৰিত কথা নহয়, কিয়নো উদ্দাম বাসনা শাম কটাৰ লগে লগে তেওঁলোকে ইজনে সিজনক ঘিণ কৰিবলৈ আৰম্ভ কৰে। কিন্তু যি বিয়া দুয়োজনৰ মানসিক মিলনৰ ভিত্তিত হয়, সেই বিয়া কেতিয়াও অসুখী হ'ব নোৱাৰে।

বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'ৰঙা মেঘ'ত (১৯৭৬) ৰুমী নামৰ এক ব্ৰাহ্মণ কন্যা আৰু ৰতন নামৰ এক কৈৱৰ্ত যুৱকৰ মিলন হয় অভিভাৱকৰ বিনা অনুমতিত আৰু অজ্ঞাতে। পৰস্পৰৰ প্ৰকৃত ভালপোৱা থকা কাৰণে তেওঁলোক সকলো বাধা-বিঘিনি অতিক্ৰম কৰি বিয়াত সোমাবলৈ সমৰ্থ হয়। উপন্যাসৰ নায়ক আদৰ্শবাদী শিক্ষিত ডেকা আনন্দৰ মনত ৰুমী ৰতনৰ মিলনৰ তুলনাত "খোজা-বঢ়া কৰা বিয়াবোৰ বজাৰৰ পোহাৰৰ বস্তু" যেন লাগে। "সেইবিলাক যেন অতিশয় নীচ খাপৰ মিলন"। উপন্যাসৰ আন এটি প্ৰধান চৰিত্ৰ ধনী, প্ৰতিপত্তিশালী, উদাৰ আৰু লোক-হিতৈষী এম-এল-এ চৌধুৰীয়ে ৰুমী আৰু ৰতনৰ অসবৰ্ণ বিবাহ সমৰ্থন কৰিলেও ভাবে, "সাময়িকভাৱে ল'ৰা-ছোৱালীৰ মিলা-মিছা ঘটাটো আজিকালি সাধাৰণ ঘটনা; কিন্তু দুদিনৰ পাছত ইটোৱে-সিটোক পাহৰি যায়। মগুহৰ লোভ এটা বস্তু, ভালপোৱা আন এটা বস্তু। একেটা ঘৰত গিৰীয়েক-ঘৈণীয়েকৰূপে আজীৱন একেলগে থাকিবলৈ আটাইতকৈ দৰকাৰী বস্তু ত্যাগ, ভোগ নহয়। বছেৰেকৰ ভিতৰত ত্ৰিশটা দিনো কিজানি সংসাৰীৰ সুখত নাযায়।"

পুৰণি পুৰুষে নতুন পুৰুষৰ প্ৰেম আৰু বিবাহৰ প্ৰতি মনোভাব সহজে ল'বলৈ টান পাইছে। পুৰণি পুৰুষৰ মনোভাব হোমেন বৰগোহাঞিৰ 'পিতাপুত্ৰ'ৰ (১৯৭৫) প্ৰধান চৰিত্ৰ শিৱনাথৰ কথাত প্ৰকাশ পায়। শিৱনাথে ভাবে "বিয়া কেৱল এজন মানুহৰ ব্যক্তিগত বিষয় নহয়, ই বহুজনৰ লগত সম্পৰ্কিত এটা সাংসাৰিক দায়িত্ব; গতিকে বহুত চাই চিন্তি এনে ছোৱালীহে বিয়া কৰিবং লাগে যি ছোৱালী প্ৰকৃত অৰ্থত স্বামীৰ সহধৰ্মিনী হ'ব পাৰে, অৰ্থাৎ সংসাৰ ধৰ্ম পালন কৰাত স্বামীক সহায় কৰিব পাৰে। কিন্তু যৌৱনৰ উন্মাদনা আৰু মোহাৱেশত চঞ্চল চিত্ৰ ডেকা এজনে নিজৰ সকলো দায়িত্বৰ কথা মনত ৰাখি জীৱন সংগিনী নিৰ্বাচনৰ ক্ষেত্ৰত কেতিয়াও শুদ্ধ সিদ্ধান্ত ল'ব নোৱাৰে।" শিৱনাথৰ দৃঢ় বিশ্বাস যে ভাৰতবৰ্ষৰ সমাজ সভ্যতা, কেইবা হাজাৰ বছৰ দৃঢ় ভিত্তিত তিষ্ঠি থকাৰ এটা প্ৰধান কাৰণ হ'ল গাৰ্হস্থ্য ধৰ্মৰ প্ৰতি ভাৰতীয় সমাজৰ গভীৰ আনুগত্য। ইংৰাজী শিক্ষা পোৱা যিবোৰ ডেকা-গাভৰুৱে অভিভাৱকৰ ইচ্ছাৰ বিৰুদ্ধে প্ৰেম কৰি

বিয়া কৰিবলৈ শিকিছে, সিহঁতে এই সমাজৰ ভেটি থানবান কৰি দিব।

পদ্ম বৰকটকীৰ 'ৰঙা ৰঙা ৰং' (১৯৭২) উপন্যাসত লাহৰী ৰাভা এজনী সুশিক্ষিত ভদ্ৰ, পৰিমাৰ্জিত ছোৱালী। তেওঁ সাধাৰণ ছোৱালীৰ দৰে চিঠি লেখি লুকাই চুৰকৈ লগ পাই আৱেগত উটি-ভাহি প্ৰেম কৰা ছোৱালী নহয়। বিয়াক তেওঁ জীৱনৰ স্বাভাৱিক প্ৰয়োজন আৰু নিয়ম হিচাপে লয়। অৱশ্যে এজন চিনাকি আৰু বুজি পোৱা ল'ৰা হ'লে ভাল হয় বুলি ভাবে।

যোগেশ দাসৰ 'উৎকণ্ঠ উপকণ্ঠ' (১৯৭০) উপন্যাসৰ মনোৰঞ্জন কাকতীৰ চৰিত্ৰত আমি পুৰুষৰ প্ৰকৃতিত নিজৰ ব্যক্তিত্ব ৰক্ষাৰ প্ৰতি থকা প্ৰৱণতা দেখিবলৈ পাওঁ। মনোৰঞ্জন কাকতীৰ প্ৰেম-সৰ্বস্ব জীৱন বা জীৱন-সৰ্বস্ব প্ৰেমত বিশ্বাস নাই। ডেকা কালৰ বিপ্লৱী জীৱনত কাৰোবাক তেওঁৰ ভাল লগা, সেই 'কোনোবাৰো' তেওঁক ভাল লগা, পাৰস্পৰিকভাৱে দুয়োৰে ভিতৰত মৰম-চেনেহৰ আদান-প্ৰদান, এয়ে তেওঁৰ কাৰণে যথেষ্ট আছিল। পাছৰ বিবাহিত জীৱনত তেওঁ পত্নী অমলাক পত্নীৰূপে, জীৱন সঙ্গিনী ৰূপে যিমানখিনি দেয় সিমানখিনিৰ কাৰ্পণ্য নকৰিছিল। "কিন্তু সিমানখিনিয়েই। তাতকৈ বেছি দিবলৈ তেওঁ প্ৰস্তুত নাছিল। অমলাই এইটো ভাল নাপাইছিল। তেওঁক লাগে সমস্তখিনি ঃ মনোৰঞ্জনৰ দেহ, মন, সময়, সম্পত্তি গোটেইখিনি। কিন্তু বিপ্লৱী হিচাপে গোটেইখিনি দান কৰাক কাকতীয়ে অতি প্ৰাচীন পন্থী বুলি ভাবিছিল। সেইবাবে প্ৰয়োজন বোধত সময়ে সময়ে প্ৰশ্ৰয় দিলেও তেওঁ পত্নীৰ ওচৰত নিজক কেতিয়াও উছৰ্গা নকৰিছিল। বিবাহিত জীৱনক তেওঁ এটা সামাজিক শৃঙ্খলাবোধ বুলি বিবেচনা কৰিছিল।"

আগৰ দিনত সমাজত তিৰোতাই সতিনী খাটিব লগাটো সাধাৰণ কথা আছিল। এজন পুৰুষৰ দুজনী বা ততোধিক পত্নী থকাটো নিয়ম নহ'লেও অনিয়ম নাছিল। এনেকুৱা বহুপত্নী থকা সমাজত পত্নীক স্বামীয়ে সম্পত্তি বুলিহে ভাবিছিল। প্ৰত্যেকগৰাকী পত্নীৰ ভিতৰত স্বামীৰ পৰা অধিক মনোযোগ পাবলৈ প্ৰতিযোগিতা চলিছিল। এনে প্ৰতিযোগিতাই তেওঁলোকৰ স্বভাৱ-চৰিত্ৰ হীন কৰি তুলিছিল। তেওঁলোক বহুতো ক্ষেত্ৰত সংকীৰ্ণমনা, সন্দেহী, ঈৰ্ষাপৰায়ণ আৰু কলহপ্ৰিয় হৈ পৰিছিল। যৌথ পৰিয়ালবিলাকত স্বামী-স্ত্ৰীৰ মাজত নিবিড় সম্বন্ধ গঢ়ি উঠাৰ কোনো সুবিধা নাছিল। ফলত স্বামী-স্ত্ৰীৰ মানসিক বন্ধন আছিল অতি শিথিল। স্বামীয়ে স্ত্ৰীৰ সুখ-সুবিধাৰ প্ৰতি

কোনো মনোযোগেই দিব নোৱাৰিছিল। ৰাতি শোৱনি-কোঠাত লগ পোৱাৰ বাহিৰে দিনত স্বামীয়ে স্ত্রীৰ লগত কদাচিতহে মুখামুখি হৈছিল। দিনত সৰ্বসমক্ষে পৰিবাৰক মাত দিয়াটো দূৰৰ কথা, দেখা দিয়াটোও আছিল লাজৰ কথা। শীলভদ্ৰৰ 'মধুপুৰ' (১৯৭১) উপন্যাসত বৰ্ণনাকাৰীজনে কয় যে তেওঁৰ শাহুয়েকৰ পেহীয়েকে দুজন ল'ৰাৰ জন্ম হোৱাৰ পাছতো গিৰীয়েকক ভালকৈ চিনি নাপাইছিল। এদিন যেতিয়া তেওঁৰ গিৰীয়েকে দিনত কিবা এটা বিচাৰি তেওঁৰ কোঠাত সোমাইছিল, তেওঁ ভয়ত কঁপি ঘৰৰ বনকৰা ছোৱালীজনীক কৈছিল যে কোনোবা অচিনাকি মানুহ এটা তেওঁৰ কোঠাত সোমাইছে।

সাধাৰণতে পৰিয়ালত তিৰোতাৰ স্থান নিৰ্ভৰ কৰে পুৰুষৰ লগত ঘৰ সংসাৰ চলাবৰ কাৰণে সমানে উপাৰ্জন কৰাৰ ওপৰত। কৃষকৰ সমাজত তিৰোতাইও খেতি-বাতি সমানে কৰাৰ কাৰণে মধ্যবিত্ত সমাজতকৈ কৃষকৰ সমাজত তিৰোতাৰ স্থান কিছু উন্নত। এইটো সঁচা যে কৃষকৰ পৰিয়ালত স্বামীয়ে পত্নীক গালি পাৰে, মাৰ-ধৰ কৰে আৰু পত্নীয়ে ঘৰুৱা কাম-কাজৰ উপৰিও পথাৰত হাড়ভঙা পৰিশ্ৰম কৰিব লাগে। তদুপৰি এই পৰিশ্ৰমৰ যথোচিত স্বীকৃতি দিয়া নহয়। কিন্তু এই সকলোবিলাক সত্ত্বেও এটা কথা নুই কৰিব নোৱাৰি যে স্বামীয়ে সংসাৰ চলোৱাত স্ত্রীৰ ওপৰত বহুতোখিনি নিৰ্ভৰ কৰিব লগা হয়। হোমেন বৰগোহাঞিৰ 'হালধীয়া চৰায়ে বাওধান খায়' (১৯৭৩) উপন্যাসত ৰসেশ্বৰে যদিও ঘৈণীয়েকক অমানুষিক ধৰণে মাৰ-ধৰ কৰে তথাপি জীৱনৰ প্ৰতিটো সমস্যাৰ সন্মুখীনহৈ সি ঘৈণীয়েকৰ কাষ চাপে আৰু ঘৈণীয়েকৰ কথাত যথেষ্ট গুৰুত্ব দিয়ে। লক্ষ্মীনন্দন বৰাৰ 'গঙ্গা চিলনীৰ পাখি' (১৯৬৩) উপন্যাসত যেতিয়ালৈকে ভোগেশ্বৰ সাধাৰণ খেতিয়ক আৰু দুখীয়া বেপাৰী আছিল তেতিয়ালৈকে তাৰ ঘৈণীয়েকে পৰিয়ালত এটা উচ্চ স্থান পাইছিল। এই অভাৱৰ দিনবিলাকত ভোগৰামে ঘৈণীয়েকৰ লগত পাৰিবাৰিক সকলো কথাতে আলোচনা কৰিছিল; কিন্তু ধনী ব্যৱসায়ী আৰু ঠিকাদাৰ হৈ তথাকথিত ভদ্ৰ সমাজত স্থান পোৱাৰ লগে লগে তাৰ ঘৈণীয়েকে পূৰ্বৰ সন্মানীয় স্থান হেৰুৱাই পেলায়। ভোগৰামে আৰু এতিয়া ঘৈণীয়েকৰ কথাত কোনো গুৰুত্ব নিদিয়ে।

গাঁৱৰ বিত্তৱান মধ্যবিত্ত পৰিয়ালত বোৱাৰীৰ স্থান অতি নিকৃষ্ট আছিল। সমাজে সকলো কথাতে বোৱাৰীৰ ওপৰত চোকা নজৰ ৰাখিছিল। তেওঁৰ চলন-ফুৰণ সকলোতে

বহুতো সামাজিক বাধা-নিষেধ আছিল। পৰিয়াল চলোৱাত আৰু উপাৰ্জনৰ ক্ষেত্ৰত পুৰুষৰ লগত সমানে কাম কৰিব নোৱাৰা কাৰণে পুৰুষে নাৰীক কোনো কথাতে গুৰুত্ব নিদিছিল। কিন্তু পৰিয়ালত শাহুৰ স্থান বোৱাৰীৰ স্থানতকৈ সম্পূৰ্ণ বেলেগ আছিল। পো-বোৱাৰীৰ ওপৰত শাহুৰ কৰ্তৃত্ব আছিল অপৰিসীম। ঘৰৰ মূল পিতৃজন বাহিৰত নানা কামত ব্যস্ত থকা কাৰণে তেওঁ ঘৰৰ ভিতৰুৱা কথাত মাত নামাতিছিল। গতিকে শাহু গৰাকীয়েই আছিল পৰিয়ালত একছত্ৰী সম্ৰাজ্ঞী।

নগৰৰ নিম্ন মধ্যবিত্ত পৰিয়ালত সাধাৰণতে স্ত্ৰীয়েই ঘৰুৱা সকলো কাম-কাজ যেনে ঘৰ সৰা, ঘৰ মচা, বাচন-বৰ্তন ধোৱা, কাপোৰ ধোৱা আদি কৰিব লাগিছিল। কিন্তু বেছিভাগ স্ত্ৰীয়েই যিহেতু অৰ্থ উপাৰ্জনৰ ক্ষেত্ৰত স্বামীৰ লগত অংশীদাৰ হ'ব নোৱাৰিছিল সেইহেতু স্বামীয়ে স্ত্ৰীক নিজতকৈ হীন বুলি ভাবিছিল। প্ৰতি কথাতে স্বামীয়ে স্ত্ৰীক অপমান লাঞ্চনা কৰিছিল। প্ৰফুল্ল দত্ত গোস্বামীৰ 'কেঁচাপাতৰ কঁপনি' (১৯৫০) উপন্যাসত শইকীয়া আৰু শইকীয়ানীয়ে তেওঁলোকৰ কন্যা ৰমলাৰ বিবাহৰ বিষয়ে কথা পাতিছে। যেতিয়া শইকীয়ানীয়ে কয় ৰমলাৰ বিয়াৰ বন্দবস্ত কৰাৰ আগতে ৰমলাৰ মনৰ ভাব বুজি লোৱা ভাল হ'ব তেতিয়া শইকীয়াৰ ধৈৰ্য্যচ্যুতি ঘটে। "মোৰ ছোৱালী, তাইক মোৰ য'তে ইচ্ছা ত'তে দিম, তাইৰ আকৌ মনটো ক'ৰ পৰা আহিল? ....... মই তোমাক বিয়া কৰাওতে তোমাৰ মনটোৰ কোনোবাই খবৰ কৰিছিলনে?" শইকীয়াৰ তেওঁৰ ঘৈণীয়েকৰ মতৰ প্ৰতি কোনো শ্ৰদ্ধা নাই।

পশ্চিমৰ সভ্যতা-সংস্কৃতিৰ সংস্পৰ্শলৈ আহি বহুতো শিক্ষিত মানুহে স্ত্ৰীক হীন বুলি নাভাবি সমদৃষ্টিৰে চাবলৈ সক্ষম হৈছে। ইয়াৰ ফলস্বৰূপে স্বামী-স্ত্ৰী দুয়ো নিবিড়ভাৱে কাষ চাপি আহিছে। যৌথ পৰিয়াল ক্ৰমে নাইকিয়া হৈ যাবলৈ ধৰিছে। স্বামী-স্ত্ৰী আৰু ল'ৰা-ছোৱালীকলৈ সৰু পৰিয়াল গঢ় লৈ উঠিছে।

কিছুমান নিম্ন মধ্যবিত্ত পৰিয়ালত স্বামী-স্ত্ৰী প্ৰায় সমানে শিক্ষিত আৰু পৰিয়ালৰ ভৰণ-পোষণৰ কাৰণে ঘৰৰ বাহিৰে-ভিতৰে দুয়ো সমানে কাম কৰে। সকলো বস্তুৰে মূল্য বৃদ্ধি আৰু জীৱন-যাত্ৰাৰ মানদণ্ড উন্নত হোৱাৰ লগে লগে নিম্ন মধ্যবিত্ত পৰিয়ালত পত্নীয়ে চাকৰি কৰাৰ আৱশ্যক হৈ পৰিছে। ঘৰ-সংসাৰ চলাবৰ কাৰণে দুয়ো সমানে চিন্তা কৰিবলগীয়া হোৱাত স্বামী-স্ত্ৰী পৰস্পৰে পৰস্পৰৰ বন্ধু আৰু সহচৰ হৈ পৰিছে। তেওঁলোকে আগতকৈ এতিয়া ইজনে সিজনক বুজিবলৈ চেষ্টা কৰা হৈছে। এনেকুৱা

নিম্ন মধ্যবিত্ত শিক্ষিত পৰিয়ালত পশ্চিমৰ শিক্ষা-সংস্কৃতিয়েও নাৰীৰ স্থান আৰু ভূমিকাৰ গুৰুত্বপূৰ্ণ পৰিবৰ্তন অনাত সহায় কৰিছে। আগৰ মাতৃ বা শাহুৰ প্ৰাধান্যৰ ঠাইত পৰিয়ালত এতিয়া পত্নীৰ প্ৰাধান্য বাঢ়িছে।

ৰাধিকামোহন গোস্বামীৰ 'বা-মাৰলি' (১৯৫৮) উপন্যাসত গোপীনাথ বৰুৱা তেওঁৰ পৰিয়ালৰ প্ৰাচীন আভিজাত্যক লৈ গৰ্বিত। তেওঁ আশা কৰে যে তেওঁৰ বোৱাৰীয়েক জয়ন্তীয়ে পৰিয়ালৰ প্ৰাচীন আবুৰ আৰু ৰীতি-নীতি মানি চলিব আৰু স্বামী উপেনৰ সকলো কথা বিনা প্ৰতিবাদে মানি ল'ব। জয়ন্তীৰ শাহুৱেকে গোপীকান্ত বৰুৱাক নোসোধাকৈ এখোজো লৰচৰ নহৈছিল। গোপীকান্ত বৰুৱাই জয়ন্তীৰ পৰাও একে আচৰণেই বিচাৰে। গোপীকান্ত বৰুৱাই যিহেতু মৌজাৰ কামত বেছিভাগ সময়েই বাহিৰতে কটাইছিল সেইহেতু জয়ন্তীৰ শাহুৱেকেই ঘৰ চলোৱাৰ সম্পূৰ্ণ দায়িত্ব বহন কৰিব লাগিছিল। তেওঁ নিজৰ সুখ-স্বাচ্ছন্দ্যতকৈ পৰিয়ালৰ সকলো লোকৰ, আলহী-অতিথি আৰু চাকৰ-বাকৰৰ সুখ-সুবিধাৰ প্ৰতি বেছি চকু দিছিল। ঘৰত পূজা-পাতল, উছৱ-পাৰ্বন সদায় কিবা নহয় কিবা এটা আছিলেই। গতিকে আলহী-অতিথি, ইষ্ট-কুটুম্বও কোনো দিন নুগুচিছিল। মানুহজনীয়ে ভাগৰ বোলা বস্তুটোনো কি নুবুজিছিল। ৰাতিপুৱাৰ পৰা গধূলিলৈকে হাঁহিমুখে কেৱল কামকে কৰিছিল। কিন্তু এতিয়া জয়ন্তীয়ে ওচৰ চুবুৰীয়া কমলাৰ লগত চিনেমা চাবলৈ যায়। গিৰিয়েকক কথাটো কেৱল জনায়হে, অনুমতি লোৱাৰ প্ৰয়োজন বুলি নাভাবে।

জয়ন্তীয়ে কমলাৰ সৰু, চিজিল, পৰিপাটি ঘৰখন দেখি মুগ্ধ হয়। ড্ৰইং ৰুম, বেডৰুম, ডাইনিং ৰুম আদিলৈকে ঘৰখন সজোৱাত আধুনিক ৰুচি প্ৰকাশ পায়। জয়ন্তীয়ে নিজৰ পুৰণিকলীয়া খেলি-মেলি ঘৰখন কমলাৰ আধুনিক সুনিয়ন্ত্ৰিত ঘৰখনৰ লগত তুলনা কৰি লাজ পায়। কমলাই অকলে স্বামীৰ লগত এখন সৰু ঘৰত থাকে। স্বামী-স্ত্ৰী যেন দুয়ো বন্ধু-বান্ধৱীহে। তেওঁলোকৰ সুখী দাম্পত্য জীৱনত কোনেও অবাঞ্ছিতভাৱে প্ৰবেশ কৰিব নোৱাৰে। জয়ন্তীৰ মনত কমলাৰ এই সুখী জীৱন প্ৰকৃত আদৰ্শ জীৱন বুলি প্ৰতীয়মান হয়।

বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যই 'শতঘ্নী'ত (১৯৬৫) প্ৰশান্ত আৰু অমলাৰ চৰিত্ৰৰ যোগেদি যৌথ পৰিয়ালৰ ঠাইত পত্নী আৰু সন্তানক লৈ যি সৰু পৰিয়ালৰ প্ৰতি প্ৰৱণতা সমাজত দেখা দিছে তাৰ চিত্ৰ দাঙি ধৰিছে। প্ৰশান্তৰ মাক প্ৰমীলাই বিয়াৰ পাছৰ পৰাই

অমলাৰ নানা দোষ দেখিবলৈ আৰম্ভ কৰে। প্ৰশান্তই বিৰক্ত হৈ অমলাক নিজৰ কাম কৰা ঠাইলৈ লৈ যোৱাৰ মনস্থ কৰে। প্ৰশান্তৰ মাক প্ৰমীলাই প্ৰশান্ত-অমলাৰ আবেলি পাৰ্কত ফুৰিবলৈ যোৱা, চিনেমা চাবলৈ যোৱা আদি নিবিড় বৈবাহিক জীৱন সহ্য কৰিবলৈ অপাৰগ হয়।

কিন্তু প্ৰশান্ত-অমলাৰ দাম্পত্য জীৱনৰ বান্ধোন নিচেই ঠুনুকা। তেওঁলোকে ইজনে সিজনক দোষ-ত্ৰুটিখিনিৰে গ্ৰহণ কৰি দুয়ো দুয়োৰে জীৱনত খাপ খাবলৈ অহংভাব আৰু আত্মকেন্দ্ৰিকতাৰ কাৰণে অপাৰগ হৈছে। সেয়েহে ১৯৬২ ৰ চীনৰ লগত হোৱা যুদ্ধত মৰিল বুলি খবৰ ওলোৱা প্ৰশান্তৰ ককায়েক ৰজতৰ যুদ্ধক্ষেত্ৰৰ পৰা প্ৰত্যাবৰ্তনৰ লগে লগে তেওঁলোকৰ দাম্পত্য জীৱন ভাগি পৰিছে। অমলা যুদ্ধৰ আগতে ৰজতৰ বাগদত্তা থকা কাৰণে প্ৰশান্তই অমলাক সন্দেহ কৰিবলৈ আৰম্ভ কৰে। প্ৰশান্তৰ দেউতাক বন্ধুৰাম কছাৰীয়ে ভাবে যে আগৰ দিনত বিবাহিত স্বামী-স্ত্ৰীয়ে নিজৰ স্বাৰ্থপৰ চিন্তা বিসৰ্জন দি যেনেদৰে এখন নতুন ঘৰ পতাত মন দিছিল আজিকালিৰ স্বামী-স্ত্ৰীয়ে সেইটো কৰিব নোৱাৰে।

পৰিয়াল আৰু বিবাহৰ সমস্যাকলৈ উপন্যাস লেখোতে ঔপন্যাসিকসকলে বিশেষকৈ মনোযোগ দিছে নাৰীৰ স্বাধীনতাৰ ওপৰত। অৱশ্যে এই স্বাধীনতা ভিন্ ভিন্ নাৰীৰ ব্যক্তিগত জীৱনত কেনেদৰে প্ৰকাশ পাইছে সেই কথাত অধিক গুৰুত্ব দিয়া হৈছে। নিৰুপমা বৰগোহাঞিৰ 'এজন বুঢ়া মানুহ'ত কমলা এগৰাকী ব্যক্তিবাদী, আত্ম-সচেতন নাৰী। কিন্তু তেওঁৰ স্বাধীনতাই তেওঁক অহংকাৰী আৰু স্বাৰ্থপৰ কৰিছে তুলিছে। ঘৰৰ বাহিৰত চাকৰি কৰিবলৈ লোৱা আৰু আত্ম-স্বাতন্ত্ৰ্য বজাই ৰাখিবলৈ যত্ন কৰাৰ পৰা বহুতো পৰিয়ালত অশান্তিয়ে দেখা দিছে আৰু ল'ৰা-ছোৱালীৰ মনৰ ওপৰতো ই বিৰূপ প্ৰতিক্ৰিয়া কৰিছে। ল'ৰা-ছোৱালীৰ মানসিক বিকাশ ব্যাহত হৈছে। যোগেশ দাসৰ 'হুঁ জুই খেদি' (১৯৬৯) উপন্যাসত বিমলা এজনী বিদেশত শিক্ষালাভ কৰা বুদ্ধিমতী, সপ্ৰতিভ, নিঃসংকোচ স্বাধীন নাৰী। তেওঁ এটা ডাঙৰ গৱেষণাগাৰৰ উচ্চ বিষয়া। কিন্তু শিক্ষা আৰু স্বাধীনতাই বিমলাক জীৱনৰ প্ৰতি এটা ইতিবাচক মনোভাব দিবলৈ সক্ষম হোৱা নাই।

বিভিন্ন উপন্যাসত চিত্ৰিত স্বাধীন নাৰীসকলৰ বহুতে সামাজিক নিষেধ অতিক্ৰম কৰিবলৈ সক্ষম হৈছে, তেওঁবিলাকৰ কিছুমানে প্ৰাচীন ৰীতি-নীতি আৰু মূল্যবোধৰ

বিৰুদ্ধে বিদ্ৰোহ কৰিবলৈও সক্ষম হৈছে; কিন্তু তেওঁবিলাকৰ অতি কম সংখ্যকেহে জীৱনৰ প্ৰতি এটা গঠনমূলক দৃষ্টিভঙ্গী আৰু সমাজত নতুন মূল্যবোধৰ সৃষ্টি কৰাত বিশেষ ভূমিকা ল'ব পাৰিছে। 'নাম ৰাখিলো বাসৱী'ত বাসৱী, 'নায়িকা'ত অনুৰাধা, 'ফিনিক্স পক্ষীৰ গান'ত ঝৰণা এই সকলোবিলাক নাৰীয়েই জীৱনৰ প্ৰতি এক ধ্বংসকামী মনোভাব গ্ৰহণ কৰিছে। প্ৰাচীন ৰীতি-নীতি আৰু প্ৰাচীন পৰম্পৰাৰ প্ৰতি ঘৃণাই তেওঁলোকৰ মনত বিভ্ৰান্তিৰ সৃষ্টি কৰিছে। তেওঁলোকে কেৱল প্ৰাচীন ৰীতি-নীতিকে ঘিণ কৰা নাই, জীৱনকো ঘিণ কৰিবলৈ ধৰিছে। তেওঁলোকে সুস্থ চিন্তা, বুদ্ধি আৰু যুক্তিৰে জীৱনৰ নানা বিপদ আৰু প্ৰতিকূল পৰিৱেশৰ সন্মুখীন হ'ব পৰা নাই।

অৱশ্যে মুক্ত নাৰীসকলৰ দুই-এজনে জীৱনৰ প্ৰতি সুস্থ, সবল দৃষ্টিভঙ্গী গ্ৰহণ কৰি জীৱনৰ সমস্যাবিলাক সাহসেৰে সন্মুখীন হ'বলৈ সক্ষম হৈছে। তেওঁলোকে পৰম্পৰা, প্ৰাচীন মূল্যবোধ আৰু প্ৰাচীন ৰীতি-নীতিৰ প্ৰকৃত মূল্যায়ন কৰি জীৱনৰ প্ৰতি এটা গঠনমূলক দৃষ্টিভঙ্গী গ্ৰহণ কৰাত সফল হৈছে। 'সূৰ্য পূবত নুঠে'ত বিজয়া, 'পুতলাৰ নমস্কাৰ'ত অমিয়া আৰু 'ৰঙা ৰঙা ৰঙ'ত লাহৰি বাভা এনেকুৱা আদৰ্শবান নাৰী—যাৰ জীৱনত প্ৰাচীন পৰম্পৰাগত নাৰী চৰিত্ৰৰ আৰু আধুনিক নাৰী চৰিত্ৰৰ গুণ গৰিমাৰ সু-সমাৱেশ ঘটিছে। ■

(ষষ্ঠ অধ্যায়)

# বিজ্ঞান আৰু প্ৰযুক্তিৰ প্ৰভাৱ

স্বাধীনতাৰ পাছত দেশৰ অন্য অঞ্চলৰ তুলনাত নগন্য হ'লেও বিজ্ঞান আৰু উদ্যোগৰ বিকাশ কিছু হৈছে আৰু আৰু পেট্ৰোলিয়াম, বনজ সম্পদ আদিৰ ওপৰত ভিত্তি কৰি কিছু ঔদ্যোগিক প্ৰকল্প নুনমাটি, দুলীয়াজান, নামৰূপ, নাহৰকটীয়া, মৰাণ, নাজিৰা, মাৰ্ঘেৰিটা আদিত গঢ় লৈ উঠিছে। ফলত অসমতো পলমকৈ হ'লেও এটা ঔদ্যোগিক পুঁজিবাদী অৰ্থনীতি লাহে লাহে মূৰ দাঙি উঠিছে। কিন্তু এই পুঁজিবাদী অৰ্থনীতিয়ে উৎপাদন বৃদ্ধি আৰু অধিক নিয়োগৰ সা-সুবিধা সৃষ্টি কৰাত সফল হোৱা নাই। আনহাতে পুঁজিবাদী অৰ্থনীতিৰ কু-প্ৰভাৱ সমাজত বাৰুকৈয়ে পৰা দেখা যায়। ঔদ্যোগিক আৰু অৰ্থনৈতিক পৰিবৰ্তনে সামাজিক মূল্যবোধৰো বহুতো পৰিবৰ্তন আনিছে। পুৰণি সমাজ ব্যৱস্থাৰ অৱক্ষয়ে দেখা দিছে আৰু গ্ৰামীণ অৰ্থনীতিত ভাঙোন ধৰিছে। কিন্তু স্বাধীনতাৰ তিনিকুৰি বছৰৰ পাছতো কৃষিৰ বিকল্প হিচাপে অন্য তেনে কোনো জীৱিকা গঢ় লৈ উঠা নাই। ফলত খেতিয়ক শ্ৰেণী কেৱল দুখ-দাৰিদ্ৰ্যতে ভোগা নাই; তেওঁলোকৰ সামাজিক জীৱনলৈও অৱক্ষয় আৰু অধঃপতন আহিছে।

কিন্তু বিজ্ঞান আৰু কাৰিকৰী বিকাশে প্ৰযুক্তিবিদ, প্ৰশাসক, ৰাজনীতিক আৰু ব্যৱসায়ীসকলক বেছি ক্ষমতাশালী কৰি তুলিছে। এটা বিশেষ শ্ৰেণীৰ হাতত ক্ষমতা কেন্দ্ৰীভূত হৈ পৰা কাৰণে দুখীয়া জনসাধাৰণ শোষিত হৈছে। ক্ষমতা, প্ৰতিপত্তি, ধন-সম্পদৰ পিছত অন্য লোকক গচকি-মোহাৰি দৌৰাৰ মনোবৃত্তি অসমৰ দৰে শিল্প-বাণিজ্যত পিছপৰা দেশতো সোমাই পৰিছে। শিক্ষিত লোকসকলে জনসাধাৰণক সন্মান কৰিবলৈ, জনসাধাৰণৰ সমস্যাবিলাক বুজিবলৈ আৰু ব্যক্তিগত স্বাৰ্থ বিসৰ্জন দি জনসাধাৰণৰ স্বাৰ্থক আগস্থান দিবলৈ অপাৰগ হৈছে। সমাজৰ উচ্চশিক্ষিত মানুহ

আৰু জনসাধাৰণৰ মাজত বুজাবুজিৰ অভাবৰ ফলত দুয়োৰে মাজত ব্যৱধান বাঢ়ি গৈছে। গাঁৱলৈ জনস্বাস্থ্য, পৰিয়াল পৰিকল্পনা, কৃষি আদি বিভাগৰ ডাক্তৰ, ইঞ্জিনিয়াৰ, কৃষি স্নাতক আদি গৈছে হয়, কিন্তু গাঁওবাসী আৰু এই বিষয়াসকলৰ মাজত মানৱীয় সম্পৰ্ক গঢ় লৈ নুঠা কাৰণে গাঁৱৰ মানুহৰ চিন্তা-চৰ্চাৰ কোনো উল্লেখযোগ্য পৰিবৰ্তন সধাত এওঁলোক বিফল হৈছে। জনসাধাৰণৰ বেছিভাগৰ মাজতেই এতিয়াও যুক্তিবাদী চিন্তা যেনেদৰে গঢ় লৈ উঠিব লাগিছিল সেইদৰে গঢ় লৈ উঠিব পৰা নাই।

অৱশ্যে কিছু পৰিমাণে যে সমালোচনামূলক দৃষ্টিভঙ্গী সাধাৰণ মানুহৰ মনত গঢ় লৈ উঠিছে সেই কথা একেবাৰে নুই কৰিব নোৱাৰি। যুক্তিবাদী চিন্তা-চৰ্চা হৈছে বুলি ক'ব নোৱাৰিলেও এটা কথা ঠিক যে সাধাৰণ মানুহৰ মাজত এটা নতুন জাগৰণে দেখা দিছে। এজন সাধাৰণ মানুহো নিজৰ সুকীয়া অস্তিত্বৰ বিষয়ে সচেতন হৈছে। আগেয়ে সাধাৰণ মানুহে ভগৱানে কিছু মানুহক ধনী আৰু কিছু মানুহক দুখীয়া কৰি সৃষ্টি কৰিছে বুলি যেনে ধৰণে সৰলভাৱে ভাবিছিল আজিকালি সেইদৰে নাভাবে। সৰ্বসাধাৰণে আজি ভাবিব পৰা হৈছে যে সামাজিক, ৰাজনৈতিক, অৰ্থনৈতিক ক্ষেত্ৰত আজি মানুহে মানুহে যি প্ৰভেদ সেই প্ৰভেদ মানুহৰেই সৃষ্টি। মানুহৰ স্বাৰ্থপৰতা আৰু অন্যায় অনীতিয়েই এই প্ৰভেদৰ সৃষ্টি কৰিছে।

তদুপৰি বৰ্তমান যুগত বিশ্বৰ কোনো অংশত ঘটা এটা ঘটনাই আন এটা অংশৰ মানুহৰ জীৱন আৰু মনত প্ৰভাৱ পেলাব পাৰে। বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ অভূতপূৰ্ব বিকাশে সমগ্ৰ বিশ্বতে মানুহৰ ধ্যান-ধাৰণাৰ যথেষ্ট পৰিবৰ্তন সাধিলে। শিক্ষিত অসমীয়া মধ্যবিত্তও ইয়াৰ ব্যতিক্ৰম নহয়। তেওঁলোকৰ মনত বৈজ্ঞানিক দৃষ্টিভঙ্গী আৰু পূৰ্বাপৰ ধৰ্মীয় ৰীতি-নীতি, চিন্তা-ভাবনাৰ দ্বন্দ্ব সংঘটিত হৈছে। পুৰণি মূল্যবোধত মানুহে বিশ্বাস হেৰুৱাই পেলাইছে, কিন্তু নতুন যুগ আৰু নতুন জীৱনৰ লগত খাপখোৱা নতুন মূল্যবোধো সমাজত জন্ম হোৱা নাই। ফলত শিক্ষিত মানুহৰ মনত পৰস্পৰবিৰোধী চিন্তা আৰু নানা বিভ্ৰান্তিয়ে দেখা দিছে।

পশ্চিমৰ শিক্ষা-সংস্কৃতিৰ প্ৰভাৱে শিক্ষিত মানুহৰ মন ধৰ্মীয় বিশ্বাসৰ পৰা আঁতৰাই আনি বিজ্ঞানৰ নানা অৱদান আৰু সা-সুবিধাৰ ফালে ধাৱিত কৰিছে। কিন্তু দুৰ্ভাগ্যৰ কথা যে এই যুক্তিবাদে আজিৰ সমাজক তৰল বস্তুবাদী চিন্তা আৰু ইন্দ্ৰিয়বিলাসৰ ফালেহে লৈ গৈছে। যদিও শিক্ষিত মানুহে পশ্চিমৰ সভ্যতাৰ প্ৰভাৱত

ধৰ্মীয় বিশ্বাস বহু পৰিমাণে হেৰুৱাই পেলাইছে তথাপিও সম্পূৰ্ণ যুক্তিবাদী আৰু বিজ্ঞানসন্মত দৃষ্টিভঙ্গীৰে সমাজ আৰু জীৱনৰ কথাবিলাক চাবলৈ সমৰ্থ হোৱা নাই। যুক্তিৰে যদি তেওঁলোকে কিবা এটা কথা অন্ধবিশ্বাস বুলি বাদ দিছে আকৌ পিছ মুহূৰ্ততে আবেগিক দুৰ্বলতাৰে তাকে আঁকোৱালি লৈছে। নিজকে যুক্তিবাদী বুলি গৰ্ব কৰা সহজ কথা; কিন্তু বাস্তৱ জীৱনত যুক্তিবাদী হৈ চলা টান কথা। ইয়াৰ কাৰণে লাগে নৈতিক সাহস আৰু নিৰ্ভীক বিবেক। পোচাক পৰিচ্ছদ, জীৱন যাত্ৰাত আধুনিক যেন লাগিলেও এজন শিক্ষিত মানুহৰ মনতো অন্ধবিশ্বাস দলৈকে সোমাই থাকে।

সমাজ আৰু ব্যক্তিৰ জীৱনত বিজ্ঞান আৰু যান্ত্ৰিক সভ্যতাই অনা পৰিৱৰ্তনৰ প্ৰতিফলন অসমীয়া বহুতো উপন্যাসত দেখা যায়। বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'আই' (১৯৬০) উপন্যাসত দুখীয়া খেতিয়ক ৰজতৰ খেতিৰ মাটি ইন্দ্ৰেশ্বৰ ঠিকাদাৰে কাঢ়ি লৈছে; কিন্তু ৰজতে তাৰ দুখ-দাৰিদ্ৰ্যৰ কাৰণ ভগৱান বুলি ভবা নাই, ভাবিছে মানুহৰ সমাজখন আৰু মানুহে প্ৰণয়ন কৰা বৈষম্যমূলক আইন বুলিহে। এই আইনে ধনীক সহায় কৰে, ৰক্ষণা-বেক্ষণ দিয়ে। ৰজতে এনেদৰে চিন্তা কৰিব পৰা হৈছে সমাজত কিছু পৰিমাণে সোমাই পৰা যুক্তিবাদী চিন্তাৰ প্ৰভাৱত।

হোমেন বৰগোহাঞিৰ 'পিতাপুত্ৰ' (১৯৭৫) উপন্যাসৰ ভূমিহীন কৃষক ভকতৰামে দুখীয়া মানুহৰ দুখ-কষ্টৰ কাৰণে কংগ্ৰেছ চৰকাৰক দোষী কৰিছে। অৱশ্যে শোচনীয় দাৰিদ্ৰ্যৰ কাৰণে ভকতৰামে মানুহৰ প্ৰচেষ্টাৰ দ্বাৰা সমাজ ব্যৱস্থাৰ পৰিৱৰ্তন সধাৰ কথা ভাবিব নোৱাৰে। ভকতৰামৰ দৰে গাঁৱলীয়া খেতিয়কে কংগ্ৰেছ চৰকাৰৰ শোষণ ভালদৰে বুজিব পাৰে; কিন্তু পেটৰ ভাতমুঠিৰ কথা চিন্তা কৰোতে যুঁজ কৰাৰ মন হেৰুৱাই পেলায়। নিজকে কেৱল প্ৰবোধ দিয়ে—"এই সমাজদ্ৰোহীবোৰে দুদিনীয়া ক্ষমতাৰ বলত দেওপাৰি নাচি থাকিলেও ভগৱানে এই মহাপাপৰ বিচাৰ নিশ্চয় কৰিব।"

কিছু উপন্যাসত আমি সমাজ আৰু ব্যক্তিৰ ওপৰত প্ৰায়োগিক বিজ্ঞানৰ প্ৰভাৱ দেখিবলৈ পাওঁ। বিজ্ঞানে বহুতো আৰ্থ-সামাজিক পৰিৱৰ্তন আনিছে। পুঁজিবাদী উৎপাদন ব্যৱস্থা আৰু আনুষঙ্গিক কুফল যেনে মালিক-শ্ৰমিকৰ বিৰোধ, নিবনুৱা সমস্যা আদি প্ৰায়োগিক বিজ্ঞানৰ প্ৰভাৱৰ পৰিণতিহে। লক্ষ্মীনন্দন বৰাই "গঙ্গা চিলনীৰ পাখি"ত (১৯৬৩) এখন দলঙৰ নিৰ্মাণে ভোগৰামৰ জীৱনৰ ওপৰত কেনে প্ৰভাৱ পেলাইছে তাক সুন্দৰভাৱে দেখুৱাইছে। হোমেন বৰগোহাঞিয়ে 'পিতাপুত্ৰ'ত এটা ৰাস্তাৰ নিৰ্মাণে

সমাজত আৰু বিশেষকৈ শিৱনাথৰ জীৱনত কি প্ৰভাৱ পেলাইছে তাক বৰ্ণনা কৰিছে। গাঁৱত আৰু আগৰ সেই মিলাপ্ৰীতি, আগৰ আপোন ভাব নাই। মহঘুলিৰ বাহিৰৰ পৰা অহা মানুহৰ অসংখ্য দোকান যেন ৰাতিটোৰ ভিতৰতে থিয় দি উঠিছে। এসময়ৰ এখন নিজান গাঁও এতিয়া এখন হুলস্থুলীয়া নগৰত পৰিণত হৈছে। শিৱনাথৰ জীৱন কিন্তু সুকলমেই চলি আছিল। কিন্তু হঠাৎ ছন্দ পতন ঘটিল। শিৱনাথৰ সৰু পুতেক এটা জঘন্য মদাহী হয় আৰু ডাঙৰ পুতেকে এজনী কৈৱৰ্ত ছোৱালী বিয়া কৰায়।

বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যই 'প্ৰতিপদ'ত (১৯৭০) আৰু কামাখ্যা সভাপণ্ডিতে 'দৰিদ্ৰতাৰ স্বাক্ষৰ'ত (১৯৭২) উদ্যোগ আৰু ব্যৱসায়ৰ লগত সম্পৰ্কৰ পটভূমিত মানৱ চৰিত্ৰ অঙ্কণ কৰিছে। 'দৰিদ্ৰতাৰ স্বাক্ষৰ' উপন্যাসত আমি পুঁজিবাদী অৰ্থনীতিয়ে মানৱীয় সহানুভূতি আৰু বুজা-বুজিত অনা অৱনতি দেখিবলৈ পাওঁ। চিৰঞ্জীৱ চৌধুৰী আৰু সঞ্জীৱ চৌধুৰীয়ে তেওঁবিলাকৰ কৰ্মীবিলাকৰ পৰা যিমান পাৰে সিমান কাম আদায় কৰে; কিন্তু সিহঁতো যে তেজ মঙহৰ মানুহ, সিহঁতেও যে সহায়-সহানুভূতি আশা কৰে সেই কথা ভাবিব নোৱাৰে। জয়কান্তই জীয়েকৰ বিয়াৰ কাৰণে তাৰ দৰ্মহাৰ পৰা বিচৰা আগধন দিবলৈ তেওঁলোক অসন্মত হয়। তেওঁলোকে জয়কান্তক মানুহ বুলি নাভাবি এটা কামত অহা বস্তু বুলিহে ভাবে।

হোমেন বৰগোহাঞিৰ 'সুবালা'ত (১৯৬৩) পুঁজিবাদী অৰ্থনীতিৰ ৰুগ্ন প্ৰভাৱত পৰা এখন সমাজত মানৱ জীৱনলৈ অহা কদৰ্য্যতা আৰু অৱক্ষয়ৰ চিত্ৰ পোৱা যায়। সুবালাই ক্ষুধা নিবৃত্তি আৰু সতীত্ব ৰক্ষাৰ কাৰণে গাঁৱৰ পৰা নগৰলৈ আহে। কিন্তু নগৰত তাইৰ ভাগ্যত কি আছিল সেই কথা বৰগোহাঞিয়ে সাহস আৰু বাস্তৱধৰ্মীতাৰে বৰ্ণনা কৰিছে। ক্ৰমে ভ্ৰষ্টতা আৰু কদৰ্য্যতাৰ মাজলৈ সোমাই যাবলৈ বাধ্য হোৱা সুবালাৰ জীৱনৰ মাজেদি ঔপন্যাসিকে আধ্যাত্মিকতা আৰু জীৱনৰ সনাতন প্ৰমূল্য হেৰুৱাই পেলোৱা ইন্দ্ৰিয় সৰ্বস্ব আৰু ভোগ সৰ্বস্ব এখন সমাজৰ হীনতা আৰু অন্তঃসাৰশূন্যতাৰ চিত্ৰ দাঙি ধৰিছে। ঔপন্যাসিকে সুবালাৰ জীৱনৰ কদৰ্য্যতা তাইৰ থকা ঠাইৰ বৰ্ণনাৰ যোগেদি ফুটাই তুলিছে। সুবালাই নগৰত দেখিবলৈ পায় কেৱল ঘৰ আৰু ঘৰ। তাই থকা চালি খনৰ পশ্চিম ফালে আছে এখন দুমহলীয়া হোটেল, দক্ষিণ ফালে এখন ওখ দেৱাল। সূৰ্যৰ পোহৰ আৰু মুকলি বতাহৰ পৰাও তাই বঞ্চিত। তাইৰ চালিখনৰ একেবাৰে কাষতে এটা দুৰ্গন্ধময় আবৰ্জনাৰে ভৰা নৰ্দমা। তাই

আত্মহত্যা কৰিবৰ চেষ্টা কৰি ওলাই যোৱা ৰাতিপুৱাটোত ৰাস্তাৰ দুয়োকাষে থকা দুটা প্ৰকাণ্ড চৰকাৰী ঘৰৰ বাৰান্দাত তাই কিছুমান শাৰী শাৰী প্ৰায় উলংগ মানৱ দেহ দেখিবলৈ পায়। সুবালাই আগতে ভাবিবই পৰা নাছিল যে এই আলোক উজ্বল, প্ৰাসাদ পৰিপূৰ্ণ মহানগৰীৰ বহুতো মানুহৰ আনকি ৰাতিটো শুই থাকিবলৈকো নিজৰ ঘৰ এডুখৰি নাই।

ৰাজেন্দ্ৰ নাথ হাজৰিকাই তেওঁৰ 'উৎকণ্ঠ মহানগৰী'ত (১৯৭১) বৰ্তমান সমাজৰ এক গুৰুত্বপূৰ্ণ সমস্যা দাঙি ধৰিছে। সমাজত আজি বহুতো মানুহে কৰ্মহীনতাৰ সমস্যাত ভুগিছে। সমাজত এনে বহুতো বয়সস্থ মানুহ আছে যি চাকৰিৰ পৰা এটা বয়স সীমা অতিক্ৰম কৰাৰ কাৰণে অৱসৰ পাইছে অথচ কৰ্মদক্ষতা সম্পূৰ্ণ অটুট আছে। তেওঁলোকে হঠাতে কম টকাত চলিব লগা হৈছে আৰু নিজকে সম্পূৰ্ণ অদৰকাৰী, অলাগতিয়াল বুলি ভাবিবলৈ বাধ্য হৈছে।
(এই সম্পৰ্কত মনস্তত্ত্ববিদ ক'লমেনে তেখেতৰ *অস্বাভাৱিক মনস্তত্ব* গ্ৰন্থত কৰা মন্তব্য দ্ৰষ্টব্য, পৃঃ ১৫৯)।

উপন্যাসৰ এটা প্ৰধান চৰিত্ৰ দীনেন দত্ত অৱসৰৰ পাছৰ পৰা এজন ৰুগ্ন বৃদ্ধলোকত পৰিণত হয়। তেওঁ পত্নী আৰু কন্যাৰ ওপৰত সকলো নিয়ন্ত্ৰণ হেৰুৱাই পেলায়। পত্নী আৰু কন্যাৰ সকলো দুষ্কাৰ্যৰ তেওঁ কেৱল নিঃসহায় দৰ্শক হৈ ৰয়।

দ্ৰুত সামাজিক পৰিৱৰ্তনে মানুহৰ জীৱনলৈ আনিছে বহুতো গভীৰ সমস্যা; পৰম্পৰাগত ৰীতি-নীতি আৰু নৈতিক মূল্যবোধৰ ভেটি কঁপি উঠিছে। বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'বল্লৰী' (১৯৭৩) উপন্যাসত তৈল নগৰী ডিগবৈ যান্ত্ৰিক সভ্যতাই অনা সামাজিক অৱক্ষয়ৰ প্ৰতীক হিচাপে থিয় দিছে। এই সমাজত মানুহে যন্ত্ৰ চলাবলৈ শিকে ; কিন্তু শেষত নিজেও যন্ত্ৰত পৰিৱৰ্তিত হয়। ঔপন্যাসিকে অলি আৰু তেওঁৰ স্বামী নলীন দুৱৰাৰ যোগেদি দেখুৱাইছে কেনেকৈ বিবাহিত জীৱনৰ পবিত্ৰতা আৰু পাৰিবাৰিক জীৱনৰ আনন্দৰ স্থান লৈছে তৰল উতনুৱা ক্লাব জীৱন, সুৰাপান আৰু ইন্দ্ৰিয় প্ৰৱণতাই।

লক্ষ্মীনন্দন বৰাৰ "উত্তৰ পুৰুষ"ত (১৯৭০) বস্তুবাদী সমাজত শিক্ষিত নিবনুৱাৰ সমস্যা দাঙি ধৰিছে। মনঃপুত কামত নিয়োগ হ'ব পাৰিলে আৰ্থিক স্বচ্ছলতাৰ উপৰিও এটা আত্মবিশ্বাস আহি পৰে, নিজকে মূল্যহীন যেন নালাগে। সম্ভৱতঃ মানুহৰ

জীৱন অৰ্থপূৰ্ণ কৰি তোলাত আৰু নিজৰ যোগ্যতা আৰু সক্ষমতাত বিশ্বাসী কৰি তোলাত আন একোৱে এনেদৰে সহায় কৰিব নোৱাৰে। কাৰিকৰী নিপুণতা নথকা বহুতো যুৱকে হয় নিবনুৱা হৈ আছে, নহয় একেবাৰে খাপ নোহোৱা কামত নিয়োগ হ'ব লগা হৈছে। (ক'লমেনে এই সম্পৰ্কত পূৰ্ব উল্লেখিত গ্ৰন্থত কৰা মন্তব্য দ্ৰষ্টব্য, পৃঃ ১৫৯) । সমাজে এনে যুৱকৰ আশা-আকাংক্ষা পূৰাব পৰা নাই। নিৰাপত্তা আৰু ন্যায় পোৱাত ব্যৰ্থ হৈ এনে যুৱকে সমাজৰ পৰা বিচ্ছিন্ন হৈ পৰিছে। ধ্বংসাত্মক কামৰ যোগেদি সমাজৰ প্ৰতি তেওঁলোকৰ বিদ্ৰোহ প্ৰকাশ পাইছে। যি সমাজত মানুহক জোখা হয় কেৱল টকাৰে, কি উপায়েৰে টকা অৰ্জা হৈছে সেই বিষয়ে কোনেও মূৰ নঘমায়, যি সমাজত মানৱীয় গুণৰ কোনো মূল্য নাই, তেনে এখন দুৰ্নীতিগ্ৰস্ত সমাজত শিক্ষা অৰ্থহীন হৈ পৰিছে। "উত্তৰ পুৰুষ"ৰ প্ৰধান চৰিত্ৰ শিক্ষিত নিবনুৱা যুৱক প্ৰতাপ কাকতীয়ে অসামাজিক কাৰ্যেৰে জীৱিকা নিৰ্বাহ কৰা এটা দলত যোগ দিছে। প্ৰতাপ কাকতীৰ চৰিত্ৰত আমি সামাজিক পৰিবেশৰ প্ৰভাৱ দেখিবলৈ পাওঁ। প্ৰতাপ কাকতী বস্তুবাদী সমাজৰ সৃষ্টি। এনেকুৱা সমাজত টকাই সকলো। এনে সমাজত মানুহৰ ভাব-অনুভূতিৰ কোনো মূল্য নাই। এনেকুৱা সমাজত কিছুমান ভণ্ড মূল্যবোধে গা কৰি উঠে। মৰম সহানুভূতিৰ পৰিবৰ্তে এনে সমাজত স্বাৰ্থপৰতা আৰু প্ৰতিযোগিতাৰ ভাব দেখিবলৈ পোৱা যায়। প্ৰতাপ কাকতীৰ দেউতাক আৰু ককায়েক দুয়ো দুৰ্নীতিৰ যোগেদি টকা আৰ্জে। প্ৰতাপ কাকতীৰ মাকক প্ৰৱঞ্চনা কৰি দেউতাকে অন্য বহুতো তিৰোতাৰ লগত যৌন সম্পৰ্ক ৰাখে। প্ৰতাপ কাকতীৰ নবৌয়েক সুৰেখাই বিভিন্ন পুৰুষৰ লগত অবৈধ সম্পৰ্ক ৰাখে। প্ৰতাপ কাকতীৰ ভনীয়েকক দেউতাকে চেলচ্‌টেক্স অফিচাৰৰ লগত সান্ধ্য ভ্ৰমণলৈ পঠায়। পৰিয়ালৰ সকলো মানুহেই ইজনৰ পৰা সিজন ক্ৰমে বিচ্ছিন্ন হৈ পৰিছে।

লক্ষ্মীনন্দন বৰাই তেওঁৰ "ছাঁ জুই পোহৰ"'ত (১৯৬৬) বস্তু সৰ্বস্ব সমাজত দেখা দিয়া মানসিক আৰু নৈতিক অৱক্ষয়ৰ চিত্ৰ দাঙি ধৰিছে। এনেকুৱা সমাজত ব্যক্তিয়ে বাস্তৱ জীৱনৰ পৰা আঁতৰি যাবলৈ চেষ্টা কৰোতে ইন্দ্ৰিয় সৰ্বস্ব জীৱন যাপন কৰে। উপন্যাসৰ প্ৰধান চৰিত্ৰ ভগীৰথ ভূঞাই ভাবে যে জীৱনৰ এটা অৰ্থ আৰু উদ্দেশ্য পোৱাত ব্যৰ্থ হোৱা কাৰণেই ব্যক্তিয়ে স্থূল ইন্দ্ৰিয়পৰায়ণতাৰ পথ বাচি লয়।

সামৰণিত এটা কথা ক'ব লাগিব যে স্বাধীনোত্তৰ কালৰ অসমীয়া

ঔপন্যাসিকসকলে বিজ্ঞান আৰু যন্ত্ৰই অনা সামাজিক পৰিবৰ্তনে সমাজৰ নৈতিকতাৰ ওপৰত কেনে প্ৰভাৱ পেলাইছে তাৰ চিত্ৰ দাঙি ধৰিছে। তেওঁলোকৰ বহুতে মানৱ চৰিত্ৰ অধ্যয়ন কৰোতে সূক্ষ্ম পৰ্যবেক্ষণ, বৈজ্ঞানিক নিৰপেক্ষ বিশ্লেষণ কৰাত সফল হৈছে। অসমত কল-কাৰখানা নিচেই কম হ'লেও, কিছু পৰিমাণে গঢ়ি উঠিছে। এইবিলাকত কেনেকৈ মালিক আৰু বনুৱাৰ মাজত মানৱ সম্পৰ্ক ক্ষীণ হৈ আহিছে তাকো দুই এক ঔপন্যাসিকে দেখুৱাইছে। কিন্তু আমি এই অধ্যায়ৰ আৰম্ভণীতে কৈ আহিছো কেনেকৈ সাধাৰণ মানুহৰ মনত কিছু পৰিমাণে হ'লেও যুক্তিবাদী চিন্তা গঢ় লৈছে সেই কথাও ঔপন্যাসিকসকলে দেখুৱাইছে। মনক অনুসন্ধিৎসু আৰু বিশ্লেষণমুখী কৰি নিৰ্ভীক কৰি গঢ়ি তোলাই বিজ্ঞানৰ ব্যক্তি আৰু সমাজলৈ প্ৰকৃত অৱদান।

কিন্তু মানুহ যুক্তিহীন পৰম্পৰাৰ পৰা মুক্ত হৈছে বুলি ভাবিলে ভুল হ'ব। অন্ধবিশ্বাস শিক্ষিত লোকৰ মাজত আগতকৈ বাঢ়িছেহে। বিশ্ববিদ্যালয়ৰ সৰ্বোচ্চ ডিগ্ৰীধাৰী এজন পদাৰ্থ বিজ্ঞানীয়েও ভূত-ভৱিষ্যত জানিবলৈ জ্যোতিষীৰ ওচৰলৈ যায়, তাবিজ পিন্ধে, দিন বাৰ চাইহে কামত ওলায়। তেওঁলোকৰ মনত অৱশ্যে আগৰ দিনৰ মানুহৰ দৰে বেয়া কাম কৰিবলৈ ভয় ভাব নাই। ব্যক্তিগত লাভৰ আশা দেখিলে তেওঁলোকে যি কোনো অনৈতিক কামেই কৰিব পাৰে। তেওঁলোকৰ মনত থকা অন্ধবিশ্বাসৰ কাৰণ বিচাৰি বেছিদূৰ যাব নালাগে। তেওঁলোকে অনায়াসলভ্য টকাৰে একেদিনাই ধনী হ'ব খোজে। পৰিশ্ৰমৰ দ্বাৰা সৎপথেৰে ধন সম্পদ আৰ্জিবলৈ তেওঁলোকৰ ধৈৰ্য নাই। ফলত টকা আৰু ক্ষমতাৰ লালসাই তেওঁলোকক অন্ধবিশ্বাসৰ পথলৈ ঠেলি দিছে। শিক্ষিত মানুহৰ মনত দুটা পৰস্পৰ বিৰোধী চিন্তাই কাম কৰিছে। ফলত আজিৰ সমাজত যি চৰিত্ৰৰ অধঃপতন, কথা আৰু কামৰ মাজত ব্যৱধান দেখা গৈছে তাত আচৰিত হ'বলগীয়া একো নাই। ■

(সপ্তম অধ্যায়)

# মানসিক সংঘাত আৰু আত্মানুসন্ধান

বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাই আধুনিক মানুহৰ জীৱন নিৰ্বাহত বহুতো সুখ-স্বাচ্ছন্দ্য দিছে; কিন্তু মানুহক প্ৰকৃততে সুখী কৰি তুলিব পৰা নাই। সমাজ আৰু প্ৰকৃতিৰ পৰা বিচ্ছিন্ন হৈ আজি আধুনিক মানুহ ভয়াবহ ভাবে অকলশৰীয়া।

আধুনিক মানুহৰ এই কৰুণ নিঃসহায়তা অসমৰ নিচিনা এখন বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাত পিছপৰা ঠাইতো নগৰীয়া জীৱনত কিছু পৰিমাণে পৰিছে। সাধাৰণ দৃষ্টিত অসমৰ দৰে এখন পিছপৰা ঠাইত শিল্পপ্ৰধান দেশত অহা ধৰণৰ মানসিক সংঘাত অহিব নোৱাৰে যেন ভাব হ'লেও ঔপন্যাসিকসকলৰ দৃষ্টিত নগৰীয়া জীৱনত তেনে সংঘাত অহা ধৰা পৰিছে।

নিৰুপমা বৰগোহাঞিয়ে "এজন বুঢ়া মানুহ"ত আধুনিক নগৰীয়া জীৱনত এজন বুঢ়া মানুহৰ নিঃসঙ্গতা ফুটাই তুলিছে। বৃদ্ধ বিজয় ভঁৰালীয়ে ভাবে যে পুতেক-বোৱাৰীয়েকৰ জীৱনত তেওঁ গলগ্ৰহ হৈ পৰিছে। ৰোগশয্যাত পৰি থকা বিজয় ভঁৰালীয়ে তেওঁৰ বিছনাৰ কাষত সদায় কোনোবা থকাটো বিচাৰে। কিন্তু তেওঁ অকলশৰীয়াকৈ কোঠাত পৰি থাকিব লগা হয়। আকণমানি নাতি ল'ৰাটোক আয়াৰ হাতত থৈ তেওঁৰ বোৱাৰীয়েক স্কুলত কাম কৰিবলৈ ওলাই যায়। তেওঁৰ কোঠাৰ খিড়িকীৰ নিচেই কাষতে এটা দুমহলীয়া ঘৰৰ ওখ দেৱাল। গতিকে তেওঁ বাহিৰৰ পৃথিৱীখন চোৱাৰ পৰাও বঞ্চিত। বিজয় ভঁৰালীয়ে লক্ষ্য কৰিছে যে গুৱাহাটীখন নতুনকৈ মহানগৰী হিচাপে গঢ়লৈ উঠাত কিছুদিনৰ ভিতৰতে যেন ঘৰৰ ওপৰতে ঘৰ মূৰদাঙি উঠিছে। মুকলি ঠাই ক্ৰমান্বয়ে নাইকিয়া হৈ আহিছে।

গোবিন্দ প্ৰসাদ শৰ্মাই তেওঁৰ 'কাঁচৰ দৰে হীৰাৰ দৰে" ট্ৰায়লজিৰ 'পিটনি

পুখুৰী ত্ৰিতত্ব' খণ্ডত নলিনী আৰু বেদান্তৰ উদ্দেশ্যহীন, লক্ষ্যহীন জীৱনৰ যোগেদি আধুনিক জীৱনৰ উদ্দেশ্যহীনতা আৰু অস্থিৰতা প্ৰকাশ কৰিছে। নলিনী আৰু বেদান্ত তেওঁলোকৰ কলেজ শিক্ষকৰ বৃত্তিক লৈ অকণো সুখী নহয়;সেইবুলি তেওঁলোকে কি বিচাৰে সেইকথা নিজেই ক'ব নোৱাৰে। তেওঁলোকৰ জীৱনৰ উদ্দেশ্যহীনতা আৰু অস্থিৰতা তেওঁলোকৰ একাধিক ছোৱালীৰ লগত গঢ়ি উঠা সম্পৰ্কৰ মাজেদি প্ৰকাশ পাইছে। তেওঁলোকে কাৰো লগত স্থায়ী সম্পৰ্ক গঢ়ি তুলিব নোৱাৰে।

নলিনীয়ে ভাবে, "যুগৰ এই অন্তহীন ব্যস্ততাৰ মাজত, চহৰৰ এই কৃত্ৰিমতাৰ মাজত যন্ত্ৰৰ দৰে চলি গৈ গৈ ক্ৰমে ক্ৰমে যেন আমি নিৰ্জীৱ যন্ত্ৰ হৈ যাব ধৰিছোঁ।"

বেদান্তই নলিনীক কয়, " প্ৰকৃতিৰ সৌন্দৰ্য্যৰ প্ৰতি আৰু অকল প্ৰকৃতিৰ সৌন্দৰ্যৰ প্ৰতিয়েই কিয়, যি কোনো সুন্দৰ, সূক্ষ্ম সৃষ্টিৰ প্ৰতি আমাৰ মন, আমাৰ চেতনা এনেদৰে বিমুখ, স্থূল হৈ পৰিছে যে ক্ৰমে ক্ৰমে আমি চেতনা অনুভূতিহীন যন্ত্ৰত পৰিণত হৈছোঁ।"

ধন, সম্পদ, প্ৰাচুৰ্যৰে ভৰা উচ্চ মধ্যবিত্ত সমাজত বহুতে যেন আন্ধাৰত পথ বিচাৰি হাবাথুৰি খাইছে। প্ৰাসাদোপম ঘৰ, ধুনীয়া চিক্‌চিকীয়া গাড়ী, সুস্বাদু খাদ্যৰে ভৰা ৰিফ্ৰেজিৰেটৰ এই সকলো বিলাক থকা সত্বেও যেন তেওঁলোকে জীৱনত অৰ্থ বিচাৰি পাবলৈ অপাৰগ হৈছে। তেওঁলোকে এটা পৰিপূৰ্ণ আৰু অৰ্থপূৰ্ণ জীবন যাপনৰ কাৰণে প্ৰমূল্য বিচাৰি উদ্বিগ্ন হৈ পৰিছে। (ক'লমেন, জেইম্চ চিৰ পূৰ্ব উল্লেখিত গ্ৰন্থ দ্ৰষ্টব্য,পৃঃ১৬০)।

যোগেশ দাসৰ "ছাঁ জুই খেদি"'ত উচ্চ শিক্ষিত, উচ্চাকাংক্ষী, অস্থিৰ, অসুখী কেইজনমান পুৰুষ মহিলাই কিবা এটাৰ পিছত দৌৰিছে, কিন্তু কিহৰ পিছত দৌৰিছে তেওঁলোকে নিজেই ক'ব নোৱাৰে। "এই সমাজত গতি আছে, কিন্তু লক্ষ্য নাই, কৰ্মচঞ্চলতা আছে, কিন্তু স্থিৰ আদৰ্শ নাই। উপভোগৰ সামগ্ৰী আছে, কিন্তু মানসিক তৃপ্তি নাই "। (ড ঃ সত্যেন্দ্ৰনাথ শৰ্মা, '*অসমীয়া উপন্যাসৰ গতিধাৰা*', পৃঃ১০৬) ঔপন্যাসিকৰ মতে এই গতি, এই অস্থিৰতা ছাঁ জুই খেদাৰ বাহিৰে আন একো নহয়। উপন্যাসৰ নায়িকা গাঁৱৰ ছোৱালী বিমলাই বিদেশত উচ্চ শিক্ষা আহৰণ কৰি ঘূৰি আহি এটা গৱেষণাগাৰত ডাঙৰ চাকৰি পায়। বিমলা ক্ৰমে গবেষণাগাৰ আৰু ওচৰৰ নগৰখনৰ উচ্চ সমাজত সোমাই পৰে। এই সমাজত তেওঁ ডাঃ ভট্টাচাৰ্য্য, মিঃ আয়েঙ্গাৰ,

ড° ৰাও, মিঃ আগৰৱালা, মিঃ কুলকার্ণি, উমেড আলি আদিৰ সংস্পৰ্শলৈ আহে। এওঁলোক সকলো যদিও সমাজত প্ৰতিষ্ঠিত তথাপি এওঁলোকৰ মনত শান্তি নাই; স্থিৰ বিশ্বাস নাই, জীৱনত কোনো লক্ষ্য নাই। ডাঃ ভট্টাচার্য্য বিমলাৰ প্ৰতি আকৃষ্ট হয়, কিন্তু বিমলাৰ পৰা কোনো সঁহাৰি নাপাই আমেৰিকালৈ যোৱাৰ ঠিক কৰে। মিঃ কুলকার্ণিয়ে বিমলাৰ মাজত মৃত পত্নীৰ ছাঁয়া বিচাৰে। বিমলাই নিজেই ক'ব নোৱাৰে তাই কি বিচাৰে। তাই জীৱনৰ সঙ্গী নিৰ্বাচন কৰিবলৈ অপাৰগ হয়। ঔপন্যাসিকে এই জীৱনৰ অন্তঃসাৰশূন্যতাৰ বিপৰীতে বিমলাৰ বায়েক কমলাৰ বিলাসবিহীন, স্থিৰ, সুসমাহিত জীৱন দাঙি ধৰিছে।

আব্দুল মালিকৰ "অঘৰী আত্মাৰ কাহিনী"তো (১৯৬৯)আধুনিক জীৱনৰ অস্থিৰতা আৰু উদ্দেশ্যহীনতা প্ৰকাশ পাইছে। উপন্যাসৰ অটাইকেইটা প্ৰধান চৰিত্ৰই বিশ্বাসৰ স্থিৰ অৱলম্বন হেৰুৱাই পেলাইছে। নিৰঞ্জন আৰু অপৰাজিতা যদিও বিবাহিত দম্পতী, তেওঁলোকৰ মাজত দৈহিক আৰু মানসিক সম্বন্ধ ক্ৰমে ক্ষীণ হৈ গৈছে। তেওঁলোকে এই ভুৱা জীৱনৰ অৱসান ঘটাই এটা অৰ্থপূৰ্ণ জীৱন-যাপন কৰিবলৈ সক্ষম নহয়। তাৰ পৰিবৰ্তে তেওঁলোকে অৰ্থহীন ৰাজনীতিত নিজকে ব্যস্ত ৰাখিবলৈ যত্ন কৰে। উপন্যাসৰ আন এটা প্ৰধান চৰিত্ৰ শশাংকৰ জীৱনতো কোনো স্থিৰতা নাই। তেওঁ নিৰঞ্জন আৰু অপৰাজিতাক তেওঁলোকৰ জীৱনৰ অৰ্থহীনতা উদঙাই দেখুৱায়।

ইউৰোপ আৰু আমেৰিকাৰ পশ্চিমীয়া সমাজত পৰম্পৰাগত মূল্যবোধত বিশ্বাস হেৰুৱাৰ প্ৰতিক্ৰিয়া স্বৰূপে অস্তিত্ববাদী চিন্তা গা কৰি উঠিছে। এই অস্তিত্ববাদী চিন্তা ঘাইকৈ ইউৰোপীয় দাৰ্শনিকসকলৰ চিন্তাৰ ওপৰত প্ৰতিষ্ঠিত। ইউৰোপীয় দাৰ্শনিকসকলৰ ভিতৰত চৰেণ্ কিৰ্‌কেগাৰ্ড, ফ্ৰিডাৰিক নিটশ্যে, মাৰ্টিন হেইডেগাৰ আৰু জাঁ পল সাৰ্ত্ৰৰ নাম বিশেষ উল্লেখযোগ্য। অস্তিত্ববাদী চিন্তা অৱশ্যে মাৰ্কিন দাৰ্শনিক আৰু মনস্তত্ববিদ পল্ টিলিচ্, এৰিক ফ্ৰম্, এব্ৰাহাম্ মাচ্‌লো, গৰ্ডন্ অলপৰ্ট আৰু কাৰ্ল ৰজাৰ্চৰ চিন্তাৰ দ্বাৰাও প্ৰভাৱান্বিত হৈছে। অস্তিত্ববাদী দৃষ্টিকোণৰ পৰা চাবলৈ গ'লে মানৱ জীৱনৰ প্ৰধান অভিপ্ৰেত উদ্দেশ্য হৈছে জীৱনৰ প্ৰকৃত পথ বাচি লোৱা, নিজৰ সুপ্ত প্ৰতিভা বিকাশ কৰা আৰু মানুহ হিচাপে জীৱনত পূৰ্ণতা লাভ কৰা। কিন্তু বৰ্তমান যুগত পৰম্পৰাগত বিশ্বাস আৰু মূল্যবোধ ভাল জীৱনৰ পথপ্ৰদৰ্শক হ'ব নোৱাৰে। ফলত আধুনিক মানুহ আত্মিক, মানসিক আৰু আৱেগিক জীৱনত

বিভ্ৰান্তিৰ সন্মুখীন হৈছে।

এই বিভ্ৰান্তিকৰ অৱস্থাৰ অৱসান ঘটাব পাৰি দুই প্ৰকাৰে — এটা হৈছে অৱস্থাৰ লগত আপোচ কৰি সোঁতৰ লগত মিলি গৈ; আনটো হৈছে স্বকীয় অস্তিত্বৰ বিষয়ে সচেতন হৈ নিজৰ অভিপ্ৰেত জীৱন নিজে বাচি লৈ। অস্তিত্ববাদী সকলে ভাবে যে পথ নিৰ্বাচনৰ সম্পূৰ্ণ দায়িত্ব নিজৰ ওপৰতে ন্যস্ত থাকে।

অস্তিত্ববাদী দাৰ্শনিকসকলে আধুনিক মানুহ সামাজিক জীৱনত যি সংকটৰ সন্মুখীন হৈছে, এক বিজতৰীয়া সংস্কৃতিৰ প্ৰভাৱত মানুহে যেনেধৰণে ব্যক্তিত্ব হেৰুৱাই পেলাইছে আৰু মানৱীয় অস্তিত্বই যেনেধৰণে অৰ্থ হেৰুৱাই পেলাইছে — এই সকলো বিষয়ে গভীৰভাৱে চিন্তা কৰিছে। তেওঁলোকে আধুনিক মানুহক ভগৱানৰ পৰা, নিজৰ পৰা আৰু লগৰ আন মানুহৰ পৰা বিচ্ছিন্ন হৈ পৰা দেখিছে। ব্যক্তি পৰম সংকটৰ সন্মুখীন হৈছে — এফালে গতানুগতিক জীৱনৰ আৰাম আৰু নিৰাপত্তা আৰু আনফালে পৰিপূৰ্ণ, অৰ্থপূৰ্ণ জীৱনৰ কষ্টকৰ অনিশ্চয়তা।

যোৱা কেইদশকমানৰ ভিতৰত অসমীয়া সমাজলৈ যে বহুতো পৰিৱৰ্তন আহিছে আৰু প্ৰাচীন প্ৰমূল্যত যে মানুহে বহু পৰিমাণে আস্থা হেৰুৱাই পেলাইছে সেই কথা সঁচা। কিন্তু এই পৰিৱৰ্তন গাঁৱৰ খেতিয়ক সমাজতকৈ নগৰৰ শিক্ষিত মধ্যবিত্ত সমাজত বেছি পৰিলক্ষিত হয়। ইউৰোপ, আমেৰিকাৰ পশ্চিমীয়া সমাজত জীৱনলৈ অহা ক্ৰমবৰ্দ্ধমান জটিলতা আৰু বিপৰ্যস্ত মূল্যবোধে ব্যক্তিৰ মনলৈ আনিছে অস্তিত্ববাদী অন্তৰ্দ্বন্দ। কিন্তু অসমত এতিয়ালৈকে অস্তিত্ববাদী অন্তৰ্দ্বন্দ সৃষ্টি কৰিব পৰা জটিল সামাজিক পৰিৱেশৰ সৃষ্টি হৈছে জানো? আমি আজিও জানো বহুতো ক্ষেত্ৰত পিতৃ পিতামহৰ প্ৰদৰ্শিত পথেৰেই নচলো? তথাপিও এটা কথা নুই কৰিব নোৱাৰি যে আজি সমগ্ৰ বিশ্বজুৰি যি দ্ৰুত পৰিৱৰ্তন আহিছে সেই পৰিৱৰ্তনৰ পৰা অসম আৰু অসমীয়া সমাজো সাৰি যাব পৰা নাই। বিজ্ঞানৰ অগ্ৰগতিয়ে শিক্ষিত মানুহৰ মনত সময় আৰু দূৰত্বৰ ধাৰণা সম্পূৰ্ণ বদলি কৰি দিছে। সমগ্ৰ বিশ্ব ব্ৰহ্মাণ্ডৰ তুলনাত আজি পৃথিৱী নামৰ গ্ৰহটো আৰু আনকি সৌৰজগতো ক্ষুদ্ৰাতিক্ষুদ্ৰ পৰমাণুতকৈ আন একো নহয়। তেনেস্থলত আজি মানুহে বিশ্বব্ৰহ্মাণ্ডত নিজৰ অস্তিত্ব সম্পৰ্কে চিন্তা কৰিবলৈ বাধ্য হৈছে।

স্বাধীনোত্তৰ কালছোৱাত অসমীয়া ঔপন্যাসিকসকলে বিভিন্ন বিষয়বস্তুক লৈ

উপন্যাস লেখিছে। তেওঁলোকে ফৰাচী ঔপন্যাসিক সাৰ্ত্ৰৰ অস্তিত্ববাদী ৰচনাৰীতিৰ প্ৰতি আকৃষ্ট হৈছে। পশ্চিমৰ শিল্পপ্ৰধান সমাজলৈ যি প্ৰচণ্ড গতি আহিছে সেই গতিয়ে সাৰ্ত্ৰক উপন্যাসত অস্তিত্ববাদী ধাৰা প্ৰবৰ্তন কৰাৰ সুবিধা দিছে। কিন্তু অসমীয়া সমাজ আজি তেনেধৰণে শিল্প প্ৰধান হোৱা নাই। গতিকে অসমীয়া ঔপন্যাসিকৰ অস্তিত্ববাদী ৰচনাৰীতিৰ ওপৰত পৰীক্ষা চলোৱা সুবিধাও তেনেই সীমিত। কিন্তু সেই বুলি অসমীয়া দুই-এখন উপন্যাসৰ দুই এক চৰিত্ৰৰ মনত ফুটি উঠা অস্তিত্ববাদী অন্তৰ্দ্বন্দ্ব সম্পূৰ্ণৰূপে পশ্চিমীয়া সাহিত্যৰ পৰা ধাৰ কৰা বুলি ক'ব নোৱাৰি। এই অন্তৰ্দ্বন্দ্ব স্বাধীনোত্তৰ অসমীয়া সমাজৰ গতি-প্ৰকৃতিৰ পৰাই উদ্ভুত।

অসমীয়া তথা ভাৰতীয় সমাজত আজি জীৱনৰ সকলো স্তৰতে যেনেকৈ দুৰ্নীতিয়ে গা কৰি উঠিছে সি ব্যক্তিক বিভ্ৰান্ত কৰি তুলিছে। এনে সমাজত এজন সৎ ব্যক্তিৰ জীৱনটো স্বকীয় বৈশিষ্ট্য আৰু অস্তিত্বৰে অৰ্থপূৰ্ণ কৰি গঢ়ি তোলাৰ যি কামনা সেই কামনা সিদ্ধি হ'ব নোৱাৰে। পোলেন বৰকটকীৰ 'এজন দধীচিৰ অন্বেষণত' (১৯৭৩) উপন্যাসৰ প্ৰধান চৰিত্ৰ দিলীপ এজন ডেকা ইঞ্জিনিয়াৰ। তেওঁ বিলাতত উচ্চ দৰ্মহা আৰু সা-সুবিধাৰ চাকৰি কৰি থকা সত্ত্বেও দেশৰ হকে কাম কৰাৰ আদৰ্শ লৈ স্বদেশলৈ উভটি আহে। গড়কাপ্তানী বিভাগত সহকাৰী ইঞ্জিনিয়াৰ হিচাপে চাকৰিত সোমাই তেওঁ হতাশাগ্ৰস্ত হৈ পৰে। দুৰ্নীতিপৰায়ণ সমাজখনত তেওঁ সম্পূৰ্ণ খাপচাৰা হৈ পৰি সাৰ্ত্ৰৰ ভাষাতে চিঞৰি উঠে, "মই এনে কোনো ঠাইলৈ যাব বিচাৰো য'ত মই মোৰ নিজত্ব লৈ থাকিব পাৰো, য'ত মই খাপ খাব পাৰো। কিন্তু মোৰ স্থান ক'তো নাই। মই অবাঞ্ছিত।" তেওঁ পথ নিৰ্বাচনত সংকটৰ সন্মুখীন হৈছে। বিলাতলৈ ঘূৰিগৈ নিশ্চিত আৰামৰ জীৱন কটোৱা আৰু তাৰ বিপৰীতে নিজ দেশত অৰ্থপূৰ্ণ কিন্তু অনিশ্চিত বিপদৰ জীৱন বাচি লোৱা—দিলীপৰ মনলৈ এনে অস্তিত্ববাদী অন্তৰ্দ্বন্দ্ব আহিছে।

হোমেন বৰগোহাঞিৰ 'তিমিৰ তীৰ্থৰ' প্ৰধান চৰিত্ৰ প্ৰহ্লাদৰ কাৰণে নিজৰ স্বাধীনতাতকৈ ডাঙৰ বস্তু আন একো নাই। প্ৰহ্লাদ এজন ধনী খেতিয়কৰ দ্বিতীয় পুত্ৰ। তেওঁৰ ককায়েক প্ৰদ্যুতে পুলিচ চুপাৰিনটেণ্ডেণ্টৰ চাকৰি কৰি এটা বিলাসী জীৱন যাপন কৰে। কিন্তু প্ৰহ্লাদে কলেজীয়া জীৱনতে মাৰ্ক্সীয় দৰ্শনৰ দ্বাৰা আকৃষ্ট হৈ এটা সাধাৰণ অনাড়ম্বৰ জীৱন যাপন কৰে। বাপেকৰ মৃত্যুৰ পাছত তেওঁ উত্তৰাধিকাৰী

স্বৰূপে পোৱা মাটি-সম্পত্তি মাটিহীন কৃষকৰ মাজত বিলাই দিয়ে। প্ৰহ্লাদ কম দৰ্মহাৰ বাতৰি কাকতৰ সাংবাদিক হয়। পত্নী, ল'ৰা-ছোৱালীক তেওঁ ভাল কাপোৰ-কানি, ভাল খোৱা বস্তু দিবলৈ অপাৰগ হয়। তেওঁৰ নিজাকৈ এটা ধুনীয়া ঘৰ সজাৰ সপোন কেৱল সপোন হৈয়ে ৰয়। তেওঁ নিৰ্ভীকভাৱে সাংবাদিকতা কৰে, চৰকাৰৰ দুৰ্নীতি উদঙাই দিয়ে। মুখ্যমন্ত্ৰীয়ে জগন্নাথ চৌধুৰী নামৰ এজন দুৰ্নীতিপৰায়ণ এম এল এক পঠিয়াই শকত দৰ্মহাৰ চাকৰিৰ প্ৰস্তাৱেৰে প্ৰহ্লাদক প্ৰলোভিত কৰাৰ চেষ্টা কৰে। প্ৰথমে প্ৰহ্লাদৰ মনত এক তুমুল সংঘাত হয়। মুখ্যমন্ত্ৰীৰ প্ৰস্তাৱ গ্ৰহণ কৰিবনে নকৰে--এইটো তেওঁৰ সন্মুখত এটা ডাঙৰ প্ৰশ্ন। প্ৰহ্লাদে জানে যে তেওঁৰ সমস্যা আন কোনেও সমাধান কৰিব'নোৱাৰে। তেওঁ নিজৰ পথ নিজে বাচি ল'ব লাগিব। এই ক্ষেত্ৰত সম্পূৰ্ণ দায়িত্ব তেওঁৰ নিজৰ।

আব্দুল মালিকৰ ১৯৭৫ ত 'আমাৰ প্ৰতিনিধিত' প্ৰকাশিত 'একা বেঁকা বৃত্ত'ত প্ৰধান চৰিত্ৰ আজাদে স্বকীয় বৈশিষ্ট্য বিচাৰিছে। তেওঁ ভীৰৰ মাজত হেৰাই যাব নোখোজে। "মই মই হ'ব বিচাৰো"। আজাদে ভাবে যে তেওঁৰ সুকীয়া সমস্যাই তেওঁক সুকীয়া বৈশিষ্ট্য দিছে।

পদ্ম বৰকটকীৰ 'পুতলাৰ নমস্কাৰ' (১৯৬৮) উপন্যাসত আমি বৰ্তমান সমাজত এজন বুদ্ধিজীৱীৰ নিঃসহায় অৱস্থা, তেওঁৰ বিদ্যা-বুদ্ধিৰ বেশ্যাগিৰি আৰু দুৰ্নীতিৰ লগত আপোচ দেখিবলৈ পাওঁ। উপন্যাসৰ প্ৰধান চৰিত্ৰ মৃণাল ভট্ট এখন প্ৰতিষ্ঠিত দৈনিক বাতৰি কাকতৰ বিখ্যাত সম্পাদক। ১৯৬৬ ত অসমত খাদ্যবস্তুৰ নাটনিয়ে দেখা দিছিল। এই নাটনি আছিল কৃত্ৰিম। ব্যৱসায়ীবিলাকে খাদ্যবস্তু গুদামত চোৰাংভাৱে মজুত ৰাখিছিল। অভুক্ত জনসাধাৰণ ৰাস্তালৈ ওলাই আহিছিল। চৰকাৰৰ ব্যৰ্থতাক গৰিহণা দিছিল। কোনো কোনো ঠাইত চোৰাং বেপাৰীক ৰাইজে মাৰধৰ কৰিছিল। চৰকাৰৰ পুলিচে অভুক্ত জনসাধাৰণৰ ওপৰত গুলী চলাইছিল। অসমৰ সমগ্ৰ ছাত্ৰ সমাজ আন্দোলনত নামি পৰিছিল। বাঁওপন্থী ৰাজনৈতিক দলবিলাকে ছাত্ৰসকলক সমৰ্থন দিছিল। মৃণাল ভট্টই কাগজত প্ৰকাশৰ কাৰণে এটা সম্পাদকীয় প্ৰস্তুত কৰে য'ত তেওঁ ছাত্ৰসকলক চৰকাৰৰ ওচৰত সেও নামানি আন্দোলন চলাই যাবলৈ আহ্বান জনায়। কিন্তু তেওঁ কাকতৰ মালিক প্ৰিয় তালুকদাৰৰ দ্বাৰা এনে সম্পাদকীয় প্ৰস্তুত কৰাৰ কাৰণে অপমানিত হয়। তেওঁ প্ৰথমে চাকৰি এৰি দিয়াৰ কথা ভাবে। কিন্তু

ইতিমধ্যে প্ৰতিষ্ঠিত বাতৰি কাকতৰ সম্পাদক হিচাপে উপভোগ কৰি থকা সা-সুবিধাবিলাকৰ কথা ভাবি তেওঁ কোঁচ খাই যায়। তেওঁ আগৰ সম্পাদকীয়ৰ পৰিবৰ্তে আন এটা সম্পাদকীয় লিখে য'ত তেওঁ সমাজৰ ধ্বংসকামী শক্তিবিলাকক গৰিহণা দিয়ে। প্ৰথমটো সম্পাদকীয়ত তেওঁ যিসকল লিখকৰ উদ্ধৃতি দিছিল এতিয়া সম্পূৰ্ণ বেলেগ প্ৰসঙ্গ আৰু বিপৰীত উদ্দেশ্যত একেখিনি উদ্ধৃতিকে টানি আনিলে।

হোমেন বৰগোহাঞিৰ 'কুশীলৱ'ত এজন বিখ্যাত সাংবাদিক সুন্দৰৰাজনে ডেকা সাংবাদিক ৰত্ন মজুমদাৰক কয় যে তেওঁলোকৰ দৰে বুদ্ধিজীৱীবিলাক আচলতে এক অভিজাত সমাজৰ হেৰেম ৰখীয়া নপুংসক খোজাৰ দল।

বুদ্ধিজীৱীৰ আত্মকেন্দ্ৰিকতা, বিচ্ছিন্নতা আৰু মানসিক দ্বন্দ্বৰ কাৰণে আমাৰ শিক্ষা ব্যৱস্থাও দায়ী। এই শিক্ষা ব্যৱস্থাই ছাত্ৰক জীৱনৰ এটা সামগ্ৰিক দৃষ্টিভঙ্গী দিবলৈ অপাৰগ হৈছে। শিক্ষা কেৱল তথ্যমুখী হৈছে আৰু সেই কাৰণে গভীৰ চিন্তা-চৰ্চা নাইকিয়া হৈছে। ৰাধাকৃষ্ণণ আয়োগৰ প্ৰতিবেদনত কোৱা হৈছে যে শিক্ষাই জীৱনৰ এটা সমন্বিত চিত্ৰ দাঙি ধৰিব পাৰিব লাগিব। শিক্ষাই এটা সুদূৰপ্ৰসাৰী দৃষ্টি দিয়াৰ লগতে বিভিন্ন জ্ঞানৰ এটা সমন্বয় ঘটাব লাগিব। মানুহে কিছুমান অসংলগ্নিত তথ্য লৈ জীয়াই থাকিব নোৱাৰে। (ৰাধাকৃষ্ণণ আয়োগৰ প্ৰতিবেদন, পৃঃ ৩৪)। তথ্যমুখী শিক্ষাই বিষয় এটাত একাণপতীয়াকৈ লাগি থাকিব পৰা কৰি তুলিব নোৱাৰে। ফলত দায়িত্ববোধ আৰু মূল্যবোধৰ প্ৰতি সন্মান ছাত্ৰৰ মাজত গঢ় লৈ নুঠে। মানৱীয় মূল্যবোধ গঢ় লৈ উঠিবৰ কাৰণে প্ৰতিজন ছাত্ৰই উপলব্ধি কৰিব লাগিব যে তেওঁ সমাজৰ মাজৰে এজন আৰু সমাজৰ প্ৰতি ডাঙৰ দায়িত্ব আছে। মানৱ চৰিত্ৰৰ সামগ্ৰিক বিকাশ সাধন কৰিব খোজা এটা শিক্ষাব্যৱস্থাইহে এনেকুৱা সামাজিক দায়বদ্ধতা ছাত্ৰৰ মাজত সুমুৱাই দিব পাৰে। মানৱ চৰিত্ৰই ব্যক্তিত্বৰ সকলো দিশ সামৰি লয়—ব্যক্তিৰ নিজস্ব ধ্যান-ধাৰণা, ব্যক্তিৰ ৰাজনৈতিক শিক্ষা আৰু আৰ্জিত জ্ঞান। ব্যক্তিত্বৰ এনেকুৱা পূৰ্ণাঙ্গ ৰূপেই শিক্ষাৰ উদ্দেশ্য হোৱা উচিত। ('সোভিয়েট শিক্ষাৰ সমস্যা' গ্ৰন্থত এ এচ মেকেৰেন্‌কই কৰা মন্তব্য ৰঞ্জিত নাৰায়ণ ডেকাই 'আমাৰ শিক্ষা ব্যৱস্থা' প্ৰবন্ধত কৰা উদ্ধৃতিৰ পৰা ভাবাংশ ইয়াত দিয়া হৈছে। দ্ৰষ্টব্য '*নতুন পৃথিৱী*', প্ৰথম বছৰ, চতুৰ্থ সংখ্যা, আগষ্ট, ১৯৭২)।

একাংশ মানুহে বিশ্বাস কৰে যে পাব্লিক স্কুল আৰু কনভেণ্টত পঢ়া ল'ৰা-

ছোৱালী সামাজিকভাৱে বিচ্ছিন্ন হয় আৰু এনে ল'ৰা-ছোৱালীৰ বেছিভাগেই সমাজলৈ একো অৰিহণা যোগাব নোৱাৰে। তদুপৰি এনে ধাৰণাও কৰা হয় যে বিদেশী ভাষাৰ যোগেদি কৰা শিক্ষাই তেওঁলোকৰ মন বিকশিত হৈ উঠাত বাধা দিয়ে। বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'বাল্নবী'ত এই ধাৰণাৰ আনুষঙ্গিক উল্লেখ আছে। শ্ৰীমতী কাকতী আৰু শ্ৰীমতী দত্তই পলাশৰ ভৱিষ্যতৰ কথা আলোচনা কৰিছে। পলাশ শ্ৰীমতী দত্তৰ জীয়েক অলিৰ ল'ৰা। সি এখন কনভেণ্টত পঢ়ে। দীঘলীয়া শীতৰ বন্ধ কটাবৰ কাৰণে পলাশ ঘৰলৈ আহিছে। পলাশে মাক-দেউতাকৰ লগত কথা পাতোতে সঘনে ইংৰাজী শব্দ আৰু বাক্য ব্যৱহাৰ কৰালৈ লক্ষ্য কৰি শ্ৰীমতী কাকতীয়ে মন্তব্য কৰে যে পলাশে নিজৰ দেশখনকে চিনি পাবলৈ অপাৰগ হ'ব। শ্ৰীমতী দত্তই দুখেৰে কয় যে পলাশক ভুল শিক্ষা দিয়া হৈছে আৰু সি কাকো সুখী কৰিব নোৱাৰিব। তেওঁ ভাবে যে মাতৃভাষা ভালকৈ নজনা এজন ব্যক্তিৰ পৰা ভাল আৰু মহৎ কাম আশা কৰিব নোৱাৰি। শ্ৰীমতী দত্তৰ মতে মাতৃভাষাৰ যোগেদি আহৰণ কৰা শিক্ষাইহে কোনো এজন মানুহক নিজৰ দেশৰ সাহিত্য-সংস্কৃতি, চিন্তা-দৰ্শন বুজি পাবলৈ সক্ষম কৰি তোলে। ৰাধাকৃষ্ণণ আয়োগৰ প্ৰতিবেদনতো এই কথা প্ৰকাশ পাইছে। প্ৰতিবেদনত মন্তব্য কৰা হৈছে যে বিদেশী ভাষাৰ যোগেদি কৰা শিক্ষাই জ্ঞান আৰু বাস্তৱ অনুভূতি দিয়াৰ পৰিবৰ্তে মুখস্থ কৰা, আৰু শব্দ আয়ত্ব কৰাতহে গুৰুত্ব দিয়ে। এনে শিক্ষাই চিন্তা শক্তিৰ বিকাশ নঘটায়। (ৰাধাকৃষ্ণণ আয়োগৰ প্ৰতিবেদন, পৃঃ ৩১৭)। শ্ৰীমতী কাকতীয়ে কয় যে কনভেণ্টত শিক্ষিত ব্যক্তিয়ে প্ৰভাৱশালী আৰু দায়িত্বপূৰ্ণ চাকৰি পাবলৈ সক্ষম হ'ব। ইয়াৰ উত্তৰত শ্ৰীমতী দত্তই কয় যে কনভেণ্টত শিক্ষিত ব্যক্তিয়ে জীৱনৰ কাম্য বস্তু আধ্যাত্মিকতাৰ বিমল আনন্দৰ পৰা বঞ্চিত হ'ব। কোঠাৰি আয়োগৰ প্ৰতিবেদনতো এনে ধাৰণা প্ৰকাশ পাইছে। কনভেণ্ট আৰু আন পাব্লিক স্কুলত পঢ়া ল'ৰা-ছোৱালীৰ ক্ষেত্ৰত কোৱা হৈছে যে এনে শিক্ষাই ধনী আৰু সুবিধাভোগী পিতৃ-মাতৃক নিজৰ সামাজিক প্ৰতিপত্তি বাহাল ৰখাৰ সুবিধা দিয়ে। কিন্তু আমি উপলব্ধি কৰা উচিত যে এনে ল'ৰা-ছোৱালীৰ প্ৰকৃত মঙ্গল সৰ্বসাধাৰণৰ লগত নিজকে মিলাই দিব পৰাতহে নিৰ্ভৰ কৰে। ল'ৰা-ছোৱালীক সৰ্বসাধাৰণৰ পৰা আঁতৰাই ৰাখি পিতৃ-মাতৃয়ে সিহঁতক দৰিদ্ৰ পৰিয়ালৰ ল'ৰা-ছোৱালীয়ে আহৰণ কৰা অভিজ্ঞতাৰ পৰা বঞ্চিত কৰে আৰু বাস্তৱ জীৱনৰ সংস্পৰ্শলৈ অহাত বাধা দিয়ে। (কোঠাৰি আয়োগৰ প্ৰতিবেদন,

পৃঃ ১০)।

বৰ্তমানৰ শিক্ষাব্যৱস্থাই এটা অসুস্থ, নিৰ্মম প্ৰতিযোগিতাৰ ভাব জগাই তুলিছে। এনে প্ৰতিযোগিতাই সমাজত কিছুমান ভ্ৰান্ত মূল্যবোধৰ সৃষ্টি কৰিছে আৰু মানুহক অসুখী কৰি তুলিছে। নিৰোদ চৌধুৰীৰ 'নকল বাঘ'ত (১৯৭৩) আমি এই সমস্যাৰ চিত্ৰ দেখিবলৈ পাওঁ। উপন্যাসৰ নায়ক অভিজিতে স্নাতকোত্তৰ শিক্ষা সম্পূৰ্ণ নকৰাকৈ ঘৰলৈ ঘূৰি আহে। সি এখন স্কুলত যোগ দিয়ে আৰু এটা অনাড়ম্বৰ সুখী জীৱন-যাপন কৰে। কিন্তু ঘৰৰ আৰু বাহিৰৰ সকলো লোকেই তাক পুতৌৰ দৃষ্টিৰে চাবলৈ লয়। সকলোৱে তাৰ জীৱন ধ্বংস হোৱা বুলি ভাবিবলৈ লয়। জীৱনত তাৰ পৰাজয় হৈছে বুলি দেখ দেখকৈ কয়। তাৰ নিজৰ পিতৃ-মাতৃয়েই তাক অৱহেলা কৰিবলৈ ধৰে। তেওঁলোকে তাৰ অক্ষমতাক ক্ষমা কৰিবলৈ টান পায়। তেওঁলোকে তাক জীৱনত প্ৰতিষ্ঠিত হোৱা চাবলৈ বিচাৰে। নিজৰ পিতৃ-মাতৃৰ এনে অৱহেলা সহ্য কৰিবলৈ টান পাই অভিজিতে জীৱনত সাফল্য লাভৰ সংকল্প লৈ ঘৰ এৰে। সি ব্যৱসায় কৰিবলৈ লয় আৰু না না অসৎ উপায় অৱলম্বন কৰি বৃহৎ পৰিমাণৰ ধন আৰ্জে। কিন্তু এনেদৰে ধন আৰু সাফল্যৰ পিছত দৌৰোতে সি মানৱীয় গুণ হেৰুৱাই পেলায়। ব্যৱসায়ী জগতত প্ৰভাৱ থকা কাৰণেই সি এজনী অসৎ চৰিত্ৰৰ প্ৰেমাৰাচ ছোৱালী বিয়া কৰায়। কিন্তু বহু বছৰৰ পাছত স্কুলত চাকৰি কৰা দিনত ভাল পোৱা ছোৱালীজনীৰ মুখা-মুখি হৈ সি তাৰ ধন-দৌলতৰ আৰু সাফল্যৰ পিছত দৌৰা জীৱনৰ অসাৰতা উপলব্ধি কৰে। সি স্কুলত চাকৰি কৰা দিনত ভালপোৱা ছোৱালীজনীয়ে নানা আপদ-আহুকালৰ মাজতো নীতিত অবিচল হৈ আছে। সি উপলব্ধি কৰে যে সাফল্যৰ পিছত দৌৰোতে সি সুখ-শান্তি হেৰুৱাৰ লগতে নিজকেও হেৰুৱাই পেলাইছে। বাৰট্ৰাণ্ড ৰাছেলে এখন প্ৰতিযোগিতামুখী সমাজত সন্মান, ক্ষমতা লাভৰ সামাজিক সাফল্যৰ পিছত দৌৰা কথাটো প্ৰকৃত সুখৰ পথত প্ৰধান অন্তৰায় বুলি কৈছে। (বাৰট্ৰাণ্ড ৰাচেল, 'দ্য ৰ'ড টু হেপিনেছ', *পৰট্ৰেইটছ ফ্ৰম মেমৰি*, পৃঃ ২১৮)। মনোবিজ্ঞানী এৰিক ফ্ৰমেও কৈছে যে আধুনিক মানুহে নিজৰ ভালৰ কাৰণে কাম কৰা বুলি ভাবোতে তেওঁৰ মন প্ৰকৃততে নিবিষ্ট থাকে ধন-সম্পত্তি আৰু সাফল্যত। তেওঁ নিজকে ফাঁকি দিয়ে, নিজকে ঠগে আৰু তেওঁৰ প্ৰতিভা অবিকশিত হৈ বয়। তেওঁ নিজৰ ভালৰ কাৰণে কৰা বুলি ভৰা কামবিলাক কৰোতে আচলতে তেওঁ নিজকে হেৰুৱাই পেলায়। (এৰিক ফ্ৰম,

'চেলফিচনেচ চেল্‌ফ লভ এণ্ড চেল্‌ফ ইণ্টাৰেষ্ট', *এচে'জ ইন্ ফিলচফি*, হাউচটন পিটাৰচন সম্পাদিত, ১৯৫৯, পৃঃ ৪১৬-৪১৭)।

কোনো কোনো উপন্যাসত আমি বিধ্বংসী সামাজিক পৰিৱৰ্তন আৰু উদ্দেশ্যহীন আধুনিক জীৱনৰ তুলুণা সামাজিক মূল্যবোধৰ দ্বাৰা সংক্ৰমিত নোহোৱা সংহত চৰিত্ৰ লগ পাওঁ। তেওঁলোকে আৱেগ অথবা চলিত ৰীতি-নীতি আৰু বাহিৰৰ কৰ্তৃত্বৰ দ্বাৰা পৰিচালিত নহৈ বিবেকৰ দ্বাৰা পৰিচালিত হয়। কিন্তু এনেও নহয় যে তেওঁলোকে আৱেগ আৰু সমাজত প্ৰচলিত পুৰণা ৰীতি-নীতি, সমাজত সৰ্বজন স্বীকৃত ধৰ্মগ্ৰন্থ আৰু ধৰ্মগুৰুৰ নিৰ্দেশ অৱজ্ঞা কৰে। তেওঁলোকে এই সকলোবিলাককে সন্মান কৰে। কিন্তু তেওঁলোকে স্বাধীন যুক্তিৰে এই সকলোবিলাক বিচাৰ কৰি চোৱাৰ, পৰীক্ষা কৰি চোৱাৰ আৱশ্যক বুলি ভাবে।

যোগেশ দাসৰ 'ডাৱৰ আৰু নাই'ত যেতিয়া বেছিভাগ মানুহেই সহজলভ্য টকা আৰু বিলাসী জীৱনৰ পিছত দৌৰিছে তেতিয়া ৰাখৰে নিজৰ আদৰ্শত অবিচলিত হৈ ৰৈছে। বিষয়ী চিন্তাৰে চালে ৰাখৰ তথাকথিত সফল মানুহ নহয়; কিন্তু সি চিন্তাত সম্পূৰ্ণ আধুনিক মনৰ। যুদ্ধৰ অশুভ ফলৰ দ্বাৰা আক্ৰান্ত সমাজৰ ৰাখৰে যি বিশ্লেষণ কৰিছে সেই বিশ্লেষণ বৈজ্ঞানিক বিশ্লেষণ আৰু যুক্তিসম্মত।

কনকসেন ডেকাৰ 'সূৰ্য পূৱত নুঠে'ত সত্যজিৎ আৰু বিজয়াই বহুতো প্ৰলোভন প্ৰতিৰোধ কৰি এটা আদৰ্শ জীৱন যাপন কৰিব পাৰিছে তেওঁলোকৰ নৈতিক বলৰ কাৰণে। যেতিয়া সমাজৰ বেছিভাগ মানুহেই এটা বিলাস-বৈভৱৰ তুলুণা জীৱনৰ পিছত দৌৰিছে তেতিয়া সত্যজিতে এটা হিচাপী, পৰিমিত, অনাড়ম্বৰ জীৱন যাপন কৰিছে। সি লোভনীয় চৰকাৰী চাকৰিৰ পৰিবৰ্তে সাংবাদিকৰ চাকৰিত নিষ্ঠাৰে নিজকে ব্ৰতী কৰিছে। সি আশা কৰে যে সামাজিক স্বীকৃতি কেৱল গুণৰ কাৰণে পাব লাগে; ধন-সম্পত্তি, প্ৰতিপত্তিৰ কাৰণে পাব নালাগে। সত্যজিতৰ সৎ, অনাড়ম্বৰ জীৱন তাৰ মাকে সমৰ্থন কৰে। তেওঁ কয় যে সমাজৰ সস্তীয়া প্ৰশংসা পোৱা এটা কথা আৰু প্ৰকৃততে ভাল আৰু সন্মানীয় হোৱা আন এটা কথা। তেওঁ আৰু কয় যে ঘোচ খাই আৰু কানি বেপাৰ কৰি ধনী হৈও মানুহে প্ৰশংসা পাব পাৰে।

বিজয়াকো ঔপন্যাসিকে আদৰ্শ নাৰী হিচাপে চিত্ৰিত কৰিছে। তাই শিক্ষিত, বুদ্ধিমতী, আৰু সৎ মনৰ। তাই আৱেগ নিয়ন্ত্ৰণত ৰাখিব পাৰে। তাই হৰেনৰ চৰিত্ৰ

অধ্যয়ন কৰিব পাৰিছে। তাই জানে যে সি যদিও মেধাসম্পন্ন, প্ৰকৃততে সি বিবেকহীন, অসৎ এটা সুবিধাবাদী যুৱক, তাৰ জীৱনত মাথো এটাই উদ্দেশ্য আৰু সেইটো হৈছে বৈষয়িক সম্পদ আহৰণ কৰা। তাই অতি ভদ্ৰ আৰু নমনীয়ভাৱে হৰেনৰ বিবাহ-প্ৰস্তাৱ প্ৰত্যাখান কৰে। তাইৰ চিন্তা আৰু ব্যৱহাৰত প্ৰকাশ পোৱা পৰিণত বিচাৰ-বুদ্ধিয়ে আমাক মুগ্ধ কৰে।

বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'ৰঙা মেঘ'ত এম এল এ মিষ্টাৰ চৌধুৰীৰ জীৱন আৰু জীৱনৰ সমস্যাৰ প্ৰতি দৃষ্টিভঙ্গী আধুনিক আৰু বিজ্ঞানসম্মত। সমাজে ভাল-বেয়া বোলা কথাই তেওঁক টলাব নোৱাৰে। ৰতন আৰু ৰুমিৰ বিয়াৰ ক্ষেত্ৰত তেওঁৰ মত অতি যুক্তিসঙ্গত। তেওঁ দুয়োৰে প্ৰেমত আন্তৰিকতাৰ বিষয়ে আশ্বস্ত হ'ব বিচাৰে। ৰুমি-ৰতনৰ মাজত প্ৰেম দুয়োৰে বুজা-পৰাৰ পৰা গঢ় লোৱা গভীৰ আকৰ্ষণ আৰু ভালপোৱানে, কেৱল শাৰীৰিক আকৰ্ষণ আৰু ৰোমাণ্টিক মোহ সেই কথা তেওঁ জনাৰ যত্ন কৰে।

এম এল এ চৌধুৰীক তেওঁৰ উদাৰতা আৰু নীতি-নিষ্ঠাৰ কাৰণে সকলো মানুহে সন্মান কৰে। বিষয়-বাসনা তেওঁ জীৱনৰ মূল বস্তু বুলি নাভাবে। তেওঁ উপলব্ধি কৰে যে বহুত দিন ক্ষমতাত থকা সত্ত্বেও তেওঁৰ দলে জনসাধাৰণক বিশেষ একো দিব পৰা নাই। তেওঁ ৰাজনীতিৰ পৰা অৱসৰ লোৱাৰ কথা ভাবে আৰু পিছৰ বাৰৰ সাধাৰণ নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা নকৰাৰ কথা চিন্তা কৰে। তেওঁ ভাবে যে কৈৱৰ্ত যুৱক আনন্দই তাৰ নিজৰ মানুহৰ ভাল ধৰণে প্ৰতিনিধিত্ব কৰিব পাৰিব। তাৰ সম্প্ৰদায়ৰ মানুহেও নিজৰ সম্প্ৰদায়ৰ এজন এম এল এ পাই আত্মসন্মান অনুভৱ কৰিব।

ঔপন্যাসিকসকলে সময়ৰ নাড়ীজ্ঞান কৰাত সমৰ্থ হৈছে। তেওঁলোকৰ বুদ্ধি আৰু কল্পনা শক্তিক বিদেশী সাহিত্যৰ অধ্যয়নে প্ৰসাৰতা দিছে। কিন্তু ইয়াৰ পৰা এই কথা নুবুজায় যে বিশ্বসাহিত্যৰ নতুন চিন্তাৰ লগত ফেৰ মাৰিবলৈ যাওঁতে তেওঁলোকে সমাজজীৱনৰ নিজস্ব অভিজ্ঞতা নোহোৱাকৈ উপন্যাস লেখিছে। অসমীয়া ঔপন্যাসিকসকলৰ উপন্যাসত প্ৰকাশ পোৱা সমস্যা আৰু চৰিত্ৰবিলাক অসমীয়া পঢ়ুৱৈৰ অচিনাকি নহয়। পঢ়ুৱৈসকল এই সমস্যা আৰু চৰিত্ৰবিলাকৰ লগত পৰিচিত।■

(অষ্টম অধ্যায়)

# ব্যক্তি আৰু সমাজিক মনস্তত্ত্ব

আধুনিক অসমীয়া উপন্যাসত মানুহৰ মনৰ মনস্তাত্ত্বিক বিশ্লেষণ দেখিবলৈ পাওঁ। ঔপন্যাসিকসকলে অৰ্থনৈতিক আৰু সামাজিক পৰিবেশে মানুহৰ মনত পেলোৱা প্ৰভাৱৰ বিশ্লেষণ কৰোতে মানুহৰ মনৰ অভ্যন্তৰলৈ সোমাই মনৰ ক্ৰিয়া-প্ৰতিক্ৰিয়া লক্ষ্য কৰিবলগীয়া হৈছে। অসমীয়া ঔপন্যাসিকসকল কিছু পৰিমাণে ফ্ৰয়ড, য়ুং আৰু এডলাৰৰ দ্বাৰা প্ৰভাৱান্বিত হৈছে। ফ্ৰয়ডৰ অৱচেতন মনৰ ধাৰণাই আৰু সকলো কামৰ অন্তৰালত থকা যৌনতাড়নাৰ ধাৰণাই অসমীয়া ঔপন্যাসিকসকলৰ বহুতকে আকৰ্ষিত কৰিছে। কিন্তু ফ্ৰয়ডক সম্পূৰ্ণ শুদ্ধ বুলি পাছৰ মনস্তত্ত্ববিদসকলে নাভাবে। তথাপিও ফ্ৰয়ডৰ প্ৰভাৱ সমগ্ৰ বিশ্বৰ সাহিত্যতে বিশেষকৈ উপন্যাসত অতি প্ৰবল। এজন ব্যক্তিৰ চৰিত্ৰ, চাল-চলন, ভাব-গতি, আচৰণ, ব্যৱহাৰৰ চালিকা শক্তি আধুনিক সামাজিক মনস্তত্ত্বৰ মতে তেওঁৰ চিন্তা বা নৈতিকতা নহয়, সামাজিক পৰিবেশ পৰিস্থিতিহে আচল চালিকা শক্তি।

দ্বিতীয় মহাসমৰে অনা সামাজিক পৰিবৰ্তনে সামাজিক মনস্তত্ত্বলৈকো ডাঙৰ পৰিবৰ্তন আনিছে। সামাজিক মনস্তত্ত্বৰ পৰিবৰ্তনে ব্যক্তিৰ মনস্তত্ত্বতো প্ৰভাৱ পেলাইছে। অসমীয়া সমাজলৈ অহা ডাঙৰ পৰিবৰ্তন হৈছে ভোগসৰ্বস্বতা আৰু মূল্যবোধৰ অৱক্ষয়। যিখন সমাজত সাফল্যত অধিক গুৰুত্ব দিয়া হয় আৰু কোনো এটা মহৎ কাম কৰিবলৈ লৈ সফল হ'ব নোৱাৰিলে সমাজৰ নিন্দা-ভৰ্ৎসনা পাবলগীয়া হয়, যি সমাজত সকলো কথা টকাৰে জোখা হয়, সেই সমাজত ব্যক্তিৰ কাম কৰাৰ কোনো সুস্থ অভিপ্ৰায় গঢ় ল'ব নোৱাৰে। ব্যক্তিৰ ইচ্ছা, প্ৰবৃত্তি, অভিপ্ৰায় সকলো বিকৃত হৈ পৰে আৰু ব্যক্তিয়ে মানসিক দ্বন্দ্ব আৰু জটিলতাত ভোগে। আমাৰ সমাজত দুৰ্নীতিৰ পয়োভৰৰ ইও এটা কাৰণ।

দায়িত্বহীন পিতৃ-মাতৃ আৰু শান্তি তথা মিলা-প্ৰীতিহীন ঘৰুৱা পৰিবেশে ল'ৰা-ছোৱালীক বিদ্ৰোহী আৰু আস্থাহীন কৰি তুলিছে। চাৰিওকালে দুৰ্নীতি দেখি যুৱক-যুৱতীয়ে সকলো কথাতে বিশ্বাস হেৰুৱাই পেলাইছে। জীৱনৰ প্ৰতি এটা নেতিবাচক ঘৃণাভাব গঢ় লৈছে।

মহিলাই ঘৰৰ বাহিৰলৈ কাম কৰিবলৈ যোৱা কাৰণে, শিক্ষাৰ কাৰণে, তেওঁলোকৰ অধুনালব্ধ স্বাধীনতাই আৰু তেওঁলোকৰ আধুনিক যৌনবিজ্ঞান আৰু স্ত্ৰী-পুৰুষৰ সম্বন্ধৰ জ্ঞানে তেওঁলোকৰ মনস্তত্বত গুৰুত্বপূৰ্ণ প্ৰভাৱ পেলাইছে।

লক্ষ্মীনন্দন বৰাৰ 'উত্তৰ পুৰুষ'ত আমি দেখিবলৈ পাওঁ যে নিকনুৱা যুৱক প্ৰতাপ কাকতীয়ে মানৱতাত বিশ্বাস হেৰুৱাই পেলাইছে। জীৱন, সমাজ সকলোৰে প্ৰতি এটা অবিশ্বাস, আস্থাহীনতাৰ ভাব তেওঁৰ মনত শিপাইছে। প্ৰতাপ কাকতীৰ জীৱনৰ প্ৰতি দৃষ্টিভঙ্গী সামাজিক অৱস্থাই গঢ় দিছে। ঘৰত সকলোৱে ধন, টকা-পইচাকহে গুৰুত্ব দিয়া তেওঁ দেখি আহিছে। পৰিয়ালৰ মানুহখিনিৰ মাজত সম্বন্ধ কৃত্ৰিম হৈ পৰিছে। স্বাভাৱিক মৰম-চেনেহৰ সম্বন্ধ নাইকিয়া হৈছে। গুৰুতৰ অসুখত তেওঁ হস্পিটেলত পৰি থাকোতেও কোনেও চাবলৈ নাহে। প্ৰতাপ কাকতীৰ অন্তৰত তেওঁৰ অসৎ, দুৰ্নীতিপৰায়ণ বাপেকৰ প্ৰতি এটা বিদ্ৰোহৰ ভাব আমি দেখিবলৈ পাওঁ। এই অৱদমিত বিদ্ৰোহৰ ভাব তেওঁৰ সামাজিক নীতি-পৰম্পৰা আৰু আইন ভঙ্গ কৰা কাৰ্যৰ যোগেদি প্ৰকাশ পায়।

আব্দুল মালিকৰ 'অগ্নিগৰ্ভা'ত (১৯৭১) এটা যুৱকৰ আন্দোলিত আমি জীৱনৰ প্ৰতি ঘৃণা প্ৰকাশ পোৱা দেখিবলৈ পাওঁ। তাৰ ভনীয়েক পৰি আৰু নীনা, তাৰ ককায়েক মহবুব আৰু তাৰ ভায়েক ইকবাল সকলোৱে নিজৰ জগতত বাস কৰে। কোনোৱেই পৰিয়ালৰ কাৰোৰে ভাব-অনুভূতি বুজিবলৈ বা জানিবলৈ ইচ্ছা নকৰে। পৰিয়ালৰ মানুহখিনিৰ মাজত সম্বন্ধৰ বান্ধোন সম্পূৰ্ণ শিথিল হৈ গৈছে। প্ৰত্যেকেই হোটেলত থকাৰ দৰে থাকে। এই উপন্যাসতো আমি কেন্দ্ৰীয় চৰিত্ৰৰ মনত বাপেকৰ প্ৰতি এক বিদ্ৰোহৰ ভাব দেখিবলৈ পাওঁ। বাপেকে তাৰ মাকক বিভৎভাবেৰে গুলীয়াই হত্যা কৰাৰ কথা তাৰ হঁয়ামন্নাকৈ মনত আছে। তেতিয়া সি দুবছৰীয়া শিশু। সেই ভয়াবহ নিষ্ঠুৰ ঘটনাৰ চিৰস্থায়ী প্ৰভাৱ তাৰ মনত বৈ যায়। বাপেকৰ প্ৰতি বিদ্ৰোহৰ ভাব থকাৰ লগতে বাপেকৰ লগত ক্ৰমে অভিন্ন ৰূপত নিজকে চাবলৈ সি আৰম্ভ কৰে। বাপেকৰ

দৰে বেপৰোৱা প্ৰকৃতিৰ সি হ'ব খোজে। ককায়েকৰ ৰিভলভাৰটো লৈ সি বাপেকক গুলীয়াবলৈ যায়; কিন্তু গুলী মৰাৰ অভ্যাস কৰা বুলি কল্পনা কৰি সি নিজকে গুলী কৰে।

আব্দুল মালিকৰ 'ত্ৰিশূল'ত আমি দেখিবলৈ পাওঁ কেনেকৈ এটা সময়ৰ সামাজিক অৱস্থাই এজন সৎ, উচ্চাকাংক্ষী যুৱকক বিষাদগ্ৰস্ত আৰু হতাশাগ্ৰস্ত কৰি তুলিব পাৰে। উপন্যাসৰ কেন্দ্ৰীয় চৰিত্ৰ মৃণাল চৌধুৰীয়ে চাৰিওফালে কেৱল দুৰ্নীতি দেখিছে। তেওঁ জীৱনত আৰু এটা ডাঙৰ আঘাত পায়। তিনিটা ডেকা ল'ৰাই এজনী ছোৱালীৰ দৰিদ্ৰতাৰ সুবিধা লৈ তাইৰ লগত দায়িত্বহীন যৌন আচৰণ কৰে। তাৰে এজন ল'ৰাই তাইক গৰ্ভৱতী কৰে; কিন্তু সি সেই কামৰ কাৰণে কোনো দায়িত্ব ল'বলৈ অস্বীকাৰ কৰে। মৃণালে ছোৱালীজনীক নিৰাপত্তা দিয়াৰ সিদ্ধান্ত লয়। কিন্তু অসাবধানতাবশতঃ সি কয় যে সি তাইক নিৰাপত্তা দিব পাৰে; কিন্তু তাই জানো বাচি থাকিবলৈ বিচাৰে। মৃণালৰ কথাই তাইৰ মনত প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰাত তাই আত্মহত্যা কৰে। মৃণালৰ মনত এই ঘটনাই এটা অপৰাধবোধৰ ভাব জগাই তোলে।

মৃণালৰ চৰিত্ৰত আমি ভাল-বেয়াৰ এটা প্ৰবল অনুভূতি দেখিবলৈ পাওঁ। সৰু কালতে বাপেকে দিয়া নৈতিক শিক্ষাৰ কাৰণেই এনে হৈছে। মনোবিজ্ঞানী গিলফ'ৰ্ডেও কৈছে যে আমি নিজৰ নৈতিকতাক বিচাৰ কৰোতে আমাৰ মনত এটা অপৰাধবোধ জাগি উঠে। অন্যলোকে আমাক যেনেকৈ জগৰীয়া কৰিব বুলি ভাবো ঠিক তেনেদৰে আমি নিজকে জগৰীয়া কৰিবলৈ আৰম্ভ কৰোঁ। বহুদিনীয়া নৈতিক শিক্ষাৰ ফলত মানুহৰ মনলৈ অপৰাধবোধ চেতনাবিহীনভাৱে নিজে নিজে আহে। এটা অতি সাধাৰণ কথাও নৈতিকতাবিৰোধী হৈছে বুলি ভাবি নিজকে জগৰীয়া কৰি সন্ত্ৰস্ত হৈ উঠে। কোনো কাৰণ *নোহোৱাকৈ নিজকে দোষী যেন লাগে।* (জে, পি, গিলফ'ৰ্ড, *জেনেৰেল চাইক'লজি* পৃঃ ১৪৮-৪৯)।

পদ্ম বৰকটকীৰ 'নজ্বলা ধূপৰ ইতিকথা'ত (১৯৬৭) আমি এজন মানুহৰ কলা-সংস্কৃতিৰ প্ৰতি মনোভাৱ কেনেকৈ সামাজিক অৱস্থাই গঢ় দিয়ে সেই কথা দেখিবলৈ পাওঁ। বৰ্তমান সময়ত সামাজিক পৰিবেশ এনেকুৱা যে অতি কম মানুহেহে কলা, সংস্কৃতি আৰু নিৰ্লিপ্ত জ্ঞান অন্বেষণত একেৰাহে লাগি থাকিব পাৰে। মধ্যবিত্ত সমাজত কলা, সংস্কৃতি এইবিলাক সৃষ্টিশীল কামৰ পৰিবৰ্তে সামাজিক যশ, খ্যাতি অৰ্জাৰ আহিলাত পৰিণত হৈছে।

জীৱনজিৎ দুৱৰাৰ নিজৰ যোগ্যতাৰ বিষয়ে কোনো ধাৰণা নাই। তেওঁ নিজকে এজন প্ৰতিভাসম্পন্ন শিল্পী বুলি ভাবে আৰু সন্তীয়া খ্যাতিৰ পাছত দৌৰি ফুৰে। কিন্তু শিল্পী হিচাপে সমাজত তেওঁ কোনো দিনেই স্বীকৃতি পোৱা নাই। সমাজত তেওঁক তেওঁৰ কেৰাণী চাকৰিটোৰ বাবেহে চিনি পায়। কিন্তু তেওঁ শিল্পী হিচাপে চিনাকি বিচাৰে। জীৱনত পৰাজিত হৈ তেওঁ নীচাত্মিকাবোধত ভোগে। তথাপিও নিজৰ প্ৰতিভা নাই বুলি মানি ল'বলৈ টান পাই তেওঁ নিজকে বুজনি দিয়ে যে তেওঁৰ কেৰাণী কামটোৱেহে তেওঁক স্বীকৃতি পোৱাত বাধা দিছে।

নগৰীয়া মধ্যবিত্ত সমাজত এজন ডাক্তৰক, এজন ইঞ্জিনিয়াৰক, এজন ব্যৱসায়ীক, এজন ধনী মানুহকহে বেছি প্ৰাধান্য দিয়া হয়, এজন পণ্ডিতমনা ব্যক্তিক নহয়। পদ্মবৰকটকীৰ 'জীৱন এষণা'ত (১৯৬৫) আলোক বৰুৱা কলেজৰ এজন ডেকা অধ্যাপক। কলা, সংস্কৃতি আৰু শিক্ষাৰ প্ৰতি সমাজৰ মনোভাব দেখি তেওঁৰ বিতৃষ্ণা জাগে। তেওঁ সমাজত গুৰুত্ব বিচাৰে; কিন্তু তেওঁ দুখেৰে লক্ষ্য কৰে যে তেওঁৰ ব্যৱসায়ী ককায়েক,আৰু ডেকা ডাক্তৰ বলীনক সমাজে বেছি গুৰুত্ব দিয়ে। সমাজত গুৰুত্ব পোৱাৰ উদ্দেশ্যে তেওঁ স্থানীয় হাইস্কুলখনৰ প্ৰধান শিক্ষক ৰক্ষণশীল গোপাল মাষ্টৰৰ লগ লাগে। গোপাল মাষ্টৰ সকলো প্ৰগতিশীল কামৰ বিৰোধী স্বভাৱৰ কাৰণে অঞ্চলটোত এজন জনাজাত মানুহ। ফ্ৰয়েডীয় মনস্তত্বৰ জ্ঞানে ঔপন্যাসিকক আলোক বৰুৱাৰ মনৰ অভ্যন্তৰলৈ সোমাই গৈ তেওঁৰ চৰিত্ৰৰ জটিলতা বিশ্লেষণ কৰাত সুবিধা দিছে। আলোক বৰুৱাৰ চৰিত্ৰত আমি দেখিবলৈ পাওঁ তেওঁৰ ধূলি-মাকতিৰ প্ৰতি ভয়, কাপোৰ-কানি, সাজ-পোচাক, খোৱা-বোৱাত চাফ-চিকুণতাৰ প্ৰতি অস্বাভাৱিক যত্ন, তেওঁৰ আলসুৱা অসন্তোষীয়া স্বভাৱ, তেওঁৰ সকলো কথাতে বিৰক্তিৰ ভাব আৰু তেওঁৰ আন বহুতো অৱদমিত আচৰণ।

অফিচ আদিত চাকৰি কৰা ছোৱালীৰ পুৰুষ সহকৰ্মীৰ সান্নিধ্যলৈ আহি তেওঁলোকৰ মানসিকতালৈ অহা পৰিৱৰ্তনৰ চিত্ৰ আমি নবীন বৰুৱাৰ 'প্ৰেমিকা'ত (১৯৭০) পাওঁ। ইয়াত এজনী ষ্টেন' টাইপিষ্ট ছোৱালীয়ে বিভিন্ন পুৰুষৰ লগত মিথ্যা প্ৰেমৰ খেলা খেলি আৰু সমাজৰ অনুভূতিক কষ্ট কৰি অস্বাভাৱিক আনন্দ পোৱা দেখুওৱা হৈছে। তাইৰ বয়সৰ ছোৱালীয়ে সাধাৰণতে সন্তান জন্ম দি স্বামীৰ সৈতে এখন সুখৰ সংসাৰ বিচাৰে; কিন্তু ষ্টেন'টাইপিষ্ট ছোৱালীজনীৰ ক্ষেত্ৰত তাইৰ চাকৰি

জীৱনে তাইৰ স্বাভাৱিক কামনা-বাসনাত দেখ দেখকৈ প্ৰভাৱ পেলায়।

বহুতো যুৱকৰ লগত মিথ্যা প্ৰেমৰ অভিনয় কৰি শেষত তাই অফিচৰে কেৰাণী নিৰোদৰ লগত সঁচা প্ৰেমত পৰে। নিৰোদে প্ৰাইভেটকৈ এম, এ পাছ কৰি এখন কলেজত অধ্যাপকৰ চাকৰিত যোগ দিয়ে। সি তাইৰ ওচৰত বিয়াৰ প্ৰস্তাৱ আগবঢ়ায়। কিন্তু তাই অতি শান্ত, নিৰুদ্বেগভাৱে সেই প্ৰস্তাৱ নাকচ কৰে। তাই এতিয়া এনেকুৱা এটা অৱস্থাত উপনীত হৈছে যে তাইৰ কোনো দুখ নাই, কোনো প্ৰেমৰ অনুভূতি নাই, কেৱল আছে শান্তভাৱে সকলো কথা চোৱাৰ ক্ষমতা, কৰ্তব্য আৰু দায়িত্ব পালন কৰাৰ যান্ত্ৰিক তাগিদা। তাই নিৰোদক কয় যে সিয়েই তাইৰ জীৱনত একমাত্ৰ পুৰুষ নহয়। ইতিমধ্যে তাইৰ জীৱনলৈ বহুতো পুৰুষ আহিলে। তাই হয়তো এজন পুৰুষক লৈয়ে জীৱনটো কটাব নোৱাৰিব।

তথাপিও সকলো যুগতে সকলো নাৰীয়ে স্বামীৰ মৰম বিচৰাদি আজিও এজনী নাৰীয়ে স্বামীৰ মৰম বিচাৰে। কিন্তু কিছু বছৰ আগলৈকে স্বামীৰ মৰম নাপালে এগৰাকী নাৰীয়ে সহ্য কৰি আছিল অথবা আত্মহত্যা কৰিছিল। কিন্তু আজিৰ শিক্ষা আৰু স্বাধীনতাই নাৰীক সমাজৰ বিৰুদ্ধে বিদ্ৰোহ কৰিবলৈ সক্ষম কৰি তুলিছে। নবীন বৰুৱাৰ 'কিনিৰ পখীৰ গান'ত ঝৰণাই আৰু ঘন হাজৰিকাৰ 'নায়িকা'ত অনুৰাধাই স্বামীৰ মৰম নাপাই মদ খাই এটা উচ্ছৃংখল জীৱন যাপন কৰিছে।

নাৰীয়ে সাধাৰণতে ল'ৰা-ছোৱালী জন্ম দি ডাঙৰ-দীঘল কৰি ভাল পায়। কিন্তু আধুনিক শিক্ষিতা বহুতো নাৰীয়ে জীৱনৰ শেষলৈকে ৰূপ-যৌৱন অটুট ৰাখিবলৈ বিচাৰে। আধুনিক শিক্ষাই তেওঁলোকক নিজৰ সুকীয়া পৰিচয়ৰ বিষয়েও সচেতন কৰি তুলিছে। এনেকুৱা নাৰীয়ে ল'ৰা-ছোৱালী গঢ়ি তোলাত জীৱনৰ পৰিতৃপ্তি আৰু পৰিপূৰ্ণতা নিবিচাৰে। নিৰোদ চৌধুৰীৰ 'কনহংস'ত (১৯৬৯) কাবেৰী এনে এজনী আধুনিকা নাৰী যি নিজৰ সৌন্দৰ্য, ধন-সম্পদৰ প্ৰাচুৰ্য্য আৰু সমাজত উচ্চ স্থানৰ অহংকাৰত অস্বাভাৱিকভাৱে মগ্ন হৈ ৰয়। তাই বিয়াৰ পাছত সোনকালে মাক হ'ব বিচৰা নাছিল। কিন্তু তাইৰ সন্তান দেৱাহুতি তাইৰ জীৱনলৈ অবাঞ্চিতভাৱে বিয়াৰ এবছৰৰ ভিতৰতে আহে। দেৱাহুতিৰ জন্মৰ পাছত কাবেৰীয়ে নিজকে ক্লাব আৰু পাৰ্টিত ব্যস্ত ৰাখে। ৰাতি মদ খাই বেহুচ হৈ তাই ঘৰলৈ ওভতে। দেৱাহুতিক তাই মাকৰ মৰম, আদৰ-যত্নৰ পৰা বঞ্চিত কৰে। শীতৰ দীঘলীয়া বন্ধত মাক-দেউতাকৰ লগত কটাবলৈ দাৰ্জিলিঙৰ পৰা

আহি দেৱাহুতিয়ে ঘৰৰ কৃত্ৰিম পৰিবেশত অসুখী হৈ উঠে। মাকৰ মৰম-স্নেহৰ অভাৱ দেখি তাই আচৰিত হয়। ওচৰ-চুবুৰীয়া কমলেশ চৌধুৰীৰ ঘৰখনৰ সুখী পৰিবেশে তাইক আকৃষ্ট কৰে। দেৱাহুতি কমলেশ চৌধুৰীৰ ল'ৰা নুপুৰৰ প্ৰতিও আকৰ্ষিত হয়। কমলেশ চৌধুৰী নিম্ন মধ্যবিত্ত পৰিয়ালৰ আৰু তেওঁৰ সামাজিক স্থান কাৱেৰীতকৈ বহুতো তলত। তেওঁ কাৱেৰীৰ দেউতাকৰ এটা ভাৰাঘৰত থাকে। কাৱেৰীয়ে চৌধুৰীক দেৱাহুতিৰ লগত কোনো সম্বন্ধ নাৰাখিবলৈ আৰু ঘৰ এৰি দূৰলৈ যাবলৈ নিৰ্দেশ দিয়ে।

কাৱেৰীৰ চৰিত্ৰ আমি ফ্ৰয়ডৰ মনস্তাত্ত্বিক ব্যাখ্যাৰ দ্বাৰা বুজিব পাৰোঁ। কাৱেৰীৰ মনত এক জটিল প্ৰতিক্ৰিয়া গঢ় লয়। দেৱাহুতিৰ জীৱনত তেওঁ হস্তক্ষেপ কৰিছে এই কাৰণেই যে তেওঁ দেৱাহুতিক দেখিব নোৱাৰে। কিন্তু তেওঁ নিজৰ ওচৰতো এই কথা স্বীকাৰ কৰিবলৈ ভয় কৰে। দেৱাহুতিৰ ভাল চিন্তা কৰা দেখুৱাবলৈ গৈ আচলতে তেওঁ দেৱাহুতিক কমলেশ চৌধুৰীৰ পৰিয়ালৰ মৰম-স্নেহৰ পৰা বঞ্চিত কৰি শাস্তিহে দিয়ে।

আব্দুল মালিকৰ 'ৰজনী গন্ধাৰ চকুলো'ত আধুনিক শিক্ষা, মাৰ্জিত ৰুচি আৰু নাৰী-পুৰুষৰ পাৰস্পৰিক আকৰ্ষণৰ বিজ্ঞানসম্মত জ্ঞানে উপন্যাসৰ নায়িকা পাৰিজাতক দেওৰেক আনন্দৰ তাইৰ প্ৰতি থকা দুৰ্বলতা সহজভাৱে ল'বলৈ সক্ষম কৰিছে। মাথো কেই দশকমানৰ আগতে পাৰিজাতৰ অৱস্থাত পৰা এগৰাকী নাৰীয়ে বেলেগ ধৰণে প্ৰতিক্ৰিয়া প্ৰকাশ কৰিলেহেঁতেন। এতিয়া এজনী আধুনিক নাৰীয়ে জানে যে আনন্দৰ তাইৰ প্ৰতি দুৰ্বলতাত কোনো দোষ নাই। আনন্দৰ কোনো অসৎ অভিপ্ৰায় নাই।

আব্দুল মালিকৰ 'সূৰুযমুখীৰ স্বপ্ন'ত (১৯৬০) এখন মুছলমান গাঁৱৰ খেতিয়কৰ সহজ-সৰল জীৱন চিত্ৰিত হৈছে। শিক্ষিত সমাজৰ অৱদমিত কামনা-বাসনাৰ পৰিৱৰ্তে এই সৰল খেতিয়কসকলৰ জীৱনত প্ৰবৃত্তিৰ তাড়নাৰ এক স্বাভাৱিক জীৱন প্ৰকাশ পাইছে। উপন্যাসৰ এটা প্ৰধান চৰিত্ৰ কপাহীয়ে বহুকেইজন পুৰুষৰ লগত যৌন জীৱন যাপন কৰি শেষত উপন্যাসৰ নায়ক তাইতকৈ বয়সত বহুত সৰু গুলচৰ লগত নিকাহত আবদ্ধ হয়। গুলচে কপাহীৰ তোলনীয়া জীয়েক তৰাৰ প্ৰতি দুৰ্বাৰভাৱে আকৰ্ষিত হৈছিল; কিন্তু চতুৰা কপাহীয়ে চতুৰালি কৰি তৰা সাজি গুলচক প্ৰৱঞ্চনা কৰি তাৰ পত্নী হিচাপে তাৰ লগত ঘৰ-সংসাৰ কৰে। কিন্তু শেষত গুলচে কপাহীক পূৰ্ব প্ৰণয়ী বছিৰৰ লগত লেন-দেনৰ অভিযোগত ঘৰৰ পৰা উলিয়াই দি তৰাক সাবটি লয়। গুলচৰ তৰাৰ প্ৰতি আকৰ্ষণত ধনশিৰীৰ বলিয়া বানৰ উন্মত্ততা দেখা যায়। গুলচৰ প্ৰবৃত্তিৰ তাড়না

ধনশিৰীৰ বলিয়া বানতকৈও প্ৰবল। ধনশিৰীৰ বানে তাৰ অশেষ কষ্টৰে কৰা খেতি-পথাৰ উটুৱাই নিলেও তৰাক সাৱটি ধৰাৰ তাড়নাত সকলো কথা তুচ্ছ হৈ পৰে।

কপাহীৰ চৰিত্ৰত যৌন মিলনত আগভাগ লোৱাৰ প্ৰৱণতা প্ৰকাশ পাইছে। তাইৰ মাজত যৌন তাড়নাৰ প্ৰবলতা দেখা যায়। পুৰুষ-নাৰীৰ আকৰ্ষণত বয়সৰ পাৰ্থক্যই যে একো কৰিব নোৱাৰে সেই কথা কপাহীৰ চৰিত্ৰৰ যোগেদি প্ৰকাশ পাইছে। গুলচ-চেনিমাই উপকাহিনীৰ যোগেদি যৌন সম্বন্ধক সহজভাৱে লোৱা, প্ৰকৃতিৰ সান্নিধ্যত মুক্ত জীৱন যাপন কৰা, খেতিয়কৰ প্ৰবৃত্তি নিৰ্ভৰ জীৱনৰ চিত্ৰ দাঙি ধৰা হৈছে।

আব্দুল মালিকৰ 'বনজুই' (১৯৫৯) আৰু 'সোণালী সূতাৰে বন্ধা'ৰ (১৯৭২) মূল বিষয়বস্তু হ'ল মাতৃত্বৰ কামনা। কিন্তু উপন্যাস দুখনত বিষয়বস্তুৰ উপস্থাপন কৰাত মন কৰিবলগীয়া পাৰ্থক্য পৰিলক্ষিত হয়। বিষয়বস্তুৰ উপস্থাপনত এই পাৰ্থক্য হৈছে নায়িকা দুগৰাকী পৃথক সময়ৰ আৰু পৃথক সমাজৰ হোৱা কাৰণে। সময়ৰ পৰিৱৰ্তনে মানুহৰ প্ৰবৃত্তিলৈ বিশেষ পৰিৱৰ্তন নানে; কিন্তু এই প্ৰবৃত্তিৰ প্ৰকাশ বিভিন্ন সমাজত আৰু বিভিন্ন সময়ত বেলেগ হ'ব পাৰে। 'বনজুই'ত জোনা এজনী সৰল গাঁৱলীয়া ছোৱালী। গতিকে তাইৰ মনত সামাজিক বাধা-নিষেধ আৰু প্ৰবৃত্তিগত বাসনাৰ মাজত দ্বন্দ্ব দেখা নাযায়; কিন্তু 'সোণালী সূতাৰে বন্ধা'ৰ নায়িকা ৰীতাৰ মনত এই দ্বন্দ্ব আমি দেখিবলৈ পাওঁ। জোনাই তাইৰ পুৰুষত্বহীন গিৰীয়েকক এৰি প্ৰেমিকৰ লগত গুচি যায় আৰু কোনো বিবেকৰ দংশন অনুভৱ নকৰে। তাই আকৌ গিৰীয়েকৰ ওচৰলৈ ঘূৰি আহে আৰু মনলৈ কোনো সংঘাত নাহে। জোনাৰ দৰে ৰীতাৰো আছে মাতৃত্ব লাভৰ প্ৰবল বাসনা; কিন্তু তাইৰ মনৰ সামাজিক অনুশাসনৰ তীক্ষ্ণ অনুভূতি আৰু সবল নৈতিকতাবোধে তাইক জীৱনৰ স্বাভাৱিক প্ৰবৃত্তি যৌন পৰিপূৰ্ণতাৰ বাসনা দমন কৰি ৰাখিবলৈ বাধ্য কৰে। কিন্তু যেতিয়া তাই ডেকা চিকিৎসক অনন্ত কাকতীৰ সংস্পৰ্শলৈ আহিছে তেতিয়া তাই প্ৰবৃত্তিৰ বশৱৰ্তী হৈছে। অনন্ত কাকতীৰ লগত তাই যৌন জীৱনৰ সমস্যা আৰু গিৰীয়েকৰ পুৰুষত্বহীনতাৰ বিষয়ে নিঃসংকোচে কথা পাতিছে। যিবিলাক কথা, যিবিলাক সমস্যা সমাজত এসময়ত অতি গোপন কথা বুলি ভৱা হৈছিল সেই কথা আৰু সমস্যাৰ বিষয়ে এতিয়া কোনো আবুৰ নোহোৱাকৈ খোলাখুলিকৈ কথা পতা হয়। জোনাৰ দৰে ৰীতা এজনী আধুনিক শিক্ষা নথকা নাৰী নহয়। তাই উচ্চ শিক্ষিত আৰু মাৰ্জিত সূক্ষ্ম ৰুচিসম্পন্ন। অনন্ত কাকতীৰ লগত যৌন সম্বন্ধ তাই যুক্তিৰে বিচাৰ

কৰে। তাই অনন্ত কাকতীক কয় যে তাইৰ গিৰীয়েকৰ প্ৰতি সঁচা প্ৰেম আছে আৰু সেই প্ৰেম কেৱল দেহজ প্ৰেম নহয়। তাই আৰু কয় যে প্ৰেম আৰু যৌন সম্ভোগক তাই একে বুলি নাভাবে। কিন্তু তাই ভাবে যে তাইৰ নাৰীত্ব অসম্পূৰ্ণ হৈ ৰৈছে ; স্বাস্থ্য, যৌৱন, সৌন্দৰ্য, ধন-সম্পদ সকলো থকা সত্ত্বেও তাই নিজকে দুৰ্ভগীয়া বুলি ভাবে।

দ্বিতীয় মহাসমৰৰ সময়লৈকে ঔপন্যাসিকসকলে সামাজিক ভাল-বেয়া, বাধা-নিষেধৰ ভাবৰ পৰা মুক্ত হ'ব পৰা নাছিল। ভাল-বেয়া সম্পৰ্কে তেওঁলোকৰ এটা নিৰ্ধাৰিত ধাৰণা আছিল। কিন্তু দ্বিতীয় মহাসমৰৰ পাছৃত ঘাইকৈ ষাঠিৰ আৰু সত্তৰৰ উপন্যাসবিলাকত আমি ব্যক্তিগত আৰু সামাজিক সমস্যাৰ প্ৰতি মনস্তাত্বিক দৃষ্টিভঙ্গী দেখিবলৈ পাওঁ। বহুতো ঔপন্যাসিকে ব্যক্তি আৰু সমাজৰ সমস্যা বাস্তৱতাৰে ভাল-বেয়াৰ বাধা-নিষেধৰ পৰা মুক্ত হৈ বিশ্লেষণ কৰিবলৈ সক্ষম হৈছে। এই ঔপন্যাসিকসকলে মানুহৰ অৱচেতন মনত থকা বাসনা আৰু প্ৰবৃত্তিৰ তাড়না মানি লৈও ব্যক্তিৰ ওপৰত পৰিবেশৰ প্ৰভাৱ দেখুৱাবলৈ সক্ষম হৈছে।■

(নৱম অধ্যায়)

# আংগিক

বেছিভাগ অসমীয়া উপন্যাসৰ প্লট গঢ় লৈ উঠিছে ব্যক্তি আৰু সমাজৰ দ্বন্দ্বৰ ওপৰত। কিন্তু উপন্যাসৰ দ্বন্দ্ব কেৱল বাহ্যিক ঘটনাতেই প্রকাশ লাভ নকৰে। ব্যক্তিৰ অন্তৰ্চেতনাতো ই প্রকাশ লাভ কৰে। সেয়েহে সাৰ্থক অসমীয়া উপন্যাসৰ কাহিনী সাম্প্রতিক কালত ঘাইকৈ ব্যক্তিৰ অন্তৰ্জীৱনক লৈ ৰচিত হৈছে। অন্তৰ্জীৱনক আলোকিত কৰিবৰ কাৰণেহে বাহ্যিক ঘটনা অনা হয়।

কাহিনী, চৰিত্ৰ আৰু ভাষাৰ ভিত্তিত উপন্যাসৰ পৰ্য্যালোচনা এতিয়া কিছু পুৰণি হৈছে। কাৰণ আমি জানো যে উপন্যাসৰ কাহিনী আৰু চৰিত্ৰ স্বাধীন নহয়। কাহিনী আৰু চৰিত্ৰ দুয়োকে নিয়ন্ত্ৰণ কৰে উপন্যাসৰ মূল উপজীব্য বিষয় বা 'থীমে' আৰু লেখকৰ দৃষ্টিভঙ্গী বা জীৱন দৰ্শনে। ঔপন্যাসিকে অন্তৰ্দৃষ্টিৰ দ্বাৰা সময়ক নতুন ধৰণে ব্যাখ্যা কৰিব পাৰে, সময় অতিক্ৰম কৰি ভৱিষ্যত দ্ৰষ্টা হ'ব পাৰে। সেই কাৰণেই সাম্প্রতিক কালৰ বহুতো অসমীয়া উপন্যাসত নৈতিক, ৰাজনৈতিক, সামাজিক, আত্মিক নানা সমস্যাই প্ৰাধান্য লাভ কৰা দেখা গৈছে। এখন সাৰ্থক উপন্যাসত যুগ-চিন্তা প্ৰকাশ পায় আৰু এই যুগ-চিন্তাৰ ওপৰত ঔপন্যাসিকৰ ব্যক্তিত্বৰ ছাপ স্পষ্ট হৈ থাকে। বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'ইয়াৰুইঙ্গম' (১৯৬১) 'মৃত্যুঞ্জয়' (১৯৭০),'প্রতিপদ' (১৯৭০), 'আই' (১৯৬০), হোমেন বৰগোহাঞিৰ 'পিতাপুত্ৰ' (১৯৭৫), লক্ষ্মীনন্দন বৰাৰ 'গঙ্গা চিলনীৰ পাখি' (১৯৬৩), 'পাতাল ভৈৰবী' (১৯৮৬), যোগেশ দাসৰ 'ছাঁ জুই খেদি' (১৯৬৯),নিৰুপমা বৰগোহাঞিৰ 'এজন বুঢ়া মানুহ' (১৯৬৬) আদি উপন্যাসত এনে যুগ-চিন্তা প্ৰকাশ পোৱা আমি দেখিবলৈ পাওঁ।

এখন উপন্যাসত বিভিন্ন ধাৰণাক একত্ৰিত কৰি প্ৰণালীবদ্ধ ভাবে সজোৱা

হয়। ঔপন্যাসিকে বিভিন্ন কৌশলেৰে এই ধাৰণাবোৰক প্ৰণালীবদ্ধ জীৱনৰ অনুকৃতি দান কৰে। সেইটোৱেই উপন্যাসৰ শিল্পৰূপ । পকা ঘৰ সজা মিস্ত্ৰী এজনে যি দৰে শিল, বালি, চিমেণ্ট, লোহা আদিৰে দেৱাল বা ঘৰ নিৰ্মাণ কৰে, ঔপন্যাসিক এজনেও কিছুমান মূৰ্ত্ত সমলেৰেই উপন্যাস এখন নিৰ্মাণ কৰে। এই সমলবিলাক হ'ল চৰিত্ৰ, কাহিনী আৰু বিভিন্ন ধৰণৰ কথন ৰীতি। এই সকলোৰে সমন্বয়ত এক বিশিষ্ট শিল্পৰূপৰ সৃষ্টি হয়। বিষয়-বস্তুৰ পৰা শিল্পৰূপক বেলেগ কৰি চাব নোৱাৰিলেও বহুতো সমালোচকে উপন্যাসৰ শিল্পৰূপৰ আলোচনাৰ দ্বাৰা উপন্যাসৰ বহুতো কথনৰীতি ফঁহিয়াই দেখুৱাইছে। যেনে- সৰ্বজ্ঞ লেখকৰ দৃষ্টিকোণৰ পৰা কাহিনী বৰ্ণনা কৰা, কোনো বিশেষ চৰিত্ৰৰ দৃষ্টিকোণৰ পৰা ঔপন্যাসিকৰ নিজৰ ভাষাত কাহিনী কোৱা, লেখক সম্পূৰ্ণ অনুপস্থিত থাকি চৰিত্ৰবিলাকক প্ৰথম পুৰুষত নিজৰ কথা আৰু অভিজ্ঞতা প্ৰকাশ কৰিবলৈ দিয়া আৰু ঔপন্যাসিক কোনো চৰিত্ৰৰ লগত একাত্ম হৈ প্ৰথম পুৰুষত কাহিনী কোৱা।

সৰ্বজ্ঞ কাহিনীকাৰৰ পদ্ধতিত ঔপন্যাসিকে তেওঁৰ কাহিনী আৰু চৰিত্ৰ পাঠকে বুজি পাবৰ কাৰণে আৱশ্যকীয় সকলো কথা ক'ব পাৰে। ঔপন্যাসিকে চৰিত্ৰৰ আৱেগ, অনুভূতি, অভিপ্ৰায় ভিতৰৰ পৰা বৰ্ণাব পাৰে। তেওঁ প্ৰথমে বিশেষ কেইটামান চৰিত্ৰ আৰু ঘটনাৰ ওপৰত গুৰুত্ব দি পাছত কিছু সময়লৈ তাৰ পৰা আঁতৰি থাকি নতুন ঘটনা আৰু চৰিত্ৰত মনোনিবেশ কৰিব পাৰে আৰু কাহিনী জটিল কৰি কাহিনীক বৈচিত্ৰ্য আৰু বিশালতা দিব পাৰে । কিন্তু এই সৰ্বজ্ঞ কাহিনীকাৰৰ পদ্ধতিত লেখা উপন্যাস কেতিয়াবা নিয়ন্ত্ৰণৰ বাহিৰ, বহুবৰ্ন্তী আৰু বিক্ষিপ্ত হ'ব পাৰে। এই পদ্ধতিয়ে লেখকৰ পৰা বহুত বেছি আশা কৰে। প্ৰতিটো চৰিত্ৰৰ ভিতৰলৈ সোমাই চৰিত্ৰৰ অনুভূতি, চিন্তা ৰূপায়ণ কৰা সদায় সম্ভৱ নহয়। গতিকে তেনে ক্ষেত্ৰত তেওঁ চৰিত্ৰক বাহিৰৰ পৰা বৰ্ণনা কৰিবলৈ বাধ্য হয়। সাম্প্ৰতিক কালৰ বেছিভাগ অসমীয়া উপন্যাসেই এই সৰ্বজ্ঞ কাহিনীকাৰৰ পদ্ধতিত লেখা। মাজে মাজে সংলাপৰ প্ৰয়োগৰ দ্বাৰা কাহিনীক নাটকীয় তীব্ৰ গতি প্ৰদান কৰা দেখা যায়। আব্দুল মালিক, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, হোমেন বৰগোহাঞি আদিৰ উপন্যাসত বহুতো ক্ষেত্ৰত কাহিনীয়ে নাটকীয় তীব্ৰ গতি পাবলৈ সক্ষম হৈছে।

সৰ্বজ্ঞ লেখকৰ পদ্ধতিৰ সীমাবদ্ধতাৰ কাৰণে ঔপন্যাসিক হেন্‌ৰি জেইম্‌ছে এই পদ্ধতিৰ এটা পৰিশোধিত ৰূপ উদ্ভাৱন কৰে। এই পদ্ধতিত লেখক সৰ্বজ্ঞ যদিও

তেওঁৰ এই গুণ মাত্র এটা চৰিত্ৰত আবদ্ধ থাকে। এই পদ্ধতিৰ কাৰ্যকাৰিতা ইয়াতেই যে যিহেতু এটা বিশেষ চৰিত্ৰই গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰে, সেইহেতু সেই চৰিত্ৰই যি দেখে, যি শুনে, যি অনুভৱ কৰে, যি চিন্তা কৰে, যি অনুমান কৰে তাৰ যোগেদি কাহিনী কোৱা হয়। কাহিনীৰ লগত জড়িত আন চৰিত্ৰ বিলাকো এইদৰেই প্ৰকাশ পায়। ঔপন্যাসিকে অপ্ৰাসঙ্গিকতা এৰাই চলাত সুবিধা হয়। এই পদ্ধতিয়ে উপন্যাসৰ কাহিনীক এক নাটকীয় গুণ আৰোপ কৰে। আব্দুল মালিকৰ 'আধাৰশিলা'ত (১৯৬৬) ছমীৰৰ ওপৰত আৰু লক্ষ্মীনন্দন বৰাৰ 'পাতাল ভৈৰবী'ত মুকুন্দৰ ওপৰত ঔপন্যাসিকৰ সৰ্বজ্ঞগুণ আবদ্ধ আছে আৰু এই চৰিত্ৰ কেইটাৰ দেখা, অনুভৱ কৰা আৰু চিন্তা কৰাৰ যোগেদি কাহিনী কোৱা হৈছে। 'আধাৰশিলা'ৰ ছমীৰক কেন্দ্ৰ কৰিয়েই বাকী সকলোবোৰ চৰিত্ৰৰ আৱৰ্ত ঘটিছে। 'পাতাল ভৈৰবী'ৰ মুকুন্দ, দেউতা, বছিৰ, ঈৰ্শ্বাদ খাঁ আদিৰ সংস্পৰ্শলৈ আহিছে। কিন্তু উপন্যাসখনত মুকুন্দৰ প্ৰাধান্য অক্ষুণ্ণ আছে।

যিহেতু বেছিভাগ উপন্যাসেই সৰ্বজ্ঞ কাহিনীকাৰৰ পদ্ধতিত লেখা হয় সেইহেতু বুজা যায় যে সৰহ ভাগ ঔপন্যাসিকে এই পদ্ধতিকেই আটাইতকৈ সুবিধাজনক পায়। কিন্তু প্ৰথম পুৰুষত কাহিনী কোৱা পদ্ধতিৰো নিজস্ব কিছুমান সুবিধা আছে। ই কাহিনীক প্ৰত্যয়যোগ্য কৰি তুলিব পাৰে আৰু ঔপন্যাসিকক মূল বিষয়ৰ পৰা আঁতৰি নাযাবলৈ বাধ্য কৰে। কিয়নো বৰ্ণনাকাৰীয়ে নিজে যি দেখিছে, শুনিছে আৰু কৰিছে তাকেহে ক'ব পাৰে। এই প্ৰথম পুৰুষত কাহিনী কোৱা পদ্ধতিৰ আন এটা সুবিধা হ'ল এয়ে যে ইয়াত বৰ্ণনাকাৰীৰ লগত পাঠকে এক আত্মীয়তাৰ সূত্ৰত বান্ধ খাই পৰে। বৰ্ণনাকাৰীয়ে পাঠকৰ সহানুভূতি আদায় কৰিব পাৰে। এই পদ্ধতিত লেখা উপন্যাসৰ আটাইতকৈ অসুবিধাজনক কথাটো হ'ল এয়ে যে বৰ্ণনাকাৰী নায়ক কেতিয়াবা অন্য চৰিত্ৰতকৈ দুৰ্বল হৈ পৰে। ঔপন্যাসিকে বৰ্ণনাকাৰী নায়কৰ মাজত যিহেতু নিজকে দেখে সেইহেতু বহুতো ক্ষেত্ৰত তেওঁৰ পৰ্যবেক্ষণ বস্তুনিষ্ঠ, ভাবাবেগ মুক্ত হ'ব নোৱাৰে। মূল চৰিত্ৰতকৈ অন্য চৰিত্ৰ বিলাকহে তেওঁ বস্তুনিষ্ঠ ভাবে নাটকীয় তীব্ৰতাৰে অঙ্কণ কৰিব পাৰে। বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'শতঘ্নী'ত (১৯৬৫) এনে হোৱা দেখিবলৈ পোৱা যায়। কাহিনীৰ কথক হ'ল বন্ধুৰাম কছাৰী। কিন্তু চৰিত্ৰ হিচাপে বন্ধুৰামৰ পত্নী প্ৰমীলা, পুত্ৰ প্ৰশান্ত, বৰপুত্ৰ ৰজতৰ বাগদত্তা অমলা আৰু অমলাৰ মাক বেলীৰ চৰিত্ৰ বেছি সাৱলীল ৰূপত প্ৰকাশ পাইছে। হোমেন বৰগোহাঞিৰ 'সুবালা' (১৯৬৩), লক্ষ্মীনন্দন বৰাৰ 'উত্তৰ পুৰুষ' (১৯৭০),

আব্দুল মালিকৰ 'একা বেঁকা বৃত্ত' (১৯৭৫) আদি উপন্যাস প্ৰথম পুৰুষত আত্মবিবৃতিমূলক পদ্ধতিত লেখা হৈছে।

প্ৰথম পুৰুষত উপন্যাস লেখাৰ আন এটা পদ্ধতি আছে । এই পদ্ধতিত লেখকে প্ৰথম পুৰুষত কাহিনী কয় যদিও তেওঁ নায়ক নহয় আৰু নিজৰ বিষয়ে কাহিনী নকয়। কিন্তু তেওঁৰ আন চৰিত্ৰৰ লগত ঘনিষ্ঠ সম্বন্ধ থাকে। গ্ৰীক ট্ৰেজেদীৰ কোৰাচৰ দৰে তেওঁ উপন্যাসৰ ঘটনা আৰু পৰিস্থিতিৰ ওপৰত চিন্তা কৰে, কিন্তু ঘটনাৰ গতি নিয়ন্ত্ৰণ নকৰে। উপন্যাসৰ বিভিন্ন চৰিত্ৰৰ ওপৰত মনোযোগ বৰ্ণনাকাৰী আৰু পাঠকৰ সমানে হোৱা কাৰণে দুয়ো এক সুত্ৰে বান্ধ খাই পৰে। এনে পদ্ধতিত লিখা অসমীয়া উপন্যাস চকুত পৰা নাই। কিন্তু নৱকান্ত বৰুৱাৰ ককাদেউতাৰ হাড়'ত(১৯৭৩) এক নতুন পদ্ধতি অৱলম্বন কৰা দেখা যায়। ইয়াত প্ৰথমে লেখকে প্ৰথম পুৰুষত কাহিনী কয়। কিন্তু নিজৰ বিষয়ে কাহিনী নকয়। পাছত আচল কাহিনীৰ কথক হয় এগৰাকী বুঢ়ী আইতা। এনে পদ্ধতিৰ দ্বাৰা লেখকে চৰিত্ৰ আৰু ঘটনা বিলাক বস্তুনিষ্ঠভাৱে চাবলৈ সক্ষম হয়।

'সৰ্বজ্ঞ লেখকৰ দৰে বা প্ৰথম পুৰুষত, যেনেকৈয়ে কাহিনী নকওঁক লাগে, কাহিনী বৰ্ণনা কৰিবলৈ গৈ লেখকে প্ৰয়োজন মতে তিনিবিধ পদ্ধতিৰ সাহায্য লয়— দৃশ্য বৰ্ণনা বা scene, সংক্ষিপ্ত বিৱৰণ বা summary, আৰু বৰ্ণনা বা description। অত্যন্ত গুৰুত্বপূৰ্ণ নাটকীয় দৃশ্যবিলাক লেখকে ইমান বিস্তাৰিত ভাবে বৰ্ণনা কৰে যে, ঘটনাটো বাস্তৱত ঘটিবলৈও মোটামুটি একেই সময় লাগিব। এই ধৰণৰ বিভিন্ন দৃশ্যৰ মাজে মাজে ঘটনাৰ ধাৰাবাহিক গতিক লেখকে চমুকৈ বৰ্ণনা কৰে। তেতিয়া সময়ক ঔপন্যাসিকে অতি দ্ৰুত বেগত আগুৱাই নিয়ে। প্ৰকৃতি বা চৰিত্ৰৰ mood বৰ্ণনাৰ সময়ত সময়ৰ অগ্ৰগতি প্ৰায় নাথাকে বুলিয়েই ক'ব পাৰি । এই তিনি প্ৰক্ৰিয়াৰ উপযুক্ত সমন্বয়ৰ ওপৰত উপন্যাসৰ সাৰ্থকতা নিৰ্ভৰ কৰে। উদাহৰণ স্বৰূপে বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'মৃত্যুঞ্জয়'ৰ ৰেল বগৰোৱা দৃশ্যটো অত্যন্ত গুৰুত্বপূৰ্ণ নাটকীয় দৃশ্য। লেখকে এই দৃশ্যটো বিস্তাৰিত ভাবে বৰ্ণনা কৰিছে । দুই এটা উদাহৰণৰ পৰাই কথাটো স্পষ্টভাবে ওলাই পৰে । এই উদ্ধৃতিটোলৈ মন কৰক । " ধনপুৰে প্ৰাণৰ জোৰে ৰেঞ্চি মাৰিছে। তাৰ পিছত হাতুৰীৰে কোবাইছে। - কেউফালে হাবিৰ ছাঁ। দুয়োফালে বেছিদূৰলৈ দেখা নাপায় । নিৰাপদ ঠাই। কিন্তু বিপদ হ'বলৈ কিমান সময়

লাগিছে । পহৰীয়া কেইটা যোৱা বাৰ-চৈধ মিনিটেই হোৱা নাই। .......ৰূপ নাৰায়ণে সঙ্কেতৰ বাবে বাট চাইছিল। বহুত সময় লৈছে ভিভিৰামহঁতে।" এনে ধৰণৰ বিস্তাৰিত বৰ্ণনাৰ দ্বাৰা লেখকে ফিচপ্লেট উঠাবলৈ মোটামুটি কিমান সময় লাগিব পাৰে পাঠকৰ মনত তাৰ এটা ধাৰণা দিয়ে।

'মৃত্যুঞ্জয়'ত গোঁসাইৰ মানসিক অৱস্থাৰ লগত সঙ্গতি ৰাখি প্ৰকৃতিৰ বৰ্ণনা কৰা হৈছে। দুই এঠাইত উপন্যাসৰ ঘটনাৰ লগত বৈষম্য দেখুৱাবলৈকো প্ৰকৃতিৰ বৰ্ণনা কৰা হৈছে। এই উদ্ধৃতি লৈ মন কৰক, "আটাইবোৰে শুই থকা পথাৰখন চালে। নিশ্চিন্তমনে এজনী ৰাজকুঁৱৰী যেন শুই আছে। সেই ৰাজকুঁৱৰীক জগাবলৈ যেন ৰাজকুমাৰ পোৱাহি নাই। কেতিয়া পাবহি কোনেও ক'ব নোৱাৰে।" কিন্তু প্ৰকৃতিৰ এনে বিনন্দীয়া ৰূপৰ মাজতেই হঠাতে এটা সুহুৰি শুনা গ'ল। সুহুৰিটোৰ ধ্বনিয়ে সকলোকে সজাগ কৰি দিলে। হঠাতে পাঠকো উপন্যাসত বৰ্ণিত ঘটনাৰ গুৰুত্বৰ প্ৰতি সচেতন হৈ উঠে।

উপন্যাসত প্ৰকৃতি আৰু বতৰৰ বৰ্ণনা কেতিয়াবা চৰিত্ৰ এটা বিশেষভাবে চিত্ৰিত কৰিবলৈ ব্যৱহাৰ কৰা হয়, চৰিত্ৰৰ mood ৰ সঙ্গতি ৰাখিও কেতিয়াবা প্ৰকৃতি আৰু বতৰৰ বৰ্ণনা কৰা হয়। কেতিয়াবা চৰিত্ৰৰ আৱেগ-অনুভূতিৰ লগত বৈষম্য দেখুৱাবলৈকো প্ৰকৃতি আৰু বতৰৰ বৰ্ণনা কৰা হয়। কেতিয়াবা ঘটনা আগবঢ়াই নিবলৈও প্ৰকৃতি আৰু বতৰৰ বৰ্ণনাৰ আশ্ৰয় লোৱা হয় । 'মৃত্যুঞ্জয়'ত মহদা গোঁসাইৰ আৱেগ-অনুভূতিৰ লগত সঙ্গতি ৰাখি প্ৰকৃতিৰ বৰ্ণনা বহুতো ঠাইত দেখিবলৈ পোৱা যায়। "গোসাঁয়ে লাহে লাহে গৈ এটা পথৰুৱা বাটত ভৰি দিলেগৈ। পথাৰখনত ধান উপচি পৰিছে। গাত মলয়া বতাহ লাগি সিৰ্‌সিৰাই যাওঁতে গোসাঁইৰ বুকুখন কঁপি গ'ল। অলপ আঁতৰত বিলৰ পৰা এজাক শৰালি হাঁহ উৰি গ'ল। ডেউকাৰ ঢপঢপনিতে সিহঁতক গোসাঁয়ে চিনি পালে ।"

কুৰি শতিকাৰ আৰম্ভণিতে হেন্‌ৰি জেইম্‌চে ইংৰাজী উপন্যাসলৈ নতুন জীৱনবোধ আৰু আংগিক আনিছিল বুলি আৰম্ভণীতে কৈ অহা হৈছে । এটা বা দুটা চৰিত্ৰক নাটকীয় পৰিস্থিতিৰ মাজত উপস্থাপন কৰি ভিন ভিন দৃষ্টিকোণৰ পৰা তেনে চৰিত্ৰ বা চৰিত্ৰসমূহৰ ভিতৰুৱা ৰূপটো দেখুৱাবলৈ তেওঁ যত্ন কৰে। উপন্যাসত এইদৰে Symbolist আৰু Impressionist আংগিক প্ৰয়োগ কৰা হয়। জেইম্‌চৰ 'দ্য

এমবেছেৰ্ডৰ্চ', 'দ্য উইংগছ্ অফ্ দ্য ড'ভ', 'দ্য গল্ডেন ব' আদি উপন্যাসত আধুনিক ব্যক্তি মনৰ লগত সমাজৰ দ্বন্দ্ব সম্পৰ্কে নতুন চেতনা দেখিবলৈ পোৱা যায়। জেইম্চৰ এই চেতনা আৰু আংগিক প্ৰয়োগৰ দুৰ্বল চেষ্টা নবীন বৰুৱাৰ 'ফিনিক্স পখীৰ গান'ত (১৯৭৩) দেখিবলৈ পাওঁ। কিন্তু জেইম্চে চৰিত্ৰৰ প্ৰকৃতি আৰু উপন্যাসৰ পৰিণতিৰ মাজত সঙ্গতি ৰাখি যি গভীৰ জীৱনবোধ সঞ্চাৰিত কৰিব পাৰিছে অসমীয়া ঔপন্যাসিকে সেইটো কৰিব পৰা নাই। 'ফিনিক্স পখীৰ গান'ত ঝৰণা নামৰ এগৰাকী বিবাহিতা গাভৰুৱে সমাজত নাৰীৰ প্ৰতি যি পৰম্পৰাগত ধাৰণা আছে তাৰ পৰা মুক্তি বিচাৰিছে। গোবিন্দ প্ৰসাদ শৰ্মাৰ 'কাঁচৰ দৰে, হীৰাৰ দৰে' (১৯৬৮) ট্ৰায়ল'জিত একে বিষয়বস্তুৱে ঠাই পাইছে।

সাম্প্ৰতিক অসমীয়া উপন্যাসত জেইম্চ জয়েচ, ভাৰ্জিনিয়া উলফ্, ডৰথি ৰিচাৰ্ডছনৰ উপন্যাসৰ প্ৰভাৱ কিছু পৰিমাণে দেখিবলৈ পোৱা যায়। উপন্যাসৰ কাহিনীৰ গতিৰ পৰা ঔপন্যাসিক আঁতৰি থকা আৰু কাহিনীক objectivity দিয়াৰ প্ৰচেষ্টাতে উপন্যাসৰ বিষয় বস্তু আৰু আংগিকৰ বহুতো পৰিবৰ্তন ঘটে। তদুপৰি উইলিয়াম জেইম্চ আৰু হেনৰি বাৰ্গছঁৰ দাৰ্শনিক চিন্তাধাৰাই অতীত, বৰ্তমান আৰু ভৱিষ্যতৰ পৰম্পৰাগত ধাৰণাৰ বিলোপ সাধন কৰি কাল সম্পৰ্কে নিৰবচ্ছিন্ন গতিৰ ধাৰণা দিয়ে। সময় সম্পৰ্কে এই নতুন মতবাদে পৰম্পৰাগত প্লটৰ ধ্বংস সাধিলে। এটা চৰিত্ৰৰ বৰ্তমানৰ মাজত তেওঁৰ অতীত আৰু ভৱিষ্যতক ধৰি ৰাখিবলৈ যত্ন কৰা হয়। আধুনিক মনোবিজ্ঞানৰ প্ৰভাৱত বাস্তৱতাৰ গোপন স্তৰ প্ৰকাশ কৰিবলৈ ঔপন্যাসিকে interior monlogue বা মনোকথনৰ আশ্ৰয় লৈ চেতনা প্ৰবাহ বা stream of consciousness আংগিকৰ সৃষ্টি কৰিলে। ভাৰ্জিনিয়া উলফ্, জেইমচ্ জয়েচ্ আদি ঔপন্যাসিকে বাস্তৱতাক সামাজিক নাইবা বাহ্যিক জগতৰ পৰা অন্তৰ্জগতলৈ বা মনোজগতলৈ নিয়ে আৰু point of view অৰ্থাৎ দৃষ্টিকোণৰ ধাৰণাৰ প্ৰয়োগ কৰি ব্যক্তিবিশেষৰ দৃষ্টিকোণৰ পৰা জীৱনৰ কিছুমান অৰ্থপূৰ্ণ ঘটনাৰ পৰিবেশন কৰে। বৰ্ণনাকাৰীৰ দৃষ্টিকোণৰ বিলোপ সাধন কৰি চৰিত্ৰ সমূহৰ নিজৰ দৃষ্টিকোণৰ পৰা বাস্তৱতাক দাঙি ধৰে।

বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, হোমেন বৰগোহাঞি, আব্দুল মালিকৰ উপন্যাসত মনোকথনৰ প্ৰয়োগ দেখা যায়। বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'ৰাজপথে ৰিঙিয়ায়' (১৯৫৫) আৰু চন্দ্ৰপ্ৰসাদ শইকীয়াৰ 'এদিন'ত (১৯৬৯) চৌবিশ ঘণ্টাৰ কাহিনীৰ

যোগেদি জীৱনৰ এটা সামগ্ৰিক অভিজ্ঞতাক দাঙি ধৰিব খোজা হৈছে। কিন্তু জেইম্‌চ জয়েচৰ 'ইউলিচিচ'ৰ উন্নত আৰু শক্তিশালী কলা-কুশলতাৰ অভাৱত উপন্যাস দুখন উচ্চস্তৰলৈ উঠিব পৰা নাই। চেতনাস্ৰোত পদ্ধতিৰ সাৰ্থক প্ৰয়োগ ভূপেন্দ্ৰ নাৰায়ণ ভট্টাচাৰ্য ৰ 'মৰুদ্যান'ত দেখা যায়। কেন্দ্ৰীয় চৰিত্ৰ শিলাদিত্য চট্টোপাধ্যায়ৰ চেতনাৰ নিৰবিচ্ছিন্ন প্ৰবাহত তেওঁৰ হতাশা, বিচ্ছিন্নতা আৰু নিঃসঙ্গতাত আধুনিকতাবাদী উপন্যাসৰ লক্ষণ প্ৰকাশ পাইছে।

চেতনা প্ৰবাহ আংগিকত উপন্যাস লেখা ইংৰাজী সাহিত্যত ত্ৰিশৰ দৰ্শকতে শেষ হৈ গৈছে । চি,পি,স্ন, গ্ৰহাম গ্ৰীণ, জয়েচ কেৰী, হেন্‌ৰী গ্ৰীণ, পি, এইচ, নিউবি, এন্টনি পাৱেল, এন্‌গাচ্ উইল্‌চন, নিগেল ভেনিচ্ আদি ঔপন্যাসিকে ফিল্ডিং, স্মলেট, জৰ্জ এলিয়ট আদি ওঠৰ আৰু উনৈশ শতিকাৰ ঔপন্যাসিকৰ ৰচনা ৰীতিলৈ ঘূৰি গৈছে, কিয়নো উপন্যাসত বৰ্ণনাকাৰীৰ দৃষ্টিকোণ বা narrator's point of view কেতিয়াও পুৰাপুৰি বিলুপ্ত কৰিব নোৱাৰি । যিহেতু উপন্যাস ৰচনা এটা কলা মাত্ৰ, গতিকে কোনোপধ্যেই উপন্যাসত অঁকা জীৱন আৰু প্ৰকৃত জীৱন একে হ'ব নোৱাৰে। সাম্প্ৰতিক কালৰ অসমীয়া বেছিভাগ ঔপন্যাসিকেই বৰ্ণনাকাৰীৰ দৃষ্টিকোণৰ লগতে ব্যক্তিবিশেষৰ দৃষ্টিকোণৰ সহায়ত অন্তৰ্জগতৰ কাহিনী কোৱা দেখা যায়।

নতুন আংগিকৰ খাতিৰতেই নতুন আংগিকত উপন্যাস লেখিলে সেই উপন্যাস নিম্নমানৰ হ'বলৈ বাধ্য। কিয়নো বিষয়বস্তুৱেহে উপন্যাসৰ আংগিক নিৰ্ণয় কৰিব লাগে। সাম্প্ৰতিক অসমীয়া সফল উপন্যাস কেইখনলৈ মন কৰিলে দেখা যায় যে এটাইকেইখনেই বৰ্ণনাকাৰীৰ দৃষ্টিকোণৰ পৰা লেখা হৈছে। সংলাপৰ প্ৰয়োগত নাটকীয়তা প্ৰদান এনে উপন্যাসৰ ৰচনা-ৰীতিৰ আন এটা বৈশিষ্ট্য । উদাহৰণ স্বৰূপে মালিকৰ 'অঘৰী আত্মাৰ কাহিনী'ৰ (১৯৬৯) কাহিনীটো প্ৰকাশ পাইছে ঔপন্যাসিকৰ বৰ্ণনা আৰু মন্তব্যৰ মাজেদি নহয়, শশাংক আৰু অপৰাৰ আলাপ আলোচনাৰ যোগেদিহে।

ঔপন্যাসিক শীলভদ্ৰই এটা নতুন ৰচনা ৰীতিৰ পৰীক্ষা কৰা দেখা গৈছে। 'গধূলি'ত (১৯৮১) আৰু 'অনুসন্ধান'ত (১৯৮৭) মানুহৰ স্মৃতিলৈ বিশৃংখল ভাবে অহা অতীত আৰু বৰ্তমানৰ কিছুমান কথা আৰু কামৰ মাজেদি জীৱনৰ তাৎপৰ্যৰ আভাস দিয়া হৈছে। 'গধূলি'ত জীৱনৰ গধূলি পৰত ভূদেৱ চৌধুৰীয়ে উপলব্ধি কৰিছে যে তেওঁৰ মূল্যহীন জীৱনৰো এটা মূল্য আছে, কিয়নো এই বিশ্ব ব্ৰহ্মাণ্ডতকেৱল স্থায়িত্ব

কোনো কামৰেই সাৰ্থকতাৰ নিদৰ্শন হ'ব নোৱাৰে। জীৱনৰ এই তাৎপৰ্য ভৃগুৰ চৌধুৰীৰ চেতনাৰ লগতে অন্য কেইটামান চৰিত্ৰৰ চেতনাতো ধৰা পৰিছে। এই চেতনা সৰ্বজ্ঞ তৃতীয় পুৰুষৰ বৰ্ণনাকাৰীৰ চেতনা। সৰ্বজ্ঞ তৃতীয় পুৰুষৰ ৰচনা ৰীতি বাদ নিদিয়াকৈ এটা নতুন আধুনিক ফৰ্ম বা ৰচনাৰীতি প্ৰয়োগ কৰাত শীলভদ্ৰ সফল হৈছে। 'অনুসন্ধানত' অ ৱসৰপ্ৰাপ্ত অধ্যাপক, এসময়ৰ লেখক ভৃগু চৌধুৰীৰ চেতনালৈ অতীত আৰু বৰ্তমানৰ অভিজ্ঞতাবোৰ লাগবান্ধ নোহোৱাকৈ আহিছে। উপন্যাসখনৰ তৃতীয় পুৰুষ সৰ্বজ্ঞ বৰ্ণনকাৰী ভৃগু চৌধুৰীৰ চেতনাত প্ৰকাশ পোৱা জীৱনৰ তাৎপৰ্যৰ ধাৰণাই পাঠকৰ মনতো এটা ধাৰণাৰ সৃষ্টি কৰিছে। এই ধাৰণাতে নিহিত আছে উপন্যাসৰ অভিজ্ঞতাবোৰৰ ঐক্য। ভৃগু চৌধুৰীৰ জীৱন আৰু সমাজ সম্পৰ্কে উপলব্ধি অতীত আৰু ভবিষ্যতলৈও সম্প্ৰসাৰিত হৈছে।

একোটা সামাজিক সমস্যা কোনো এটা যুগত ঔপন্যাসিকে যেনে দৃষ্টিভংগী আৰু অনুভূতিৰে চাইছিল সেই একেটা সমস্যাকে ভিন্ন যুগত অন্য এজন ঔপন্যাসিকে ভিন্ন দৃষ্টিভংগীৰে আৰু ভিন্ন অনুভূতিৰে চাব পাৰে। স্নেহলতা বৰুৱাৰ 'বীণা'ত (১৯২৬) প্ৰতিফলিত হোৱা সমাজখন হ'ল কুৰিশতিকাৰ প্ৰথম দুই দশকৰ সমাজ। মামণি ৰয়ছম গোস্বামীৰ 'নীলকণ্ঠী ব্ৰজ'ৰ (১৯৭৬) সময়ও কুৰিশতিকাৰ প্ৰথম দুই দশকেই। কিন্তু বিধবাৰ সমস্যাটোৰ প্ৰতি ঔপন্যাসিকা দুগৰাকীৰ দৃষ্টিভংগী আৰু অনুভূতি সম্পূৰ্ণ পৃথক। বীণা'ত ঔপন্যাসিকাই সৰলভাবে তৃতীয় পুৰুষত এটা কাহিনী কৈ গৈছে আৰু মাজে মাজে নিজৰ মন্তব্য দাঙি ধৰিছে । কিন্তু 'নীলকণ্ঠী ব্ৰজ'ত ঔপন্যাসিকা গোস্বামীয়ে তৃতীয় পুৰুষত কাহিনী কোৱা সত্ত্বেও সৰল ভাষাত কাহিনী কৈ যোৱা নাই, চৰিত্ৰৰ অন্তৰ্জগতলে সোমাই গৈ চৰিত্ৰৰ অন্তৰৰ তীব্ৰ আৱেগ-অনুভূতি প্ৰকাশ কৰিছে। ঔপন্যাসিকাৰ আৱেগ-অনুভূতি আৰু দৃষ্টিভংগীৰ আভাসো পাঠকে অনুভৱ কৰিছে ।ঔপন্যাসিকাৰ দৃভিংগীয়ে ভাষাক ইংগিতময়তা প্ৰদান কৰি প্ৰতীকধৰ্মী কৰি তুলিছে। অসমীয়া উপন্যাসৰ প্ৰখ্যাত সমালোচক গোবিন্দ প্ৰসাদ শৰ্মাই 'নীলকণ্ঠী ব্ৰজ'ৰ ভৰ যৌৱনত বিধবা হোৱা তৰুণী সৌদামিনীৰ সমাজৰ দাবীত ইন্দ্ৰিয়ানুভূতি আৰু দেহজ কামনা দমন কৰি বিচৰণ কৰিবলগীয়া হোৱা 'সপোন সপোন লগা' নিষ্ঠুৰ জগতখনৰ বাস্তৱতা অতিবাস্তৱবাদ (surrealism) বুলি দেখুৱাইছে। সামাজিক বাস্তৱতা হ'লেও স্বপ্নিল হৈ উঠা এই বাস্তৱতাই পাঠকৰ সমস্যাটোৰ প্ৰতি অনুভূতি অধিক তীব্ৰ কৰি

তোলে। (দ্ৰষ্টব্য গোবিন্দ প্ৰসাদ শৰ্মা, *উপন্যাস আৰু অসমীয়া উপন্যাস*, ষ্টুডেণ্টচ ষ্ট'ৰচ্, গুৱাহাটী, ১৯৯৫, পৃঃ ৭০,২০০৫ — ২২)। অতিবাস্তৱতাৰ তীব্ৰ অনভূতি প্ৰকাশৰ পটভূমি হিচাপে ঔপন্যাসিকা গোস্বামীয়ে ব্ৰজধাম বাচি লৈছে, কিয়নো অসমৰ পটভূমিত এই অতিবাস্তৱতাৰ অনুভূতি প্ৰকাশৰ অসুবিধা হয়। একেদৰেই একেগৰাকী লেখিকাৰ 'মামৰে ধৰা তৰোৱাল'ৰ (১৯৮০) পটভূমিও অসম নহয়। অসমত ডাঙৰ বান্ধ আৰু ডাঙৰ উদ্যোগ নিৰ্মাণ হোৱা নাই। গতিকে শ্ৰমিকৰ জীৱনৰ নিষ্ঠুৰ পৰিবেশ তীব্ৰ অনুভূতিৰে প্ৰকাশ কৰাৰ পটভূমি অসমত ঔপন্যাসিকাই বিচাৰি পোৱা নাই। 'মামৰে ধৰা তৰোৱাল'ৰ প্ৰধান চৰিত্ৰ নাৰায়ণী বিচৰণ কৰা জগতখনৰ প্ৰতি তাইৰ যি বিদ্ৰোহ, তাইৰ অন্তৰৰ যি তীব্ৰ আৱেগ-আনুভূতি সেয়া প্ৰকাশৰ কাৰণে ঔপন্যাসিকা গোস্বামীয়ে অসমৰ বাহিৰৰ পটভূমি ল'বলগীয়া হৈছে। গতিকে গোস্বামীৰ 'দঁতাল হাতীৰ উঁৱে খোৱা হাওদা'ৰ বাহিৰে আন বেছিভাগ উপন্যাসৰে পটভূমি অসম নহয়। 'দঁতাল হাতীৰ উঁৱে খোৱা হাওদা'ৰ বাস্তৱতাও বহুপৰিমানে স্বপ্নিল হৈ পৰিছে।

সদৌ শেষত সাম্প্ৰতিক অসমীয়া উপন্যাসৰ ভাষাৰ বিষয়ে দুআষাৰ কৈ এই আলোচনাৰ সামৰণি মাৰিব খুজিছোঁ। দুই এক ঔপন্যাসিক যেনে বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, হোমেন বৰগোহাঞিও আদিৰ ভাষা আৰু জীৱন দৰ্শনৰ মাজত সামঞ্জস্য দেখিবলৈ পোৱা গৈছে। বাক্য যোজনাত, শব্দ প্ৰয়োগত, বৰ্ণনাত আৰু চিত্ৰকল্প নিৰ্মাণত তেওঁলোকৰ কল্পনা শক্তি প্ৰকাশ পোৱা বহুতো ক্ষেত্ৰত দেখা গৈছে। সাৰ্থক উপন্যাসৰ ভাষাই জীৱনৰ বাস্তৱতা আৰু জীৱনৰ কাব্য দুইটাকে ধাৰণ কৰিবলৈ সক্ষম হ'ব লাগিব। ■

# উপসংহাৰ

এই অধ্যয়নৰ দ্বাৰা এটা কথা প্ৰতীয়মান হ'ল যে আৰ্থ-সামাজিক শক্তিয়ে যুদ্ধোত্তৰ তথা স্বাধীনোত্তৰ কালত প্ৰকাশিত অসমীয়া উপন্যাসসমূহৰ বিষয়বস্তু আৰু ৰচনাৰীতি গঢ় দিছে। যোৱা শতিকাৰ পঞ্চাশৰ দশকলৈকে আমাৰ ঔপন্যাসিকসকলৰ বেছিভাগেই কিছুমান ঘটনাৰ গতানুগতিক বৰ্ণনা কৰি কাহিনী বৈছিল, চৰিত্ৰৰ বাহ্যিক ব্যৱহাৰত গুৰুত্ব দিয়াত গভীৰ মনস্তাত্ত্বিক বিশ্লেষণ কৰিব পৰা নাছিল। তেওঁলোকৰ দৃষ্টিত কিছুমান মানুহ সদায় ভাল আৰু কিছুমান সদায় বেয়া আছিল। কিন্তু যোৱা শতিকাৰ ষাঠিৰ দশকৰ পৰা বিষয়বস্তু আৰু ৰচনা ৰীতিলৈ মন কৰিবলগীয়া পৰিৱৰ্তন আহে। পঞ্চাশৰ দশকলৈকে গুৰুত্ব পোৱা বিধবা বিবাহ, গাঁও পুনৰ গঠন আদি সমস্যাই ষাঠিৰ দশকৰ পৰা গুৰুত্ব হেৰুৱাই পেলায়। তাৰ সলনি নগৰ অঞ্চলৰ আৰু নগৰীয়া সভ্যতাৰ সম্প্ৰসাৰণৰ সমস্যা, ৰাজনৈতিক আৰু প্ৰশাসনীয় দুৰ্নীতিৰ সমস্যা আদিয়ে গুৰুত্ব লাভ কৰিলে। বিষয়বস্তুৰ পৰিৱৰ্তনৰ লগে লগে উপন্যাসৰ ৰচনা ৰীতিৰো পৰিৱৰ্তনৰ আৱশ্যক হ'ল। ইংৰাজ ঔপন্যাসিক ডৰথী ৰিচাৰ্ডচন্, ভাৰ্জিনিয়া উলফ্ আৰু জেইমচ জয়েচে কুৰি শতিকাৰ আৰম্ভণীতে নতুন ৰচনা ৰীতিৰ সন্ধানত তেওঁলোকৰ সাহিত্যৰ অতীতলৈ ঘূৰি চাইছিল। তেওঁলোকে ওঠৰ আৰু উনৈশ শতিকাৰ ঔপন্যাসিক ৰিচাৰ্ডচন্, স্মলেট, ডিকেন্স, হেন্‌ৰি জেইমচ্ আদি ঔপন্যাসিকৰ উপন্যাসৰ চৰিত্ৰৰ আত্মবিশ্লেষণত চেতনাস্ৰোত ৰচনা ৰীতিৰ আভাস পাইছিল। কিন্তু অসমীয়া ঔপন্যাসিকৰ নিজৰ উপন্যাস সাহিত্যৰ ঐতিহ্যলৈ চোৱাৰ সুবিধা নাছিল; কিয়নো তেতিয়ালৈকে অসমীয়া উপন্যাসৰ এটা ঐতিহ্য গঢ় লোৱাই নাছিল। গতিকে অসমীয়া ঔপন্যাসিকে ৰচনা ৰীতি আৰু আংগিকৰ কাৰণে ইংৰাজী উপন্যাস সাহিত্যৰ ওচৰ চাপিবলগীয়া হৈছিল। বহুতো ক্ষেত্ৰত তেওঁলোকে ইংৰাজী সাহিত্যৰ পৰা পোনপটীয়াভাৱে প্ৰেৰণা লাভ নকৰি বঙালী সাহিত্যৰ পৰা প্ৰেৰণা লাভ কৰিছিল।

বঙালী ঔপন্যাসিক গোপাল হালদাৰে ১৯৩৯ত তেওঁৰ 'একদা' ত চেতনাস্রোত ৰচনাৰীতিৰ পৰীক্ষা কৰিছিল। তেওঁ জীৱন আৰু জীৱনৰ সমস্যাৰ বৌদ্ধিক বিশ্লেষণৰ দ্বাৰা জীৱনক নতুন অৰ্থ দি উপন্যাস সাহিত্যক এক গাম্ভীৰ্য দিবলৈ সক্ষম হৈছিল। আন বঙালী ঔপন্যাসিক নৰেন্দ্ৰনাথ মিত্ৰ, অমল দাসগুপ্ত, বিমল মিত্ৰ, শংকৰ আৰু সমৰেশ বসুয়ে নতুন বিষয়বস্তু আৰু নতুন আংগিকৰ পৰীক্ষা চলালে। যাঠিৰ দশকৰ পৰা অসমীয়া ঔপন্যাসিকসকলৰ উপন্যাসতো নৈতিক স্বাধীনতা, সামাজিক সমস্যাৰ নিৰ্ভীক সমালোচনা আৰু নতুন মূল্যবোধৰ সন্ধান দেখিবলৈ পাওঁ। নতুন বিষয়বস্তু আৰু নতুন আংগিকৰ ব্যৱহাৰে তেওঁলোকৰ উপন্যাসক এক গভীৰতা প্ৰদান কৰিছে। নগৰীয়া সমাজত এজন বুঢ়ামানুহৰ অকলশৰীয়া ভাব, এগৰাকী নাৰীৰ স্বাধীনতা আৰু স্বকীয় পৰিচয় বিচাৰি সংগ্ৰাম এনে বিষয়বস্তুৰ কাৰণে ঘটনাৰ কৃত্ৰিম জটিলতাৰ আৱশ্যক নাই। এনে বিষয়বস্তুৱে চৰিত্ৰক অন্তৰ্মুখী কৰি তোলে আৰু ঔপন্যাসিকক চৰিত্ৰৰ বাহ্যিকতা অতিক্ৰম কৰি চৰিত্ৰৰ মনৰ ভিতৰলৈ সোমোৱাত আগ্ৰহী কৰি তোলে। সেইকাৰণে এই সময়ছোৱাত ৰচিত অসমীয়া উপন্যাস বিশ্লেষণধৰ্মী হৈ পৰিছে।

ফৰাচী প্ৰকৃতিবাদ, মাৰ্ক্সীয় চিন্তা, ফ্ৰয়েডৰ মনোবিজ্ঞানৰ প্ৰভাৱ অসমীয়া ঔপন্যাসিকৰ ওপৰত পৰিছে। উদাহৰণ স্বৰূপে হোমেন বৰগোহাঞিৰ 'সুবালা' ত বুঢ়ীমাইৰ লগত গাঁৱৰ পৰা গুচি অহাৰ পাছত নগৰত সুবালাৰ নতুন থকা ঠাইৰ জঘন্য আৱৰ্জনা, ময়লাৰে পৰিপূৰ্ণ অৱস্থাৰ বৰ্ণনা আৰু অকাল গৰ্ভপাতৰ এটুকুৰা মাংসপিণ্ডক লৈ দেহোপজীৱিনীবিলাকৰ চিঞৰ-বাখৰৰ বৰ্ণনাই ফৰাচী ঔপন্যাসিক এমিল জোলাৰ প্ৰভাৱ স্পষ্টভাৱে প্ৰকাশ কৰে।

হোমেন বৰগোহাঞিৰ 'অস্তৰাগ'ত (১৯৮৬) ফৰাচী প্ৰকৃতিবাদৰ সফল প্ৰয়োগ দেখিবলৈ পাওঁ। বাৰ্ধক্যপীড়িত জীৱনৰ বীভৎসতা আৰু যন্ত্ৰণাই কেন্দ্ৰীয় চৰিত্ৰ দিলীপক মানৱ জীৱনৰ প্ৰতি আস্থাহীন কৰি তুলিছে। তেওঁ জীৱনৰ কোনো অৰ্থ বিচাৰি পোৱা নাই। উপন্যাস খনৰ এটা গুৰুত্বপূৰ্ণ চৰিত্ৰ ডাঃ শৰ্মাৰ প্ৰকৃতিবাদী বৈজ্ঞানিক মন্তব্য হ'ল এয়ে যে জীৱনৰ অৰ্থ আৰু মহত্ব উপলব্ধি কৰিবলৈ হ'লে আমি প্ৰকৃতিৰ বিধান মানি চলিব লাগিব। মৃত্যু এটা এনেকুৱা বিধান। মৃত্যু অবিহনে জীৱন এক অন্তহীন দুঃস্বপ্নত পৰিণত হ'ব।

প্ৰকৃতিবাদীসকলৰ দৰে মাৰ্ক্সবাদীসকলেও মানুহৰ চৰিত্ৰৰ ওপৰত পৰিবেশৰ প্ৰভাৱত গুৰুত্ব দিয়ে। অসমীয়া ঔপন্যাসিকসকলেও মানুহৰ কাম-কাজ অৰ্থনৈতিক পৰিবেশে নিয়ন্ত্ৰণ কৰা দেখুৱাইছে। দ্বিতীয় মহাযুদ্ধৰ পাছত মাৰ্ক্সবাদী দৰ্শন আৰু সাম্যবাদী চিন্তাই অসমীয়া ঔপন্যাসিকসকলক প্ৰভাৱিত কৰিছে।

কিন্তু ষাঠিৰ পৰা আশীলৈ এই তিনি দশকৰ বহুতো ঔপন্যাসিক মাৰ্ক্সবাদী সিদ্ধান্তত সন্তুষ্ট হ'ব পৰা নাই। তেওঁলোকে অনুভৱ কৰে যে মাৰ্ক্সীয় সৰল সিদ্ধান্তই মানুহৰ সুখ-দুখ, আশা-আকাংক্ষা, মানুহৰ কাম-কাজৰ অন্তৰালত থকা অভিপ্ৰায়, ব্যক্তিৰ মনৰ দ্বন্দ্ব সম্পূৰ্ণৰূপে বুজাত সহায় নকৰে। সেই কাৰণে এই সময়ছোৱাৰ উপন্যাসৰ কেন্দ্ৰীয় বিষয়বস্তু হৈছে সভ্যতা, ঐতিহ্য, মূল্যবোধৰ অৱক্ষয় আৰু মানুহৰ ব্যক্তিগত জীৱনত ইয়াৰ প্ৰভাৱ। ঔপন্যাসিকসকলে মানুহৰ জীৱনৰ বাহ্যিক দিশৰ নিখুঁত বৰ্ণনা দিয়াৰ লগতে জীৱনৰ আভ্যন্তৰলৈ সোমাই গৈ জীৱনৰ ৰহস্য বুজিবৰ চেষ্টা কৰিছে। হোমেন বৰগোহাঞিয়ে 'সুবালা'ত বেশ্যাৰ জীৱনৰ ক্লেশ, বেদনা, শূণ্যতা আৰু আন বহুতো ঔপন্যাসিকে তেওঁলোকৰ উপন্যাসত ভোগসৰ্বস্ব, দেহসৰ্বস্ব জীৱনৰ সাৰশূন্যতা ফুটাই তুলিছে। লক্ষ্মীনন্দন বৰাৰ 'বলুকাত বিজুলী'ত পৱনৰাম শৰ্মাই বুঢ়া বয়স কায চাপি অহাৰ লগে লগে জীৱনলৈ ভয় কৰিছে, কিয়নো তেওঁৰ সমগ্ৰ জীৱনত যৌনতাৰ বাহিৰে আন একোৱেই নাছিল।

ব্যক্তিমন আৰু ব্যক্তিসত্তাক বুজাৰ আগ্ৰহে অসমীয়া ঔপন্যাসিকসকলক ফ্ৰয়ডৰ মনোবিশ্লেষণতো আগ্ৰহী কৰিছে। লক্ষ্মীনন্দন বৰাৰ "উত্তৰ পুৰুষ"ত প্ৰতাপ কাকতী, নবীন বৰুৱাৰ 'ফিনিক্স পখীৰ গান'ত ঝৰণা, নিৰোদ চৌধুৰীৰ 'নাম ৰাখিলো বাসৱী'ত বাসৱী, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'বল্লৰী'ত অলি, পদ্ম বৰকটকীৰ 'জীৱন এষণা'ত আলোক বৰুৱা—এওঁলোকৰ ওপৰত আমি পৰিবেশৰ প্ৰভাৱ দেখিবলৈ পাওঁ। কিন্তু তেওঁলোকৰ জৈৱিক গঠনেও তেওঁলোকৰ ওপৰত প্ৰভাৱ পেলাইছে। সেয়েহে তেওঁলোকৰ চৰিত্ৰত দৃঢ়তা আৰু আত্মবিশ্বাসৰ অভাৱ ঘটিছে।

ৰুচ ঔপন্যাসিক টলষ্টয় আৰু ডষ্টয়েভস্কিয়ে ঔপন্যাসিকৰ অন্তৰ্দৃষ্টি মানৱ অন্তৰাত্মাৰ প্ৰতি সচেতন কৰি তোলে। ডষ্টয়েভস্কিৰ উপন্যাসত মানৱ জীৱনৰ বেদনা, ক্লেশ, মানৱ জীৱনৰ অপৰাধ প্ৰৱণতাৰ সূক্ষ্ম বিশ্লেষণ পোৱা যায়। অসমীয়া ঔপন্যাসিকৰ ওপৰত ৰুচ ঔপন্যাসিকৰ প্ৰভাৱ পৰা দেখা যায়। ডষ্টয়েভস্কিৰ উপন্যাসত

পোৱাৰ দৰে হোমেন বৰগোহাঞিৰ উপন্যাসতো আমি বিকাৰগ্ৰস্ত মনৰ বিশ্লেষণ পাওঁ।

ডৰথী ৰিচাৰ্ডচন্, ভাৰ্জিনিয়া উলফ্ আৰু জেইমচ জয়েচে ব্যক্তিক বেছি গুৰুত্ব দিয়া কাৰণে তেওঁলোকৰ চৰিত্ৰবিলাক অন্তৰ্মুখী হৈ পৰে। তেওঁলোকৰ মতে ব্যক্তিৰ জীৱন ব্যক্তিৰ নিজৰ কৰ্ম বাচনিৰ ওপৰত নিৰ্ভৰ কৰে। একেদৰে অস্তিত্ববাদী সাৰ্তৰ উপন্যাসতো মানুহৰ বিমূৰ্ত ধাৰণাতকৈ মূৰ্ত মানুহটোক বেছি গুৰুত্ব দিয়া হৈছে। সাৰ্তই কয় যে মানুহৰ জীৱনত যি ঘটে তাৰ কাৰণে মানুহে নিজে দায়িত্ব ল'ব লাগিব। পোলেন বৰকটকীৰ 'এজন দধীচিৰ অন্বেষণত' দিলীপে আৰু হোমেন বৰগোহাঞিৰ 'তিমিৰ তীৰ্থ'ত প্ৰহ্লাদে নিজৰ জীৱনৰ কাৰণে নিজে দায়িত্ব লৈছে। তেওঁলোকৰ ব্যক্তিগত নিৰ্বাচনৰ ওপৰতে তেওঁলোকৰ জীৱন নিৰ্ভৰ কৰে।

অসমীয়া সমাজত সাৰ্তৰ উপন্যাসৰ নায়কে উপলব্ধি কৰা অস্তিত্ববাদী উদ্বিগ্নতাৰ পৰিবেশ-পৰিস্থিতি হোৱা নাই। তথাপিও অসমীয়া ঔপন্যাসিকসকল সাৰ্তৰ দৰ্শনৰ লগত পৰিচিত হৈ লাভবান হৈছে। তেওঁলোকে নতুন দৃষ্টিভঙ্গীৰে জীৱনক চাবলৈ শিকিছে।

হোমেন বৰগোহাঞিৰ 'তান্ত্ৰিক'ত (১৯৬৭) সমাজৰ ভাল-বেয়া, পাঁপ-পুণ্য, ধৰ্ম-ঈশ্বৰ একোতে বিশ্বাস নকৰা, কাকোৱেই পৰোৱাই নকৰা, কেৱল নিজৰ স্বাধীন ইচ্ছামতে জীৱনটো কটাব খোজা লিলিৰ স্বাধীনতাৰ ধাৰণা আৰু জীৱন-পদ্ধতিত আৰু অৰুণ চক্ৰৱৰ্তীৰ জীৱনৰ তাৎপৰ্য্য বিচাৰ আৰু চৰম নিঃসংগতাবোধত অস্তিত্ববাদী দৰ্শণ সামান্যভাবে হ'লেও প্ৰকাশ পাইছে।

ঔপন্যাসিকে সমাজৰ পৰাই উপন্যাসৰ বিষয়বস্তু আহৰণ কৰে। বিভিন্ন চৰিত্ৰৰ পৰস্পৰৰ মাজত সম্বন্ধ, অৰ্থনৈতিক, সামাজিক পৰিস্থতিয়ে অনা ব্যক্তিমনৰ সংঘাত আৰু মানসিক অন্তৰ্দ্বন্দ্ব— এই সকলোৰে সমন্বয়ত তেওঁ এটা পেটাৰ্ণৰ সৃষ্টি কৰে। উপন্যাসত সৃষ্টি কৰা জীৱনৰ এই পেটাৰ্ণে পাঠকক নন্দনতাত্বিক অভিজ্ঞতা দিয়ে। কিন্তু উপন্যাস এখন নৈতিক আৰু নন্দনতাত্বিক দীপ্তিত উজ্বলি উঠিবলৈ ঔপন্যাসিকৰ সমকালীন সামাজিক সমস্যা আৰু প্ৰমূল্যৰ বিষয়ে গভীৰ অন্তৰ্দৃষ্টিৰ প্ৰয়োজন হ'ব। এই আলোচনাই সামৰি লোৱা সময়ছোৱাৰ ভিতৰত যোগেশ দাস, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, হোমেন বৰগোহাঞি, শীলভদ্ৰ, উমাকান্ত শৰ্মা আদি ঔপন্যাসিকৰ উপন্যাসত

সামাজিক সমস্যা আৰু প্ৰমূল্যৰ বিষয়ে গভীৰ অন্তৰ্দৃষ্টি দেখিবলৈ পোৱা যায়। কিন্তু বেছি সংখ্যক ঔপন্যাসিকেই সামাজিক সমস্যা এটা কেৱল ওপৰে ওপৰেহে দাঙি ধৰিছে; সমস্যাৰ গভীৰলৈ সোমাব পৰা নাই। অৱশ্যে কিছুসংখ্যক ঔপন্যাসিকে মানসিক অন্তৰ্দ্বন্দ্ব আৰু মনৰ সূক্ষ্ম কথাবিলাক উপস্থাপন কৰিব পাৰিছে; কিন্তু এই অন্তৰ্দ্বন্দ্ব বা সংঘাতৰ ফল পৰিস্থিতিৰ সংগতিপূৰ্ণ পৰিণতি বুলি দেখুৱাব পৰা নাই।

এই আলোচনাৰ পঞ্চম আৰু অষ্টম অধ্যায়ত দেখুওৱা হৈছে যে নবীন বৰুৱাৰ 'ফিনিক্স পখীৰ গান'ৰ ঝৰণাৰ সমস্যা ব্যক্তিগত সমস্যা নহয়, এই সমস্যা তাইৰ নিচিনা পুৰণা পৰম্পৰাৰ পৰা মুক্ত হ'ব খোজা অথচ স্বামীয়ে ষ্টেটাচ্ চিম্বল হিচাপে ব্যৱহাৰ কৰিব খোজা সমগ্ৰ নাৰী জাতিৰ সমস্যা। এই সমস্যা ঔপন্যাসিকে সমাধান কৰাৰ দৰে মদ খাই এটা বিশৃংখল জীৱন যাপন কৰি সমাধান কৰিব নোৱাৰি। ব্যক্তি জীৱনত প্ৰতিফলিত হোৱা সামাজিক সমস্যাটো একেদৰে বৈ গ'ল। ঝৰণাৰ ব্যক্তিগত জীৱনৰ সংঘাতো একেদৰেই থাকিল। ঔপন্যাসিকে ঝৰণাৰ সমস্যাটোৰ ভৱিষ্যতৰ এটা ইংগিত ৰাখিবলৈ সমৰ্থ নহ'ল। নবীন বৰুৱাই বৰ্তমানৰ অসমীয়া সমাজত নাৰীৰ সামাজিক অৱস্থান দেখুওৱাৰ দৰে হেনৰি জেইম্‌চেও তেওঁৰ 'দ্য পৰট্ৰেইট্ অৱ্ এ লেডি'ত ইংলেণ্ডত নাৰীৰ সামাজিক অৱস্থান দেখুৱাইছে। 'দ্য পৰট্ৰেইট্ অৱ্ এ লেডি'ৰ নায়িকা ইজাবেলেও ঝৰণাৰ দৰে জীৱনটো সকলো সুন্দৰতাৰে মহৎ কৰি তুলিব খোজে। কিন্তু ইজাবেলাৰ শেষ সিদ্ধান্ত, আচৰণ আৰু কাৰ্য্য তাইৰ জীৱনৰ মহৎ আদৰ্শৰ লগত সংগতিপূৰ্ণ। এনে সংগতি ঝৰণাৰ জীৱনৰ মহৎ আদৰ্শ আৰু কাৰ্য্যৰ মাজত নাই। এনে বিসংগতিৰ কাৰণে উপন্যাসখনত গভীৰ জীৱনবোধ প্ৰকাশ পোৱা নাই।

একেদৰে নিৰুপমা বৰগোহাঞিৰ 'কেক্‌টাচৰ ফুল'ত মানসীৰ শেষ আচৰণ তাইৰ নিজৰ বিষয়ে থকা উচ্চ ধাৰণাৰ লগত সংগতিহীন। ইংৰাজ ঔপন্যাসিক জেইন্ আষ্টেনৰ 'প্ৰাইড্ এণ্ড প্ৰিজুডিছ'ৰ নায়িকা এলিজাবেথ বেনেটৰ ডাৰ্চিৰ প্ৰতি 'প্ৰিজুডিছ' গঢ় লোৱাৰ দৰে মানসীৰ মনতো ৰাজীৱৰ প্ৰতি 'প্ৰিজুডিছ' গঢ় লয়। কিন্তু জেইন্ আষ্টেনৰ উদ্দেশ্য হৈছে এলিজাবেথৰ মাক দেউতাক আৰু অন্যান্য চৰিত্ৰৰ আত্মপ্ৰৱঞ্চনা, দৰিয়ত্বহীনতা, তুলুঙ্গালি আৰু নিজৰ বিষয়ে অজ্ঞতা উদঙাই দেখুওৱা। জেইন্ আষ্টেনৰ উপন্যাসত এটা ব্যঙ্গাত্মক সুৰ শুনা যায়। কিন্তু 'কেক্‌টাচৰ ফুল'ত গুৰুত্বপূৰ্ণ সামাজিক সমস্যা এটা গভীৰ সুৰত উপস্থাপন কৰা হৈছে। এলিজাবেথ বেনেটৰ ডাৰ্চিৰ প্ৰতি

'প্ৰিজুডিছ'ৰ কাৰণ হ'ল ডাৰ্চিৰ তাইৰ ঘৰখনৰ প্ৰতি থকা ঘৃণা। ডাৰ্চি এলিজাবেথৰ মাকৰ মূঢ়তা আৰু দেউতাকৰ দায়িত্ববোধহীনতাৰ প্ৰতি আছে এটা বিদ্ৰূপৰ ভাব। জেইন্ আষ্টেনে এলিজাবেথৰ সমস্যা ডাৰ্চিক অধিকভাবে জানিবলৈ সুবিধা দি এলিজাবেথৰ মনৰ পৰা ডাৰ্চিৰ প্ৰতি 'প্ৰিজুডিছ' আঁতৰাই দুয়োৰে মাজত বিবাহ সম্পন্ন কৰি সমাধন কৰিব পাৰে। কিন্তু মানসীৰ সমস্যা সম্পূৰ্ণ বেলেগ ধৰণৰ আৰু এনেদৰে সেই সমস্যাৰ সমাধান কৰিব নোৱাৰি। এনেদৰে অন্য উপন্যাসৰ পৰাও উদাহৰণ দিব পাৰি। সদা মৰলৰ 'সোণাপুৰ'ত বুনুৰ সমস্যা সমগ্ৰ বস্তী অঞ্চলৰ ল'ৰা-ছোৱালীৰ সমস্যা। এই সমস্যা বুনুক প্ৰকৃত পিতৃ-মাতৃক ঘুৰাই দি সমাধান কৰিব নোৱাৰি। কামাক্ষ্যা সভাপণ্ডিতৰ 'জীৱনৰ দাবী'ৰ বিষয়বস্তু হ'ল শ্ৰমিক আৰু পুঁজিবাদৰ সংঘাত। এনেকুৱা এটা বিষয়ৰ কাৰণে বহল ৰূপায়ণ আৰু সাহসী অভিব্যক্তিৰ প্ৰয়োজন হয়। কিন্তু ঔপন্যাসিকে এই সংঘাত প্ৰশান্ত চৌধুৰী আৰু শ্ৰমিকৰ মাজত সস্তীয়া ষড়যন্ত্ৰলৈ নমাই আনিছে। তদুপৰি উপন্যাসখনত বহুতো আৱশ্যকীয় ঘটনা সন্নিবিষ্ট কৰা হৈছে। এইবিলাকে উপন্যাসখনৰ নন্দনতাত্ত্বিক আৰু নৈতিক সংহতি বিনষ্ট কৰিছে।

আলোচনাৰ শেষত ইয়াকে ক'ব পাৰো যে য'তে ঔপন্যাসিকৰ সমাজ জীৱনৰ নিবিড় পৰিচয় পোৱা গৈছে তাতে ঔপন্যাসিকৰ জীৱনবোধৰ গভীৰতাও প্ৰকাশ পাইছে। জীৱনবোধৰ গভীৰতাই উপন্যাসক নৈতিক দীপ্তিৰে দীপ্তিমন্ত কৰি তুলিছে। ঔপন্যাসিকৰ বিষয়জ্ঞান প্ৰকৃতপক্ষে তেওঁৰ সময়জ্ঞান, ইতিহাসজ্ঞান আৰু ব্যক্তিমানসৰ জ্ঞান এই সকলোবিলাকৰ সাৰবস্তু। সেয়েহে উপন্যাস সমাজ অধ্যয়নৰ এক উপযুক্ত আহিলা। ■

# সংঘটনৰ কাল অনুসৰি ঘটনা তালিকা

| | | |
|---|---|---|
| কৃষক বিদ্ৰোহ | : | ১৮৯৩-১৮৯৪ |
| আচাম এচচিয়েশ্যনৰ প্ৰতিষ্ঠা | : | ১৯০৩ |
| স্বদেশী আন্দোলন | : | ১৯০৬-১৯১১ |
| শ্ৰী হট্ট বিচ্ছেদ প্ৰত্যাহাৰ | : | ১৯১১ |
| কটন কলেজ প্ৰতিষ্ঠা | : | ১৯০১ |
| লাইন ব্যৱস্থাৰ প্ৰৱৰ্তন | : | ১৯২০ |
| অসহযোগ আন্দোলন | : | ১৯২১-২২ |
| শ্ৰমিক তদন্ত কমিটিৰ প্ৰতিবেদন | : | ১৯২১-২২ |
| মহাত্মা গান্ধীৰ অসম ভ্ৰমণ | : | ১৯২১ |
| সুৰমা উপত্যকাৰ চাহ শ্ৰমিকৰ আন্দোলন | : | ১৯২১ |
| গুৱাহাটীৰ পাণ্ডুত কংগ্ৰেছৰ ৪১ তম অধিবেশন | : | ১৯২৬ |
| মহাত্মা গান্ধীৰ দ্বিতীয় বাৰৰ কাৰণে অসম ভ্ৰমন | : | ১৯২৬ |
| যোৰহাটত জগন্নাথ বৰুৱা কলেজ স্থাপন | : | ১৯৩০ (মে’) |
| কানিং হাম চাৰ্কুলাৰ | : | ১৯৩০ |
| অসহযোগ আন্দোলন | : | ১৯৩০-৩১ |
| মিনিমাম ৱেইজ এক্ট | : | ১৯৩২ |
| সদৌ অসম ৰায়ত সভা গঠন | : | ১৯৩৩ |
| মহাত্মা গান্ধীৰ হৰিজন কাৰ্যসূচীৰ সন্দৰ্ভত অসম ভ্ৰমণ | : | ১৯৩৪ |
| শিলচৰত গুৰুচৰণ কলেজ প্ৰতিষ্ঠা | : | ১৯৩৫ |
| ছাদুল্লা মন্ত্ৰীসভা গঠন | : | ১৯৩৫ |
| আচাম্ ফিক্চেশ্যন অৱ চিলিং এণ্ডলেণ্ড হ’ণ্ডিং এক্ট | : | ১৯৩৬ |
| লাইন ব্যৱস্থা কমিটিৰ প্ৰতিবেদন | : | ১৯৩৮ |
| ছাদুল্লা মন্ত্ৰী সভাৰ পতন আৰু গোপীনাথ | | |

| | | |
|---|---|---|
| বৰদলৈৰ অধীনত কোৱালিশ্যন মন্ত্ৰীসভা গঠন | ঃ | ১৯৩৮ |
| মুছলিম লীগৰ ধুবুৰী অধিবেশন আৰু | | |
| লাইন ব্যৱস্থা ভঙ্গৰ আহ্বান | ঃ | ১৯৩৯ |
| দ্বিতীয় মহাযুদ্ধ আৰম্ভ আৰু ভাৰতৰ লগত কোনো | | |
| আলোচনা নকৰাকৈ মহাযুদ্ধৰ লগত | | |
| ভাৰতক জড়িত কৰাৰ প্ৰতিবাদত সকলো | | |
| প্ৰাদেশিক চৰকাৰৰ লগতে অসমতো | | |
| গোপীনাথ বৰদলৈ মন্ত্ৰীসভাৰ পদত্যাগ আৰু | | |
| ছাদুল্লা মন্ত্ৰীসভাৰ পুনৰ ক্ষমতা গ্ৰহন | ঃ | ১৯৩৯ |
| ডিগবৈ তেল শোধনাগাৰৰ শ্ৰমিকৰ ধৰ্মঘট | ঃ | ১৯৩৯ |
| দ্বিতীয় মহাযুদ্ধ | ঃ | ১৯৩৯-১৯৪৫ |
| ভাৰত ত্যাগ আন্দোলন | ঃ | ১৯৪২ |
| সুভাষ বসুৰ ইণ্ডিয়ান নেশ্যনেল আৰ্মি | | |
| (আই-এন-এ)গঠন | ঃ | ৮ জুলাই, ১৯৪৩ |
| আকাশীযানৰ পৰা আই এন এৰ | | |
| উত্তৰ-পূব অঞ্চলত | ঃ | ২৭ নবেম্বৰ ১৯৪৩ |
| প্ৰচাৰ পত্ৰ বিতৰণ | | |
| আই এন এ আৰু জাপানীৰ দ্বাৰা | | |
| কহিমা আৰু উখ্ৰুল অধিকাৰ | ঃ | মাৰ্চ, ১৯৪৪ |
| আই এন এ আৰু জাপানী সৈন্য বাহিনীৰ | | |
| দ্বাৰা ভাৰত-বাৰ্মা সীমান্ত পাৰ হৈ | | |
| ইম্ফলৰ ওচৰত ভাৰতীয় ত্ৰিৰঙ্গ | | |
| পতাকা উত্তোলন | ঃ | ১৯ মাৰ্চ, ১৯৪৪ |
| কলিকতাত সাম্প্ৰদায়িক সংঘৰ্ষ | ঃ | ১৯৪৬ |
| মহাত্মা গান্ধীৰ চতুৰ্থবাৰৰ কাৰণে | | |
| অসম ভ্ৰমণ | ঃ | ১৯৪৬ |
| ভাৰতৰ স্বাধীনতা লাভ | ঃ | ১৫ আগষ্ট, ১৯৪৭ |
| ইন্ডাষ্ট্ৰিয়েল ডিচ্‌পিউট এক্ট | ঃ | ১৯৪৭ |
| আধিয়াৰ আইন | ঃ | ১৯৪৮ |
| ৰাষ্ট্ৰপতিক সাংবিধানিক মুৰব্বী হিচাপে | | |

| | | |
|---|---|---|
| লৈ ভাৰতত সংসদীয় গণতন্ত্ৰ প্ৰতিষ্ঠা | ঃ | ২৬ জানুৱাৰী, ১৯৫০ |
| ডাঙৰ ভূমিকম্প | ঃ | ১৫ আগষ্ট, ১৯৫০ |
| প্লেণ্টেশ্যন লেবাৰ এক্ট | ঃ | ১৯৫১ |
| প্ৰথম পঞ্চম বাৰ্ষিক পৰিকল্পনা | ঃ | ১৯৫১-১৯৫৬ |
| প্ৰথম সাধাৰণ নিৰ্বাচন | ঃ | ১৯৫২ |
| কমিউনিটি ডেভেলাপমেণ্ট প্ৰগ্ৰেমৰ আৰম্ভণী | ঃ | ১৯৫২ |
| ৰাজ্য পুনৰ গঠন | ঃ | ১৯৫৫ |
| হিন্দু বিবাহ আইন (বিবাহ বিচ্ছেদৰ অন্তৰ্ভুক্তি) | ঃ | ১৯৫৫ |
| টি প্লেণ্টেশ্যন প্ৰভিডেণ্ট ফাণ্ড স্কীম | ঃ | ১৯৫৫ |
| হিন্দু উত্তৰাধিকাৰী আইন | ঃ | ১৯৫৬ |
| মেটাৰনিটি বেনিফিট্ এক্ট | ঃ | ১৯৫৭ |
| অসম পঞ্চায়ত আইন | ঃ | ১৯৫৯ |
| আচাম টি প্লেণ্টেশ্যন এম্পলিয়িজ ৱেলফেয়াৰ এক্ট | ঃ | ১৯৫৯ |
| আচাম্ কন্‌চিলিয়েশ্যন অব্ লেণ্ড হ'ল্ডিং এক্ট | ঃ | ১৯৬০ |
| অসম চৰকাৰী ভাষা বিধেয়ক সম্পৰ্কত আন্দোলন | ঃ | ১৯৬০ |
| চীনৰ ভাৰত আক্ৰমণ আৰু ব'মদিলা দখল | ঃ | ১৯৬২ |
| খাদ্যবস্তুৰ কৃত্ৰিম নাটনি | ঃ | ১৯৬৬ |
| অসম পঞ্চায়তৰাজ আইন | ঃ | ১৯৭২ |
| উচ্চ শিক্ষাৰ মাধ্যম আন্দোলন | ঃ | ১৯৭২ |
| জৰুৰীকালীন অৱস্থাৰ ঘোষণা | ঃ | ১৯৭৫ |
| অসম আন্দোলন | ঃ | ১৯৭৯-১৯৮৫ |
| ব্ৰহ্মপুত্ৰ ব'ৰ্ড গঠন আৰু কাম আৰম্ভ | ঃ | ১৯৮৩ |
| অসম চুক্তি | ঃ | ১৫ আগষ্ট, ১৯৮৫ |
| অসম গণ পৰিষদ দল গঠন | ঃ | ১৯৮৫ |
| অসম গণ পৰিষদৰ ক্ষমতা দখল | ঃ | ডিচেম্বৰ, ১৯৮৫ |

# গ্ৰন্থপঞ্জী

<u>ক ইংৰাজী -</u>

*Ahuja, R.L. Dr., Phlosophical and Sociological Bases of Education,*Sohanlal Publications, Ambla Cantt.

Allen, Walter, *The English Novel*, Penguin Books, Harmonds Worth, 1962

Barpujari, H.K., *Assam in the Days of the Company*, Lawyer's Book Stall, Guwahati, 1963.

Barpujari, H.k., and others ed.,*Political History of Assam,*1826-1919, Vol I, Government of Assam, Guwahati,1997.

Bhuyan, Arun Chandra, *The quit India Movement*, Manas Publication, New Delhi, 1975

Bhuyan, Arun Chandra and others ed., *Political History of Assam*, 1920-1939, Vol II, Government of Assam, Guwahati,1978

Britt, Steuart Henderson, *Social Psychology of Modern Life*, rev.ed., Holt Rinehart and Winston, New York,1960.

Coleman, James c, *Abnormal Psychology of Modern Life*, D.B. Taraparevala Sons & Co. Pvt. Ltd., Bombay, 3rd edition, 1970.

Dutta, K.N., *Landmarks of the Freedom Struggle in Assam*, Lawyer's Book stall, Guwahati, 1969.

Ellis Havelock, *Psychology of Sex*, Vol. II, Random House, New York, 1936.

Forster, E.M., *Aspeets of the Novel*, Pemguin Books, Harmonds worth 1970.

Goswami, P.C.Dr, *The Economic Development of Assam*, Asia Publishing House, Bombay, 1963.

Guha, Amalendu, *Planter Raj to Swaraj : Freedom Struggle and Electoral Politics in Assam* 1826-1847, Indian Council of Historical Research, New Delhi, 1977.

Hall, Calvin S., *A Primer of Freudian Psychology*, Mentor Books, The New American Library, New York, 1955.

Lucas Georg, *The Historical Novel*, Translated from German by Hannah and Stanley Mitchell, Peregrine Books.

Majumdar, R.C., *Three Phases of India's Struggle for Freedom*, Bharatiya vidya Bhawan, Bombay, 1967.

Muir, Edwin, *The Structure of the Novel*, Allied Publishers,1967.

Nicholson, Kai, *A Presentation of Social Problems in the Indo-Anglian and Anglo-Indian Novel*, Jaico Publishing House, Bombay, 1972.

Peterson, Houston ed., *Essays in Philosophy*, the Pocket Library, New York, 1959.

Rockwell, Joan, *Fact in Fiction*, Routledge & Kegan Paul Ltd, London, 1974.

Russell, Bertrand, *Portraits From Memory and other Essays*, Simon and Schuster, New York, 1956.

Sarin, Dharam Paul, *Influence of Political Movements on Hindi Literature* (1906-1947),Punjb University Publication Bureau Chandigarh, 1967.

Sarma, S.N.Dr., *The Neo-Vaisnavite Movement and the Satra Institution of Assam,* Department of Publication, Guwahati University, 1966.

Theodore, L. Shay, *The Legacy of Lokamanya.*

<u>খ গেজেটিয়াৰচ, ৰিপ'ৰ্টচ, একাউণ্টচ</u>

Allen, B.C.,Assam District Gazetteers, Sibsagar vol. III, Allahabad, 1906.

-- -- Assam District Gazetteers,Nowgong, vol. VI Calcutta, 1905
Assam District Gazetteers, Lakhimpur, vol. VIII, Calcutta, 1905
Hunter, W.W, *statistical Account of Assam*, 1879,
Mills, A.J.Moffat,*Report on the Province of Assam*, Calcutta.
The Report of the Assam opium Enquiry committee, Jorhat, 1925.
The Report of the University Education Commission, 1949, reprint, Ministry of Education, Government of India, 1962.
The Report of the Education Commission,1966, Ministry of Education, Government of India, 1967.
Census of India, 1891, vol. I (Assam), Report by E. Gait.
Census of India, 1901, vol. IV (Assam), Report by B.C. Allen.
Census of India, 1911, vol. III (Assam), Report by J.Mcswiney.
Census of India, 1931, vol. III, (Assam), Report by C.S.Mullan.
Census of India, 1951, vol. XII (Assam), Part I (A)
Census of India, 1961, vol. II (Assam), Report by E. H. Pakyntein
Economic Survey of Assam (1974-75), A Yearly bulletin published by the Department of Economics and Statistics, Government of Assam.

<u>গ অসমীয়া</u>

বৰঠাকুৰ, পদ্মনাথ, *স্বাধীনতা ৰণৰ সংস্পৰ্শত*, ডিব্ৰুগড়, ১৯৬৮।
বৰুৱা, গুণাভিৰাম, *অসম বুৰঞ্জী*, প্ৰথম প্ৰকাশ ১৮৮৪, পুনৰ মুদ্ৰন, অসম প্ৰকাশন পৰিষদ,গুৱাহাটী, ১৯৭২।
বৰুৱা, গুণাভিৰাম, *আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ* প্ৰথম প্ৰকাশ ১৮৮০, পুনৰ মুদ্ৰন, অসম প্ৰকাশন পৰিষদ, গুৱাহাটী,১৯৭১।
বৰুৱা, হৰেন্দ্ৰনাথ আৰু অন্যান্য সম্পাদিত, *ভাৰতৰ মুক্তি যুঁজত অসম*, গুৱাহাটী, ১৯৭২
বৰুৱা, ইলা, *বিদ্ৰোহী অসম*, নগাঁও, ১৯৪৬।
গোহাঁই, হীৰেণ, *সমাজ আৰু সমালোচনা*, গুৱাহাটী, ১৯৭১।

হাজৰিকা, অতুল আৰু অন্যান্য সম্পাদিত, *বেজবৰুৱা গ্ৰন্থাৱলী*, দ্বিতীয় খণ্ড, সাহিত্য প্ৰকাশ, গুৱাহাটী, ১৯৭০।

কটকী, প্ৰফুল্ল, *সাহিত্য বিচাৰ*, গুৱাহাটী, ১৯৭৩।

শৰ্মা, কৃষ্ণনাথ, *কৃষ্ণ শৰ্মাৰ ডায়েৰী*, অসম প্ৰকাশন পৰিষদ,১৯৭২।

শৰ্মা, সত্যেন্দ্ৰনাথ, *অসমীয়া উপন্যাসৰ গতিধাৰা*, বাণী প্ৰকাশ, গুৱাহাটী, ১৯৭৬।

শৰ্মা, গোবিন্দ্ৰ প্ৰসাদ, *উপন্যাস আৰু অসমীয়া উপন্যাস*, ষ্টুডেণ্টচ্ ষ্ট'ৰচ্, গুৱাহাটী, ১৯৯৫।

**ঘ অসমীয়া আলোচনী**

*আৱাহন*, দশম বছৰ, প্ৰথম সংখ্যা, পুহ, ১৮৬০ শকাব্দ

*আৱাহন*, দশম বছৰ, দ্বিতীয় সংখ্যা, মাঘ, ১৮৬০ শকাব্দ

*আৱাহন*, দশম বছৰ, তৃতীয় সংখ্যা, ফাগুন, ১৮৬০ শকাব্দ

*আৱাহন*, দশম বছৰ, চতুৰ্থ সংখ্যা, চ'ত, ১৮৬০ শকাব্দ

*আৱাহন*, দশম বছৰ, পঞ্চম সংখ্যা বহাগ, ১৮৬১ শকাব্দ

*আৱাহন*, দশম বছৰ, ষষ্ঠ সংখ্যা, জেঠ, ১৮৬১ শকাব্দ

*আৱাহন*, একাদশ বছৰ, প্ৰথম সংখ্যা, পুহ, ১৮৬১ শকাব্দ

*আৱাহন*, একাদশ বছৰ, সপ্তম সংখ্যা, আহাৰ, ১৮৬২ শকাব্দ

*আৱাহন*, একাদশ বছৰ, অষ্টম সংখ্যা, শাওন,১৮৬২ শকাব্দ

*আৱাহন*, একাদশ বছৰ, একাদশ সংখ্যা, কাতি, ১৮৬২ শকাব্দ

*আমাৰ প্ৰতিনিধি*, একাদশ বছৰ, নৱম সংখ্যা, জেঠ, ১৮৯৩

*বামধেনু*, ত্ৰয়োদশ বছৰ, তৃতীয় সংখ্যা, আহাৰ, ১৮৮২ শকাব্দ

*বামধেনু*, ত্ৰয়োদশ বছৰ, চতুৰ্থ সংখ্যা, শাওন, ১৮৮২ শকাব্দ

*বামধেনু*, উনবিংশতি বছৰ, চতুৰ্থ আৰু পঞ্চম সংখ্যা, শাওন আৰু ভাদ, ১৮৮৮ শকাব্দ।

# নিৰ্ঘণ্ট

## উপন্যাস

# নিৰ্ঘণ্ট

## ঔপন্যাসিক সকল

# বিষয় নিৰ্ঘণ্ট